**DUKHAR RATI** (Assamese) A collection of short Stories written by **KUMUD BORUAH** and published by **Niharendu Choudhuri** M/S Granthapeeth, **Panbazar**, Guwahati-1. Printed by **PABITRA JIBON BORUAH**, Bharat Press, Santipur, Guwahati-9 Price **Rs. 12·00 (Rupees Twelve) Only**

---

---

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ১৯৮৪ চন।

বেটুপাতৰ ছবি : শ্ৰীবেনু মিশ্ৰ।

মুদ্ৰক ঃ শ্ৰীপবিত্ৰ জীৱন বৰুৱা, ভাৰত প্ৰেছ, শান্তিপুৰ, গুৱাহাটী-৯।

প্ৰকাশক ঃ শ্ৰীনীহাৰেন্দু চৌধুৰী, গ্ৰন্থপীঠ, পাণবজাৰ, গুৱাহাটী-১।

---

মূল্য ঃ ১২ টকা।

# উছৰ্গা

যাৰ সহায় আৰু সহানুভূতি আজিও শ্ৰদ্ধাৰে সুঁৱৰোঁ, সেই দুগৰাকী ব্যক্তিলৈ (শ্ৰীযুত হোমেন বৰগোহাঞি, বিশিষ্ট সাংবাদিক আৰু ঔপন্যাসিক আৰু শ্ৰীযুত প্ৰফুল্ল বৰুৱা, সম্পাদক, দৈনিক জনমভূমি)।

## কৃতজ্ঞতা

শ্ৰীপ্ৰনৱ বৰা (নগাওঁ), শ্ৰীনগেন বৰা (দৈনিক জনমভূমি), শ্ৰীমুনীন তহবিলদাৰ (জাগীৰোড), শ্ৰীমতী ৰাজু (দিহিঙীয়া) বৰুৱা (লিখকৰ পত্নী, জাগীৰোড), শ্ৰীদিলীপ কমল ফুকন, শ্ৰীমতী বীণা ফুকন (গুৱাহাটী), শ্ৰীচন্দ্ৰকান্ত গগৈ, শ্ৰীমতী বীণা (দিহিঙীয়া) গগৈ (জু-ৰোড, গুৱাহাটী), শ্ৰীঅৰবিন্দ বৰুৱা (জাগীৰোড), শ্ৰীমুন শৰ্ম্মা, শ্ৰীকনক কলিতা, শ্ৰীগৌতম দে আৰু শ্ৰীৰূপকান্ত হাপৈ প্ৰমুখ্যে ভাৰত প্ৰেছৰ কৰ্ম্মীবৃন্দ ∆ সহায় আৰু সহানুভূতি আগবঢ়োৱাৰ বাবে এই সকল ব্যক্তিলৈ মোৰ সহৃদয় কৃতজ্ঞতা জনালোঁ।

সৰ্ব্বশেষত মোক অভাৱনীয় ভাবে সহায় সহানুভূতি আগবঢ়াই যি দুগৰাকী ব্যক্তিয়ে এই সংকলনটিৰ অস্তিত্ব সম্ভৱ কৰি তুলিলে, তেখেতসকল সৰ্ব্বশ্ৰী পবিত্ৰ জীৱন বৰুৱা (মুদ্ৰক) আৰু নীহাৰেন্দু চৌধুৰীলৈ (প্ৰকাশক) মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।




আকৰ ঃ

১ অৱৰুদ্ধ দৃষ্টি (অসম ইঞ্জিনীয়াৰিং কলেজ আলোচনী, ১৯৭২) ২। তোমাৰ উত্তপ্ত বাসনা (ৰঙালি বিহু সংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৩) ৩। আয়না ভগাদি ভাগিছে (মৌচুমী, ১৯৭৩) ৪। গৌৰী (অপ্ৰকাশিত, ১৯৭৩) ৫। মগজু-প্ৰদাহ (অনিৰুদ্ধ, ১৯৭৩; পূজাসংখ্যা দৈনিক জনমভূমি, ১৯৮১) ৬। অসুস্থ, উন্মত্ত (সাপ্তাহিক জনমভূমি, ১৯৭৪) ৭। জোথ-মাথ (সাপ্তাহিক জনমভূমি, ১৯৭৪) ৮। ৰিভলভাৰৰ গৰ্জনত ধানখেৰত জুই (ৰঙালি বিহুসংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৪) ৯। তেস-স্তৰৰ গল্প (মাহেকীয়া গল্প, ১৯৭৪) ১০। আমি ক'লৈ যাম (সাপ্তাহিক জনমভূমি, ১৯৭৪) ১১। অসমাপ্ত (অসম ইঞ্জিনীয়াৰিং কলেজ আলোচনী, ১৯৭৫) ১২। দৃষ্টি দান (নতুন পৃথিৱী, ১৯৭৫) ১৩। শুচিমুখীৰ প্ৰয়োজন (ৰঙালি বিহু সংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৬) ১৪। অৱসৰৰ স্বভাৱ (পূজাসংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৬) ১৫। বেলুনৰ শব্দ (পূজাসংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৭) ১৬। আতচবাজী (ৰঙালি বিহু সংখ্যা, সাপ্তাহিক জনমভূমি, ১৯৭৭) ১৭। অন্তৰংগ (স্মৃতিগ্ৰন্থ, অসম বাণিজ্যিক বিদ্যুৎ পৰিষদ, নগাওঁ, ১৯৮০) ১৮। ভাইৰাচ (অপ্ৰকাশিত, ১৯৮২) ১৯। প্ৰতিদ্বন্দ্বী (অপ্ৰকাশিত, ১৯৭৮-৮২) ২০। দুখৰ ৰাতি (অপ্ৰকাশিত, ১৯৮২-৮৩)।

As I said before, I dreamed that I was standing near a crowd of prosperous-looking angels, and a policeman took me by the wing and asked if I belonged with them.

"Who are they ?" I asked.

"Why," said he, "they are the men who hired working-girls and paid 'em five or six dollars a week to live on. Are you one of the bunch ?"

"Not on your immortality," said I. "I'm only a fellow that set fire to an orphan asylum and murdered a blind man for his pennies."

**(An unfinished story : O. Henry)**

## দুখৰ বাতি

# অৱৰুদ্ধ দৃষ্টি

মানুহটোৱে দুৱাৰত লাহে লাহে শব্দ কৰিলে ; কাঠৰ দুৱাৰখনৰ ওপৰত এটা নম্বৰ দেখা গ'ল। কেউটাই চিনাকী সংখ্যা। নিশ্চিতভাৱেই এই দৃশ্যৰপৰা এটা ধাৰণা গঢ়ি উঠিব। ইয়াৰ আগতে তাক বন্ধুজনে কৈছিল— ৰুম নাম্বাৰ'… ! বাকীখিনি উহ্য থাকিল ; অৰ্থাৎ কিছু থাকি গ'ল, সেইটো দুৰ্বোধ্য নহ'ল। ইঙ্গিতময়,—এনেকুৱা সজীৱ ধাৰণা খেলোৱা এটা মগজু প্ৰশংসনীয়।

আনফালে—'Is the story of columbus and the egg true' প্ৰশ্নৰ উদ্ধৃতিৰ সবুজ ধাৰণা খেলোৱা মগজুত শৃংখলাবদ্ধ প্ৰকাশ এই ধৰণে হৈছেঃ তাৰ মানে, 'ৰুম নাম্বাৰ'টো নকৈ পিচত তাকে বিচাৰি গৈ দৃশ্যত 'ক্লজ-আপ' সহকাৰে স্পষ্ট কৰি দিলে, সি সহজেই বিচাৰাধীন হ'ব।

"১৯৪৩ চনৰ কথা। কলম্বাচ স্পেইনলৈ ওভটি আহিছে। গ্ৰেণ্ড কাৰ্ডিনেল্ পেড্ৰ'ই তেওঁক নিমন্ত্ৰণ কৰিছে বেংকোৱেট'লৈ। ৰাজকীয় কায়দাত অভ্যৰ্থনা চলিছে। সবুজ ধাৰণাত ঈৰ্ষাপৰায়ণ 'কটিয়াৰ' বিদেশী বন্ধু'ৰ, অভ্যৰ্থনাত জ্বলি উঠিছে। এই ঈৰ্ষাৰ প্ৰশ্ন নুতুলিলেও হলহেঁতেন ; কাৰণ পিচৰ 'কটিয়াৰ'ৰ কাৰ্য্যই তাক সূচাব। অৰ্থাৎ আমি এনেবোৰ বিষয় শৃংখল মানিয়েই উহ্য ৰাখিব পাৰোঁ। এজন কটিয়াৰে' সুধিছেঃ তেওঁ (অৰ্থাৎ কলম্বাচে) যিখন পৃথিৱী আবিস্কাৰ কৰা নাই সেইখন 'নতুন পৃথিৱী' (new world) স্পেইনৰ অন্য দুঃসাহসে আবিস্কাৰ কৰাৰ কথা তেওঁ নাভাবে নেকি ? কলম্বাচে সুস্থিৰ কৰিছে চোকা চিন্তাবোৰ। অথচ ক্ষিপ্ৰকাৰিতাৰ উৰ্ধস্তৰত তাক প্ৰেৰণ কৰিছে ; প্ৰত্যক্ষ উত্তৰ তেওঁ দিয়া নাই। বিজ্ঞান কাৰ্যোৱে এটা কণী, সকলোৱে বুঁখি আৰু কৌশল উপেক্ষণীয় প্ৰমাণ কৰি, কণীৰ চোকোৰাটোৰ এটা মূৰে ভাঙি তাক টেবুলৰ ওপৰত প্ৰতিষ্ঠা কৰিছেঃ তেওঁ দৃঢ়ভাৱে ঘোষণা কৰিব খোজে যে, এয়েই স্পষ্ট

দৃষ্টান্ত; তেওঁ বাট কাটি আহিছে যেতিয়া 'নতুন পৃথিৱী'লৈ নাও বাই যোৱাটো সহজ হৈ পৰিছে।"

এনেকুৱা এটা 'বেলেনসড্' পৰিবেশতেই আমাৰ মগজু 'ষ্টেৰিয়ে-লাইজেচনৰ' এটা পৰীক্ষা হৈছিল। কথা কাণ্ড, দৃষ্টি, চিন্তা-চৰ্চাৰ নিৰ্বাহ হৈছিল। তাৰ মাজৰ পৰাই পাৰ্থৰ বন্ধু পাৰ্থ'সাৰথিয়ে স্বৰ্ণালি বাইদেউ আৰু তেওঁৰ স্বামীৰ 'ক'পল্'টোক 'ক'ম্পেনী' সাজিছিল। সি ইয়াকে প্ৰতিপন্ন কৰিব খুজিছিল যে তাৰ মন এতিয়াও 'ষ্টেৰিয়ে লাইজড্' হোৱা নাই। আজিকালি সব 'ৰিলেটিভ্'! কথা কোৱাৰ ধৰণ পৰ্য্যন্ত। আগৰ ঢঙত নচলিব। দম্পতি (Married couple) নকৈ Private Limited Company' কোৱাত একো অস্পষ্ট নহয়; দুয়ো দুয়োকে 'এক'ম্পেনী' কৰিছে যেতিয়া——!

স্বৰ্ণ বাইদেউৰ মুকুতাৰ আভাসিত দৃষ্টি, মুখশ্ৰীত দাগ, ছেকা বৰ্জনৰ বাবে মৃদুল 'ফাউণ্ডেশ্যন্' ক্ৰীমৰ দ্বিতীয় পৰ্য্যায়ত পাউদাৰ ব্যৱহাৰ; ঝকমকী বগা দাঁত, পাতল ফুল-ওঁঠ, মসৃন গাল, তাইৰ পানী ফুচুকা থুং, অভিমান; সঞ্চাৰমান নিতম্ব, উত্তপ্ত 'নক্সালাইট' স্তনৰ পৰ্য্যায় গতি, মুখত উজ্জ্বল প্ৰাণময়, ইংগিতময়ী হাঁহি; প্ৰত্যাখ্যান সমন্বিতে, ভগ্ন, অসংলগ্ন দেহত ৰূপানুপম বিচছুৰণ কল্পনাতীত বা অকল্পনীয়ৰ বিপৰীতে—পুৰঠ সুনন্দা-যৌৱন; লাৱণ্যৰ উৎপ্ৰেক্ষা কি চমৎকাৰ! স্নিগ্ধ সুষমা-বেষ্টিত, ৰজনীগন্ধাৰ মদিৰ নিশ্বাস-ভিজা ৰূপজ্যোতিৰ মাজত ফুটা কথাত কি সম্মোহিনী!——অৰ্থাৎ এই সঙ্গশভত আমাৰ উৎফুল্লিত মন ব্যাপকভাৱে মতলীয়াও হ'ব পাৰে।

এই স্বৰ্ণবাইদেউ, তেওঁৰ স্বামী—দম্পতিটোক আমি 'ক'ম্পেনী' সাজিছোঁ। গতিকে স্বৰ্ণবাইদেউৰ তালৈ যাওঁতকৈ 'স্বৰ্ণালি এণ্ড হাছবেণ্ড প্ৰাইভেট লিমিটেডলৈ' যাওঁ আমাৰ বাবে বেছি আকৰ্ষণীয় সন্তান হলে 'হাছবেণ্ড, এণ্ড ছনচ্' নাইবা 'স্বৰ্ণালি এণ্ড ছনচ্' ইত্যাদি, ইত্যাদি!

স্কুলত পঢ়ি থাকোঁতে আমাৰ লগত অৰ্জুন নামৰ ল'ৰা এটা পঢ়িছিল। সি যি কামকেই নকৰক, 'কাঢ় মাৰিছিল'; আজি আমিও অৰ্জুনেই হ'ব লগাত পৰিছোঁ বাবেই অপ্ৰাসঙ্গিকভাৱেই অৰ্জুনক মনত পেলাইছোঁ। লক্ষ্যভেদ কৰিব নোৱাৰিলে সকলো মিছা হ'ব।

স্বৰ্ণ বাইদেউৰ ঘৰলৈ যোৱাৰ লোভ আমি সততেই সামৰিব নোৱাৰোঁ।

তেওঁৰ অতুল যৌৱন-সম্ভাৰে আমাক হাত-বাউল দি মাতে। যেন তেওঁ, আমাক ইঙ্গিত কৰে কিবা এটা। আমাৰ সংশয়ৰ নাম অবিশ্বাস। অবিশ্বাসৰ ৰূপ আশংকা; আমি প্ৰবল উত্তেজনাত থমকি ৰওঁ। এই দুৰ্বলতাৰ ফল-তেই মোৰ, পাৰ্থৰ মনত এটা ধাৰণাই ঠাই পালে। মই যে পঢ়িছিলোঁ, চেখভৰ গল্প—

অৰ্থাৎ—"হঠাতে তেওঁ, ক্লাৰ্কজনে ভাবিব নোৱাৰাকৈয়ে কিবা প্ৰক্ৰিয়াৰ প্ৰকোপত পৰি হাঁচিয়ালে। তাকে লৈ দুৰ্ঘোৰ, চিন্তান্বিত সৰল মনৰ মাজত অভূতপূৰ্ব দ্বন্দ্ব, (বিশৃংখলা) বিৰোধ! কাষৰ জন ভব্য-গব্য তথাকথিত 'জেনেৰেল'। তেতিয়া কছু বিশেষৰ কথা হয়তো ভবাই নাই তেওঁ। এতেকে ভয় খোৱাত, সহজভাবে অবস্থান কৰিব নোৱাৰাত কোনো অস্বাভাবিকতা নাছিল যদিও, নিজে সাজি লোৱা অস্বাভাবিকতাত সেই 'স্নিগ্ধ' কৰোঁতা ক্লাৰ্কজনৰ শেষলৈ গভীৰ হতাশাত, এটা যান্ত্ৰিক পুতলাৰ দৰে ঘৰত প্ৰবেশ ঘটিছে; সাজ-পাৰ খুলি তেওঁ বিচনাত পৰিছে আৰু তাতেই শেষ নিশ্বাস ত্যাগ কৰিছে" (Death of a Government clerk ৰ পৰা।)

চেখভৰ গল্পৰ টুকুৰা লৈ আমি পাৰ্থ আৰু পাৰ্থসাৰথি দুয়ো 'স্বৰ্ণালি এণ্ড হাছবেণ্ড প্ৰাইভেট লিমিটেড্‌লৈ' যাত্ৰা কৰিলোঁ।

আমি বহিছিলোঁ।

মই, পাৰ্থই কথা কৈছিলোঁ--অসংলগ্ন অসংযত, টুকুৰা টুকুৰি কথা। যেনে,- চাৰ নহালৈ আমি অপেক্ষা কৰিব লাগে।"

ফলত?'

ফলত, কথা-বতৰাই, পৰাপক্ষত উপভোগ্য কথা-কাণ্ডই সীমা পাৰ হৈ উশৃংখল হৈ পৰে।'

'বাহিৰত ভাৱে উপলক্ষ্যও সাজে?'

উত্তৰঃ "এটাই দিছে—চাণক্যপুৰী এইখন।' আন এটাইতো সহাঁৰি জনাবই। কি কলি, চাণক্যপুৰী? 'মানে সহজ নহয়নে?' 'চাণক্য' উচ্চাৰণত 'জিজ্ঞাসাপ্ৰৱণ' লম্বাটোৱে সুধিছে—মানে? 'তাৰ মানে ইয়াত প্ৰতিটোৱেই চাণক্য বুজা নাই?' খুব সহজতে 'ক্লাছ ৰুমটোত' কথা ফুটি 'বিস্ফোৰিত' হয়। কেতিয়াবা দুৰ্বাৰ 'ৰাহু-কেতুৰ প্ৰত্যন্তৰ দশা চলিব। এই কোনোবা হ'ব ৰাহু, ৰাহুল দেৱ বৰ্মন (হিন্দী কথাছবিৰ জনপ্ৰিয় সঙ্গীত পৰিচালক গীতত 'চুপাৰ চ'নিক' !) তাৰ লগৰটোৱে কেতু হৈ কোনো-

টোৰ অমঙ্গলহে চিন্তিব ; দেখিবা এটাই খং, অভিমান ব্যৰ্থভাৱে 'ফায়াৰ' কৰি খোন্দামুখ লৈ বহি গ'ল আৰু নুঠিল। কেতিয়াবা মৌখিক।" মৌখিকৰ কথা শুনি ৰাইদেৱে অধিক জিজ্ঞাসা আৰু ব্যগ্ৰতাৰে মোৰ ধৰণটো লক্ষ্য কৰিব খুজিছে। 'সেই মৌখিক বুজা নাই ? উদাহৰণ স্বৰূপে ধৰা এটা শিয়ালৰ পাঁচটা ঠেং হ'লে, চাৰিটা শিয়ালৰ কেইডাল নেজ থাকিব পাৰে ?' লোভনীয় পিপাৰমিনৰ সোৱাদ লোৱা দাঁত কেইটাই ৰাইদেউৰ ফুল ওঁঠ ঠেলি মিচিকিয়াই চালে—উৎফুল্ল 'বেংগ'। ৰাইদেউক কৈছোঁ আলা-সতে পাতনি মেলাৰ এটা জৰুৰী প্ৰয়োজনীয়তা ; পাতনিঃ 'ফুকলীয়া ল'ৰা, ছোৱালীৰ কথা কোৱা' হুঁ বুলি গৰ্বিত ওঁঠ দুটাৰে দবহাই এই কেইটা শব্দ পুনৰ্বাৰ দ্বিতীয় স্তৰত উচ্চাৰিত হলে, কণ্ঠ সুৰঙ্গৰ প্ৰাবল্যক 'এম-প্লিফাই' কৰিবৰ হেতু এটা আৱদ্ধ ঘনক্ষেত্ৰ লাগে ; সৰু চাৰিচুকীয়া খোটালিটোৰ অঙ্গ-প্ৰত্যঙ্গত, চিমেণ্ট কংক্ৰীটৰ ওপৰত অপ্ৰতিহতভাৱে কিছুমান বিৰক্তিকৰ আঘাত লাগে ; সেই খুন্দাত শব্দবোৰ লুটিখাই 'ৰাকো থাক' এনেভাৱে ঘূৰি আছে ; আমাৰ ধাৰণাৰ ঘনক্ষেত্ৰৰ পৰা কৈছোঁ—কাণে দেখা পোৱাৰ আগতেই সিহঁতে যথাযথভাৱে গতি লয় ; একো বিজুতি নাথা-কিলে সি মনৰ যন্ত্ৰত পৰিস্ফুট হয়। এইবোৰ আমি কোঠাৰ ভিতৰত পায়চাৰি কৰোঁতে মৰা বাৰেবুৰি 'লেকচাৰৰ' একোপাতহঁত কাঁড়। উত্তৰ পৰত,—কুম্ভকৰ্ণৰ, গৰ্বিত দহহা ওঁঠৰ অধিকাৰীজনৰ, সামান্য, ইতিমধ্যে নিঁগত দাড়ি কেইডালে হাহাঁকাৰ কৰে, চেলোটেক্স-বৰ্জিত, শব্দশোষণ-নিয়ন্ত্ৰণ হীন কোঠাটোৱে এক অনসূয়া বিমৰ্ষতা উপলব্ধি কৰে। এতেকে, ধৰা যাওক, কুম্ভকৰ্ণৰ উপস্থিতিত কোঠাটোৱে হাহাঁকাৰ কৰাৰ নামত একোবাৰ চীৎকাৰ কৰি উঠাতো যুক্তি-যুক্ত ! বুজা নাই ? উত্তৰ স্বৰূপে খিলখিলকৈ সেই বগা ঝকঝকী, শ্বেত-প্ৰস্তৰ দাঁতৰ চঞ্চল অভিসাৰ !

তেনেতে কণক নে কান্তাৰ সোৰভে আহি নাকত সুমাই ফিস্-ফিস্কৈ কথা কবলৈ লাগিল ; পাৰ্থসাৰথিৰ মুখখনে এটা ভঙ্গী কৰিলে। মই বুজিলোঁ : কিন্তু ৰেলৰ ষ্টীম ইঞ্জিন চালন প্ৰক্ৰিয়াৰ সদৃশ শব্দত এটা সামান্য দেহকম্পনৰ অনুভূতি জাগিল। সেই শব্দ ভেদি কণ্ঠস্বৰ পাক ঘৰত। তাৰ সাৰাংশঃ জুলীয়া খাদ্য, ধৰা যাওক, ডালি, প্ৰেচাৰ কুকাৰত নেপালী গাখীৰৱালাৰ ৰাতিপুৱাৰ গাখীৰ আৰোলিলৈ বিজলুৱা হোৱাৰ দৰেই সন্দেহজনক পুৰামাত্ৰাই ; পাঁচ লিটাৰমান গাখীৰ ওলালে

তাতে পানী মিহলাই জানো দুই লিটাৰমান ? আৰু বা কি কি ? জানে কোনে ? লগতে মুখ লাগে বুলি বৃহৎ আয়তনৰ ওহাৰথন সৰ্ব্বজন দৃষ্টিৰ লগত অব্যাহত গতিৰতো কোনো লক্ষণেই নাই, কোনোবাই দেখিছে বুলি কলেও বিশ্বাস কৰা নাযাব পাৰে।' উল্লেখযোগ্য নেকি যে অৰুৰা কথাত মগন বাইদেউৰ নন্দেক ছন্দাই এবাৰ ৰন্ধন প্ৰতিযোগীতাত 'ফাৰ্ষ্ট' প্ৰাইজ' পাইছিল ? ছন্দাৰ অসংলগ্ন কথা অব্যাহলিত হোৱাত, আমাৰ পাৰস্পৰিক সান্নিধ্য এতিয়া ব্যাকুল হৈছে।

আৰু পাৰ্থসাৰথিৰ বিশেষ ভঙ্গীটো আয়ত্তাধীন কৰিব পৰাটো মোৰ পক্ষে এক প্ৰকাৰ নিশ্চিত হ'লত, পৰিস্কাৰ শুনিলোঁ—'আচ্ছা, ধৰা যাওক···, পিচে নহ'ল; পাৰ্থসাৰথি বৈ গ'ল। ছন্দাৰহে নাৰী কণ্ঠত উচ্ছ্বল, প্ৰাণযুক্ত ইংগিতময়ী হাঁহি, বাইদেউক অনুকৰণ কৰি। বন্ধুৰ খোলা-মুখৰ ওপৰত, দৃষ্টি ৰাখি বাইদেৱে ওঁঠযোৰ জোঙা কৰি তাৰ ওপৰত তৰ্জ্জনীটো ৰাখি অৰ্থপূৰ্ণ হাঁহি 'থ্ৰিল' ৰাখিলে। পাৰ্থসাৰথি মূৰ্ত্তিৰ দৰে সেই একেই আছে।

ছন্দাই প্ৰশ্ন কৰিছে, এইবাৰ সম্পূৰ্ণ বেলেগ প্ৰস্তুতিৰে—"যাক নিৰোধ দম্পতিৰ লুকো-চুৰিৰ তামাম ৰহস্য, অক্ষমতা অৰ্থব্যঞ্জক নহয়নে ?" পুৰুষ কণ্ঠত "স্পেচিয়েল কেছ ! একেবাৰে শেতা অজুহাত, তেজহীন চুপাৰ হোৱাইট।" হঠাৎ বাইদেৱে কৈ উঠিল'—সেয়া ডাঃ দাশ।' দ্বিতীয়বাৰ ছন্দাৰ কণ্ঠঃ "কি, কলে ?" ডাঃ দাশে যোধকৰোঁ, নিৰ্বিকাৰে চিগাৰেট হুপিছে, কৈছেঃ "চুপাৰ হোৱাইট !" খিলখিলকৈ হাঁহি উঠিল ছন্দা—বাইদেউৰ দৰে; সুধিছেঃ "ব্লু-বেগক মানুহ দেখিছে ? নাইবা এমাৰেল্ড গ্ৰীণ কালাৰৰ কিবা জন্তু, মানৱ, দানৱ, যন্ত্ৰ-মানৱ নহয় আকৌ দেই।" "অ', কি কলা",—ডাঃ দাশে সুধিছে; ছন্দাই মনত পেলাই দিছে—"এমাৰেল্ড গ্ৰীণ"—"অ', তেনে ৰঙৰ এটা মানুহ আছে"—ছন্দা অধিক কৌতুহলী—"ঠিক সেইটো নহয়, তাৰ, ফেভাৰিট কালাৰ সেইটো।" আমি অনুমান কৰিছোঁ ডাঃ দাশৰ চিগাৰেটৰ আৰু এক পায় "···সি সেই ইলেকট্ৰনিক্সৰ ট্ৰেইনিং লৈ, কি নাম, কি নাম··· পাহৰি গলোঁ, বাদ দিয়া অলপ সময়ৰ বাবে ধৰা যাওক 'ট্ৰপিকানা ষ্টৰ্চ এণ্ড এজেন্সীজ' এই নামৰ দোকানখন ষ্টাৰ্ট দিলে; ছেটুবোৰৰ পাৰ্টবোৰ, সেই কলিকতা অৰুৰী প্ৰয়োজনীয়তাত, গুৱাহাটীৰ 'শকুন্তাৰ পৰা মগায়; ৰেডিঅ' পাৰ্টচুৰ

এম্পাৰিয়াম এটাও খোলাৰ কথা আছে, জানাই নহয় আজিকালি, যেনিয়ে তেনিয়ে ৰেডিঅ' চেন্টাৰবোৰ বেচিকৈ হবলৈ ধৰাত, এই সুবিধাতে তেনে মনবোৰে বেধুম প্ৰফিট কৰিছে"—তেওঁক বাধা দি ছন্দাই প্ৰশ্ন কৰিছে—"কিয় আপুনি ফিলিপছ্ ডীলাৰশ্বিপ এটা লোৱাৰ কথা আছিল নহয় কি হলগৈ ?" "ফাৰ্মাচীৰ দৰবৰোৰ বেচিলে কিমান প্ৰফিট্ হ'ব জানা"—কথাৰ গুৰুত্বই সুচাইছে, ডাঃ দাশে ৰানচৰ ফাঁকেৰে চাইছে, ছন্দাই কৈছে "আপুনি কিবা অসময়ত কথাবোৰ কয় ।" ঢেক্ ঢেক্কৈ হাঁহি উঠিল ডাঃ দাশ । বহুতো বুজাবুজি, বিনিময় এই অবসৰত সুমাই পৰিল ? কোনো বাহুল্য নকৰি ডাঃ দাশে ক'লে—"বুজিছা ছন্দা, এজন অসহিষ্ণু ক্ষোভ লৈ থকা প্ৰতিহত মানুহৰ প্ৰিয়তমাৰ দৃষ্টিত আছিল উৰ্দ্ধমুখী, বঢ়াই ক'লে সূৰ্য্যমুখী অক্সি-এচিটাইলিন শিখা ; তোমাৰ চকুত কিহবাৰ উত্তপ্ত আয়োজন তাৰ পৰিবৰ্তে ; সি নিশিত হৈছে, তোমাৰ 'পজিটিভ' চিন্তাত, মিঠা আবেগত । যদি কওঁ ইউ আৰ কাউন্টিং দা ছিকেনচ্ বিফ'ৰ দে আৰ হেচ্ছেড্ ! কাৰণ অৰ্চনা-উন্মুক্ত, মোহিনীৰূপ, বিহবল যৌৱন (তোমাৰ), মই বন্দী, চাই আছোঁ (তোমাক) ।"

আমাৰ মনত অভূতপূৰ্ব কৌতুহল ?

বাইদেৱে উত্তৰ দিলেঃ "ডাঃ দাশৰ লগত, ছন্দাৰ বিয়াৰ বন্দোবস্ত কৰা হৈছে । মানুহজনক এতিয়াও বুজা নাই । • ভয় হয়, এই ভাবে থাকিলে ভৱিষ্যতে ছন্দাৰ সকলো স্বপ্ন খানবান হ'ব পাৰে ।" মোৰ মনত পৰিল চেখভোতো এজন চিকিৎসক আছিল, যাৰ সৰহভাগ সময় অতিবাহিত হৈছিল, সাহিত্য চিন্তাত । ডাঃ চেখভক আমি কিমান দূৰ বুজিছোঁ "তেওঁৰ ব্যক্তিগত ধাৰণা আৰু দৃষ্টিকে ভৱিষ্যতৰ পথ বুলি আনক প্ৰত্যয় নিয়াব খোজাটো বিপজ্জনক । দৃষ্টিৰ সমুখত আমি ক'ব পাৰোঁ এইটো খোং, সেইটো ঢেকীয়াপতীয়া বাঘ ; কিন্তু মানুহৰ পেটৰ ভিতৰত ইতিমধ্যে কি বিবৃতি ছপা হৈছে তাক জনা বৰ টান । সীমিত ধাৰণা আৰু চিন্তাৰ কেন্দ্ৰ মাজত আজি তাক অৱবোধ কৰা হৈছে আৰু স্ব-চাপ সহকাৰে কিবা প্ৰকল্প ব্যাখ্যাৰ আয়োজন চলিছে আৰু তাকে প্ৰমাণ কৰিব খুজিছে বুলি মানুহে তেওঁক ভৰ্ৎসনা কৰিছে । মানুহটো মাজে মাজে ভীষণ অস্থিৰ : কয়—'মোৰ বিশৃংখলাক কিহে আপতিত কৰাইছে, আয়না ক'ত, সি পৰম বিস্ময় হৈ পৰিছে নে নাই সি মোৰ আয়ত্তাধীন । সংগঠিত ভাবে মই মোৰ

বিশৃংখলা আঁতৰাইছো—হেনো তেওঁৰ অগ্ৰসৰমান মন-নিৰ্য্যাস।” (প্ৰতি-ক্ৰিয়াৰ অৱৰুদ্ধ শিবিৰত সঞ্চিত বিস্ফোৰণে এদিন মূৰ্ত্তৰূপ ধাৰণ কৰিব তাৰেই প্ৰকল্প ?)

ক্ষন্তেকলৈ ডাঃ দাশ আৰু ছন্দাৰ কথাই আমাক আকৃষ্ট কৰা নাই। বিশেষতঃ বাইদেউৰ তেতিয়াৰ সেই থ্ৰিলৰ পৰিবৰ্তে এতিয়াৰ বেলিক'জ অভিব্যক্তিয়ে আমাৰ মনৰ মাজত এটা আপোচৰ ভাব সুমাই দিছে।

পৰিবেশটো কিছু পৰিমানে গভীৰ হৈ পৰিছিল। মোৰ মনত ওলট-পালট ভাব ঢালি, মোৰ গভীৰ দৃষ্টিৰ আঘাতত বাইদেৱে হাঁহি দিলে অপ্ৰত্যাশিতভাবে—এইবাৰ ফুচ্কৈ। মোৰ বিশেষ এটা ভঙ্গীমাত তেওঁৰ হাঁহি উঠিস হ'ব পায়। সমুখ সমৰ। এই হাঁহিমুখ থাকোঁতেই অৰ্জুনৰ এপাত কাঁড়, লক্ষ্যভেদি পাৰ হোৱাতো বাঞ্চনীয়; কিন্তু বাইদেউৰ অবি-চ্ছিন্নপ্ৰয়াসী আৰু অনুচ্ছাবিত, ইঙ্গিতময়ী হাঁহিয়ে মোৰ সকলো চুৰ্চুৰীয়া চিন্তাকে পানী কৰিলে।

অথচ চেখভ্ আহিল।

আমি আমাৰ লক্ষ্যত অৱস্থান কৰিলোঁ।

“গল্প ?” সমগ্ৰ উৎকণ্ঠিত জিজ্ঞাসা বাইদেউৰ কপালৰ সংকুচিত ৰেখা কেইডালতেই থূপ খালে।

“ক'ব খুজিছোঁ,”—মই কলোঁ—“একঘেঁয়া অৱস্থা এটা ভাঙি তাৰ ঠাইতে নতুন কিবা এটা যিয়ে দিব পাৰে, তাক আদৰণি জনাওঁ, সেইবাবেই তোমাৰ ভাল লাগিব লাগে। উদাহৰণ স্বৰূপে ধৰা, বাচখন আহি আছিল; মাজবাটতে ঝৰ্ঝৰ্কৈ বৰষুণ আহিল। খুব 'হেভিগনী'; প্ৰচণ্ড তাৰ ত্বৰণযুক্ত গতি। সমুখৰ জৰাজীৰ্ণ (মুকলি প্ৰায়) খাৰেদি, দুৱাৰখনৰ অনু-পস্থিতিৰ সুযোগ লৈ, এচাৰকণিবোৰে আক্ৰমণ কৰিছে। ফ্ৰন্ট চিটত বহা এজনী গাভৰু ছোৱালী আৰু খুব সম্ভৱ তাইৰ মাকৰ গাত বৰষুণৰ কণিকা-বোৰ আহি সিহঁতৰ আক্ৰমণ বাধাহীন কৰিব খুজিছে। সিহঁতৰ প্ৰতাপত দগ্ধ হাঁহাকাৰ চলিছে। দুয়োৰে লক্ষ্মীশ্ৰী অস্থিৰ, কম্পিত, অতীষ্ঠ। বৰষুণ, দৈনন্দিন জীৱন যাত্ৰাৰ উপকৰণ। 'প্ৰতিবেশীৰ'—শুভাৰ্থী হোৱাৰ কোনো সহাঁৰি নাই—সুবিধাবাদ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ, আনফালে দুয়ো বিবেকৰ তাগিদাত পৰিছে; কিন্তু অক্ষমতাৰ উপহাস! বাচত ভিৰতো লাগিছিল। সময় সাত বাজি পোন্ধৰ মিনিট; সন্ধিয়াপৰ।, বাৰ শুক্ৰবাৰ,

এঁগ্ৰলমাহ। দুৱাৰমুখত হেঁচা-টেপা খাই মানুহ আছিল। এই গাভৰু ছোৱালীজনীৰ অসহায় স্তনযুগলে, আধাৰ নাপাই, কাৰোবাৰ আশ্ৰয় স্থলত পৰিণত (মাঁজিত ইঙ্গিত)—এই প্ৰসঙ্গতে কোনোবাই কোৱা শুনিলোঁ—'যদি চৰাই হলোঁহেঁতেন · ।' (কবি হীৰেন ভট্টাচাৰ্য্যৰ গীত), সবুজ ধাৰণাত; 'যদি ৰবৰুণ হলোঁহেঁতেন'। এঁতিয়া মই যদি চেখভ হলোঁহেঁতেন নাইবা চেখভ তোমাৰ মন প্ৰাণত আচ্ছন্ন হোৱা হেঁতেন, 'গল্পই' তোমাক কোনো আশ্চৰ্য্য নিদিলেহেঁতেন।"

পাৰ্থসাৰথিয়ে অতিসচেতন ভাবে যোগ দিলে—"চেখভ গল্পৰ 'আন-ডিচ্‌পিউটেড' মাষ্টাৰ। কি 'হৃদয়স্পৰ্শী' গল্প লিখিছিল! যেনে, যিটো গল্প লৈ আমি আহিছোঁ, তাত হৃদয়ৰ নমুনা চাওকঃ মানুহটোৱে উচ্চপদস্থ বিষয়াৰ গাত হাঁচি মাৰিলে; তেওঁ একো নাভাবিলে, অথচ মানুহটোৱে হোৱা ভাৱত বহুত চিন্তা কৰি অজ্ঞাতেই, এক হৃদয় ঘটিত সমাপ্তিৰ ফালে আগবাঢ়িছে—। কি ব্যঞ্জনা! আমি ফিউজ। কৰ্ত্তাৰ প্ৰতি আশ্চৰ্য্যত আমি অভিভূত। আমাৰ ব্যথিত কণ্ঠত কথা শেষ।"

মূল বক্তব্যটো উহ্য নেথাকিল।

"ৰাইদেউৰ ঘৰলৈ অহা আগৰ দিন দুটা মনত আছে? সেই দুদিন মাত লগাবলৈ পাহৰিছোঁ যাবৰ পৰত। তুমি ভাবিছা, মই ৰব আত্মকেন্দ্ৰিক, মতগৰ্ব্বী। বোধকৰোঁ নাজানা আজিও মাত লগাই যাব নোৱাৰিলে ভাবিমগৈ মই ৰব আত্মস্থ, অহংকাৰী। তাকে সংশোধন কৰিবলৈ আহিম আকৌ এদিন; কোনে জানে, আন এদিন তোমাৰ বেলিক'জ অভিব্যক্তিৰ হুংকাৰ শুনি স্তব্ধ হৈ যাম চিৰ দিনৰ বাবে।"

উক্ত মৰ্ম্ম পাৰ্থৰ।

মুক্ত আগ্ৰহৰ পূৰ্ণতাত, পাৰ্থ আৰু পাৰ্থসাৰথি, আমি এইবাৰ স্বৰ্ণ ৰাইদেউৰ ওপৰত দৃষ্টি প্ৰত্যক্ষ কৰিব খুজিলোঁ। ৰাইদেউৰ অভিব্যক্তিৰ পৰিমাণ জুখিবলৈ দুয়ো প্ৰগম্ভতাৰ জ্যোতি স্বমুখমণ্ডলত বিয়পালোঁ। এই এক নিবিড় সম্পৰ্ক, এই এক অন্বেষণ আয়ত্তাধীন! বিস্তৃত নীলা আকাশৰ পৱিত্ৰতা, হিংস্ৰ বজ্ৰপাতৰ বিপৰীতে শুকুলা মেঘৰ উদাৰতা; অনুভূতিৰ তীব্ৰতা, আবেগৰ চকংকাৰ, ৰাশি, ৰাশি মেঘ আশা-ধ্বনিৰে গতি লৈছে। আমাৰ সজীৱ উপলব্ধিৰ ৰূমমল সৌন্দৰ্য্যত আত্মহাৰা ৰাইদেউ স্থিত প্ৰজ্ঞ। নিভৃত অৰণ্যত নৈশব্দৰ কি প্ৰশান্তি, কেঠাৰ চোপাশে তাৰ অনুমোদন;

মৃদ্ মৃদ্ বতাহ বলিছে ; পাৰ্থ আৰু পাৰ্থসাৰথিৰ ঘামৰোৱে নিতাল মাৰি নিসৰ্গতাত আপচু হোৱাৰ ভয়ত, কাপোৰৰ আঁৰত কোনিবা লুকাই পৰিছে। বাইদেউৰ প্ৰত্যয় আৰু অভিভূত দৃষ্টিয়ে হাঁহিৰ খুজিছে, অথচ হাঁহিৰ পৰা নাই। "মই সব বুজিছো সোণ। তোমালোক একেবাৰে অ'কণা হৈ আছা। ইমান সাধাৰণ কথা এটাক লৈ ইমান আশংকা!" ইয়াৰ অৰ্থ ? বাইদেউৰ বন্ধ মুখৰ পৰা ওলোৱা কণ্ঠস্বৰত মই যেন হাউলি পৰিছো ; ক্ষন্তেকতে মই যেন আশংকিত হৈ উঠিম ! ততালিকে মই সম্মোহন বিপৰীতে, সিদ্ধান্ত ললোঁ স্বৰ্ণ বাইদেউৰ প্ৰকৃততে এই সঙ্গ লাভত সুবিধাই সৰহ।

কাৰণ, দিনৰ দিনটো এনেয়ে থাকি তেওঁৰ ভাগৰ লাগে।

আমাৰ দুবৰ্বাৰ আকৰ্ষণৰ ভিত্তি স্বৰ্ণ বাইদেউৰ অতুলনীয় যৌৱন-সম্ভাৰ। তেওঁৰ সৌন্দৰ্য্যৰ এধানি দয়া। আমাৰ মনৰ খুদুৱনি, আমাৰ মনৰ ঈপ্সিত আকাংখ্যা, বাসনা। আমাৰ নিৰ্বাচন আমাৰ কৰ্মৰ প্ৰকাশ। কিন্তু ডাঃ দাশে আমাক আৰ্মনি দিছে। সেয়ে বাইদেৱে ভালপোৱ নাই।

ঠিক সেই সূত্ৰতে, মোৰ মম'টো স্বৰ্ণ বাইদেৱে উপলব্ধি কৰাৰ আগেয়েই আমাৰ 'ৰিচিভাৰে' শক্তিশালী 'ফ্ৰীকোয়েনছী'ত আঘাত পালে, ক্ষিপ্ৰতাৰ স্পষ্ট কাৰ্য্যকাৰিতাত 'কংক্ৰীট' প্ৰমাণ, যেন তেনে বিশেষ 'ফ্ৰীকো-য়েন্‌ছীৰ' বাবে আমি অধিক সক্ৰিয়।

কথাত 'চুপাৰইম্পজ' হৈ খোজৰ 'ক্ৰেপ'বোৰ আমাৰ দিশত ধাৱমান যেন অনুভৱ কৰিছোঁ ; পিচত নিশ্চিত হৈছোঁ।

ডাঃ দাশৰ 'পুৰুষ' কণ্ঠত এটা অৱৰুদ্ধ কয়দীয়ে যেন আটাহ পাৰিছে। কাৰাৰুদ্ধ সৃষ্টিক প্ৰশ্ৰয় দিব পৰাতো তেওঁৰ তেজত নহ'ল।

আনফালে, আমাৰ দ্বাৰা উপেক্ষিত, আমাৰ গল্পৰ ওপৰত, বাইদেউৰ 'অস্পষ্ট' উত্তৰৰ ব্যাভংগিত শব্দই শূন্য নীৰৱতাৰ মেলা ভৰিছে ; কিন্তু বাইদেউ দুঃসময়ত হাৰিল। ডাঃ দাশে জয়লাভত উৎফুল্লিত কণ্ঠেৰে কিবা কৈছে। ৰোগীৰ লগত সাৰাদিন ব্যস্ত থকা মানুহৰ মুখত এই কম্পন অস্থিৰতা, স্বাভাৱিক দ্বন্দ্ব তেনেই 'আচহুৱা'।

ডাঃ দাশে 'অৱসৰ'ৰ এটা সংজ্ঞা দিব খুজি ব্যঙ্গ কৰিলে "—অৱসৰ" হ'ল 'অসময়'ৰ সম্পৰ্কীয়। নিণ্ঠাক অপদস্থ কৰিবলৈ, ঈৰ্ষাপৰায়ণ হৈ, খিতিঙালি খাই ফুৰা, কিটিঙা, ফ'পলু, অ'ত ত'ত আৱতৰীয়া, ওজনহীন

কথাৰ মহলা মাৰি ফুৰা টুলুঙা মুক্তি কেইটাই (সিহঁতৰ শত্ৰুবোৰৰ। পৰচৰ্চ্চা কৰিবৰ বাবে যি অনিৰ্দিষ্ট পৰিমাণৰ সময় পায়, তাকে 'অৱসৰ' বোলে। যেন তেওঁ অনৰ্গলকৈ যাব: 'মোৰ শত্ৰুবোৰৰ ওপৰত দিনক দিনে মোৰ আক্ৰোশ বাঢ়িছে। সিহঁতৰ পাবত গজা কথা-কাণ্ড ফোঁচালি, হাঁহি-খিকিন্দালি, কুকুৰ-ধেমালি, অবাৰৰভাৱে অপ্ৰতিহতভাৱে চলি থকাটো অসহনীয়; ফটা মুখত টাপলি মৰা, মগজুৰ সন্তীয়া উৎকৰ্ষত আৱৰ্জনা-নীতি বিচলিত হওক। লোকলৈ শূলপোতা কাৰখানা, গেলা-গপ, পঁচাভেম, ফটুৱা মইবৰ ভাব সম্পদ, কুটকুটীয়া স্বভাৱ, পৰশ্ৰীকাতৰ অধ্যৱসায় দুৰ্গন্ধময় নৰ্দমাত পৰি কৰকৰাই নিঃশেষ হৈ যোৱাটো চাব জনা মানুহে চাব; এতেকে কি দৰকাৰ সিহঁতক লৈ মূৰ ঘামোৱাৰ। তথাচ নিষ্পাপ 'দুষ্কৃতি' খিনিক একক ৰূপত জিলিকাই তুলিবলৈ জানো সিহঁতৰ প্ৰয়োজন? সিহঁত বৰ্জনীয় হ'ব নোৱাৰে? সিহঁতৰ মাজলৈ স্বাধীনভাৱে আগবাঢ়ি যাম—!"

তেওঁৰ কণ্ঠ শেষ হোৱা নাই: "এই সময়তে, অতি স্পষ্টভাৱে, সুস্পষ্টভাৱে পৰ্দাৰ ফাঁকেদি ভাঁহি আহিছে তৰ্জন-গৰ্জনৰ সুৰ। সেই ভয়ানক উচ্চ আস্ফালন মিশ্ৰিত তৰ্জন-গৰ্জনৰ (শত্ৰুৰ) বিপৰীত দিশত শব্দ কম্পনৰ সুৰে সুৰে এটা ক্ষীণকায় পুৰুষ ক্ষীপ্ৰগতিত আগবাঢ়ে। খোজত, দৃষ্টিত, (চিন্তাত) শত্ৰুনাশ অৱশ্যম্ভাবী। শত্ৰু আস্ফালনবোৰৰ প্ৰতিধ্বনি চৌদিশে পৰিব্যাপ্ত হৈছে। পলকতে ক্ষীণ দুখন হাতত দুকুৰা জুই সি তৈয়াৰ কৰিছে, আৰু বোধকৰোঁ জুইলৈ সকলো মানুহ, জন্তু, দানৱেই ভয় কৰে, সেই বিকট শব্দৰ প্ৰস্থান। এক চুপচাপ প্ৰশান্তিত জুই নিৰ্বাপিত। ক্ৰিয়াৰ সুফল প্ৰতিক্ৰিয়া, যাৰ নিৰ্য্যাস নৱসৃষ্টি! আমাৰ চকুত দুৰ্বোধ্য (ইংগিতময়) বিস্ময়। আৰু পুৰুষদেহৰ লেৰেলা 'ক্লজআপ' দৃষ্টিগোচৰ। ধীৰে ধীৰে আলোছাঁয়াৰ খেলিমেলিৰপৰা সি মুকলি হৈছে; উদ্ভাসিত হৈছে; তাৰ পুষ্টিসাধন হৈছে। অপ্ৰত্যুৎপাত আশংকাজাত (আতংক), তীক্ষ্ণ শৰ বিদ্ধ (চোকা, অব্যৰ্থ কাঁড়), সিংহৰ আস্ফালন সদৃশ শব্দবোৰে (সংলাপবোৰে) চাৰিবেৰত খুন্দা মাৰিছে। আমনি পাবলৈ 'অৱসৰ' নাই। সেই পুৰুষকণ্ঠত নতুন সজীৱতাঃ 'একেবাৰে, জুইৰ দৰে গছৰ মুখ মেলি মোৰ শত্ৰুবোৰে মোক গিলি খাবলৈ বিচাৰিছে; মোৰ কেঁচা তপত তেজেৰে কণ্ঠৰ পিয়াহ দূৰ কৰিব খুজিছে; মোৰ মৰমত প্ৰবাহ—অত্যুৎসাহী প্ৰচাৰ মাধ্যমেৰে (মুক্ত)—একুৰা সৰ্বনাশী জুই

দপদপাই জ্বলিব লাগিছে, মোৰ অধীনত, শত্ৰুবোৰৰ আমন্ত্ৰণক্ৰমে ; সি এটা অদ্ভুত ভঙ্গী কৰিছে, এয়েই সেই বিশেষ অৱস্থা যেতিয়া, এদিন সিহঁত ওচৰ চাপিব, যুদ্ধ হ'ব তেতিয়া, কিছুমান মিঠা মৃত্যুৰ নাচ গান চলিব, তৰ্জ্জন-গৰ্জ্জন বন্ধ হ'ব বিস্ফোৰণ সমাপ্তিত। সকলো ভিন্ন কেন্দ্ৰাশ্ৰিত অস্থিৰতাক মই এটা সুস্থিৰ কেন্দ্ৰবিন্দুত থুপ খুৱাইছোঁ যাতে সিহঁতৰ পাপী মগজুবোৰ সিহঁতৰেই সময়ৰ অগ্ৰগতিত, জুইকুৰাত জাহ যায়। হেৰা শত্ৰুদল! বিকলাঙ্গ মন, হৃদয়ত আৰু কিমান দিন 'প্লাষ্টিক চাপ্ৰৰী'ৰ উত্তাৰন কৰিবা।' মোৰ কাণৰ পৰ্দাত নিজৰে এটা সংগীত বিচাৰি যাওঁতে, শব্দবোৰে ঘেৰঘেৰাইছে। বিকৃত শব্দৰ শ্ৰুতি গ্ৰহণ কৰিছে। ক্ৰমান্বয়ে সি অস্পষ্ট হৈছে ; কাৰণ মই বেছিকৈ নিজতে মগ্ন হৈছোঁ—'সিহঁত' মোৰ মগজুত সোমোৱা বাবে।"

স্বৰ্ণ বাইদেৱে থৰ লাগি কোঠাৰ ফালে চাইছে।

মই পৰিবেশটো আয়ত্তাধীন কৰিবৰ চেষ্টা কৰিছোঁ।

পাৰ্থসাৰথি তন্ময়।

ছন্দাই একো মাত দিয়া নাই। ভাবি-স্বামীৰ অন্তৰাত্মাত কিহৰ এই বিশৃংখলা হয়তো তাৰ কথাই চিন্তা কৰি একপ্ৰকাৰ তন্ময়।

ডাঃ দাশে অব্যাহতভাৱে যেন কৈ যাব—

"মোৰ নিজৰ মনৰ ভিতৰত—মই ঠিক ধৰিব পৰা নাই—'সি' কেনেভাৱে মোৰ মগজুত ক্ৰিয়া কৰিছে। শুই থকা কোষবোৰ প্ৰতিক্ৰিয়াত জাগি উঠিছে ; ঘৰ্ষণ উদ্ভূত উত্তাপে তাৰ ওপৰভাগত গোলাকাৰভাৱে সন্নিকট বায়ুমণ্ডল সংপৃক্ত কৰিছে ; বায়ু দূষিত কৰিছে নে নাই সি গুৰুত্ব দিবলগীয়া বিষয় হৈ পৰিছে। মই পৰীক্ষা কৰিছোঁ, অধিক সচেতনভাৱে মোৰ 'ছিৰিয়াচনেৰ্চিথিনি' কিমান বেছি কাৰ্য্যকৰী হ'ব পাৰে, তাক আয়ত্তলৈ আনিবলৈ যত্ন-প্ৰযত্ন আৰু নিশ্চিত প্ৰচেষ্টা চলাইছোঁ।

"গড়ৰ মাজত আৱদ্ধ কাৰাগাৰ মনৰ দ্ৰুত সঞ্চালনৰ বাবে সিহঁতে ক্ৰিয়াশীল কোষবোৰে, সৃষ্টিশীল গতিৰে আগবাঢ়িছে ; ভীতি, কিম্বা অনুগ্ৰহৰ বশবৰ্তী হ'ব নোখোজা 'মই'টোৱে বিশৃংখলা, 'কনফিউজন,' বিৰোধ, ঘূৰ্ণীবায়ু-বিবৰ্ত্ত নিক্ষেপনৰ অন্তত পুনৰ সংকল্পবদ্ধ হৈছে।

"কিন্তু পাংখাথনবৰ কিবা দোষ আছে। অবিশ্ৰান্ত বিদ্যুৎ প্ৰবাহ চালিত হৈছে। ত্ৰিশ চেকেণ্ডৰ অন্তৰে অন্তৰে সি এটা বিশেষ শব্দ

কৰিছে। অথচ ঘৈ যোৱা নাই; অপাস্ত দর্শোৱা নাই। 'চাৰ-ষ্টেচন'লৈ কোনো 'কমপ্লেইণ্ট' পঠোৱা হোৱা নাই। এটা দক্ষ, কৌশলী বিজুলি মিস্ত্ৰী লাগে; নহ'লে শব্দটো কৰ্কশ ৰূপান্তৰ হোৱাৰ কম দূৰত্বৰ আশংকা। সেই আশংকাৰ বিপৰীতে তাৰ তলত আমোদ লোৱা মুক্তিবোৰ। মন্ত্ৰমুগ্ধ 'সিহঁত' খবৰ নাইকিয়া হৈ পৰিছে; চকুত 'বিমুগ্ধ', 'চতুৰ' দৃষ্টি? এই আটাইবোৰ আৰম্ভ কৰি পৃথিৱী ঘূৰিছে। কিন্তু বিস্ফোৰণ হ'ব কেতিয়া?

"আৰু 'পৰ্দাৰ' 'মুভমেণ্ট'ৰ লগে লগে মোৰ দৃশ্যপটত (ওভয়তে) বাধা পৰিল। এই সকলোবোৰ চেৰ পেলাই আগবাঢ়িল 'মন্তব' বেইমান কণ্ঠস্বৰঃ 'হাঃ হাঃ। (অট্টহাস্য নিক্ষেপ কৰা হৈছে ৰায়তৰ ওপৰত) —'দুৰাত্মা! নিধক॥ (চমতা আৰু চাবুকৰ কোব) তোৰ ঘৰত জুই লগাই দিয়াম।' (চাবুৰক শব্দক নেওচি) ৰায়ত কণ্ঠস্বৰঃ 'নিৰ্বোধ! মুৰ্খ ৰাক্ষস!! চাবুকলৈ ভয় কৰিম!' হা হাঃ হাঃ, (অতি কৌশলেৰে সি 'বেইমান'ৰ ওপৰত জপিয়াই পৰিল; পালি পহৰীয়াবোৰে তৎপৰতাৰে মালিকক বচাবলৈ আগবাঢ়িল) —লগে লগে এন্ধাৰ সব ঢাকি ধৰিলে (বিজুলি) চাকিবোৰ নুমাই গ'ল??) আৰু মই চিঞৰি উঠিলোঁ— 'ভুল ভুল বিকৃত, বিকৃত'! এই বিৰোধৰ পৰিণতি অনিশ্চিত নহয়।' চাৰিওফালে হৈ-হাল্লা, কোহাল সদৃশ চিঞৰ-বাখৰ, উল্লাস ধ্বনিৰ কাষে কাষে আতংকিত স্বৰো শুনা গ'ল— বিকৃতি ঘটিছে।"

ডাঃ দাশে ক্ষন্তেক তভক মাৰিলে।

ছন্দাৰ কোনো সাৰসুৰ নাই।

স্বৰ্ণ বাইদেউ খুব বেচি অন্য মনস্ক হ'ল। পৰিবেশটো সেৰেকা হোৱাত আমি 'স্বৰ্ণালি এণ্ড হাজবেণ্ড প্ৰাইভেট লিমিটেডু'ৰ বাজ হলোঁ।

আমি কি ভাবি গৈছিলোঁ? চেখভৰ গল্প, সেই যে ৰাস্যাৰ বিখ্যাত গল্পকাৰজন? মনত পৰিছে? ওঁ পৰিছে। তেওঁৰ বহু গল্প পঢ়িছোঁ মই। আজিৰ পৰা এশ বছৰ মানৰ আগেয়ে তেওঁ জন্ম লৈছিল নহয় জানো? গল্পৰ শেষত কি মধুৰ ইঙ্গিত কৰে! আজিকালিৰ গল্পবোৰ যে, দুৰ্বোধ্য। বাৰু কোৱাচোন তেওঁৰ কোনটো গল্পৰ কথা কৈ আছোঁ? সেই যে ক্লাৰ্ক-জনে 'জেনেৰেল' ৰাজ্যালভৰ গাত হাঁচি মাৰিছিল বুজিলোঁ তেওঁ 'আণ্টত' মৰি থাকিল নহয় জানো? ওঁ! তেনেহলে কি কম আৰু বুলি [illegible]

পাৰ্থসাৰথি উঠিল। বাইদেউৰ পলক উজ্বুতিয়াই ময়ো উঠিলোঁ। বাইদেৱে সুধিলে "তোমালোক এতিয়া মেলালৈ যাবা ?" নিশ্চয়।

ধৰা যাওঁক বাইদেৱে জোৰ কৰিছিল। আমি নামানিলোঁ।

আজ ৰাস্তাত মই কিছু পৰিমাণে সহজ হলোঁ। বাইদেৱে কথাটো টংকাৰি চালে নে নাই সি পিচৰ বিষয়। প্ৰসঙ্গত বাইদেৱে ভাবি থোৱা হলে সহজ ভাবে কেতিয়াও কথা কব নোৱাৰে। বন্ধুৱে ক'লে — সহজভাৱে কথা পতা মানে কি ? মাজে মাজে আহি থাকিবা বুলি কিয় ক'লে ? ইত্যাদি ইত্যাদি। পুনশ্চ পাৰ্থসাৰথিৰেই মুখতঃ 'বাইদেউক আহিবৰ পৰত মাতষাৰ লগালিনে ?'

মাত বন্ধ হৈ যোৱা কথা ; এতেকে মোৰ, পাৰ্থৰ মাত বন্ধ হৈছিল।

আচলতে আমি বাটত কোনেও কাকো মতা নাই। আমাৰ জড়তা যেন আজি অবিস্মৰণীয়ভাবে ভাগিব ধৰিছে। কিছুমান কথা ভাবি চাবৰ, প্ৰতিবাদ কৰিবৰ অক্ষমতাই দোলা দিছে মনত। অৱৰুদ্ধ দৃষ্টিত, এই ধাৰণাই হয়তো সৰ্বশ্ৰেষ্ঠ। ●

# তোমাৰ উত্তপ্ত বাসনা

আকাংক্ষিতৰ আলিংগনত যাৰ বিলুপ্তি, নাম তাৰ চগা। সঁচাই সিহঁত অতিশয় ভাগ্যবান। সিহঁতে কামনা কৰে শিখাৰ বুকুত সিহঁতৰ মৃত্যু হওক। বনজুইৰ অতৃপ্ত উত্তাপ মানে বুজিছোঁ, মোৰ ভাল লগা এটা কবিতাৰ প্ৰাণৰ স্পন্দন; অৰ্থাৎ এই নিঃসংগতা ভাল লগা নাই, বৰং যন্ত্ৰনাময়। মায়াময় আবেশ, তাকো নেওচি আকৰ্ষণে টানিছে—তৃষ্ণাৰ মুক্তি, কবিতাৰ মুক্তি। ক্ৰমাৎ তেওঁৰ বিকৰ্ষণ, তৃপ্ত প্ৰতিশ্ৰুতিৰ ঔজ্জ্বল্যত তোমাৰ অতৃপ্ত এটি বাসনা—!

মই ভাবিছিলোঁ তোমাৰ মুক্তি কামনা এক নৈৰ্ব্যক্তিক উচ্চাকাংক্ষা। কিন্তু এতিয়া বুজিব খুজিছোঁ, হৃদয়ৰ অপূৰ্ণতা বিশেষজনৰ নামত তোমাৰ প্ৰেমৰ দুৰ্ব্বলতা। মই ভাবিছিলোঁ, তোমাৰ উন্নত চয়হি তোমাক জনতাৰ মাজলৈ টানি নিব,—নিঃসংগতা তোমাৰ দূৰ হ'ব।

মোৰ আজি ভাল লগা নাই। বিশ্বাস ভংগৰ চঞ্চলতাই দোলা দিছে মনত, প্ৰতিহত আবেগত। তোমাৰ মনত—"মনলৈ আহে ভাহি, কত বিষণ্ণ ভাবনা, এন্ধাৰ সাৰাটি যেতিয়া সন্ধ্যা নামে, ছায়া শৰীৰিনী মূৰ্তি তোমাৰ মোৰ দুচকুত ভাহে, বাংময়ী হৈ দেখিছোঁ যেনেকৈ আগে।" "আকাশৰ বুকুৰেদি উৰি যায়, জাক পাতি এটি দুটি বহুতো বিহংগ, নিদ্ৰিত শয্যাত মই, পৰি ৰওঁ অকলেই, মই হায় কিমান নিঃসংগ॥" তোমাৰ প্ৰতিশ্ৰুত আত্মাৰ সহাঁৰিত, অৰ্দ্ধচ্ছেদ মিলনৰ ৰঙীন দিনত তুমি যেতিয়া তোমাৰ কবিতাৰ ফুলনিত ফুল চিঙিবলৈ গৈছিলা, হয়তো তুমি গুণগুণাইছিলা—"আহিছিলোঁ ফুল তুলিবলৈ, বসন্তৰ সেউজী পথাৰত, মুগ্ধ হৈ পথাৰৰ ৰূপ-সৌন্দৰ্যত, কটালোঁ তাতেই সমগ্ৰ ৰজনী, টোপনিৰ মধুৰ কোলাত"; পূৰ্ব্বতঃ "তোমাৰ ঘৰলৈ গৈছিলোঁ বান্ধৱীক বিচাৰি, পৰ্দ্দা ঠেলি দেখো, তুমি কিবা ছবি আঁকিছা। অবাক বিস্ময়ত (তুমি) ভুলকৈয়ে তুমি, তোমাৰ মনৰ

পুৰুষ দেউৰ চকুত, আঁকি দিলা এটা হৰিণী চাৱনি।" ভেবা লাগি চোৱা হৰিণীৰ চকুত পুৰুষসুলভ দৃঢ়তা নেদেখি, মধুৰ সময়ত তুমি বুজিছিলা, তুমি অন্যমনস্ক হৈছা। এই অন্যমনস্কতাৰ, গোপন, প্ৰচ্ছন্ন একাগ্ৰতাৰ নাম ভাল পোৱা। এই ভালপোৱা কিয় জাগে? "এই প্ৰেমৰ নাই পৰিচয়, এই দুখে হিয়া কৰে চুৰ্ণ, আন্ধাৰত অৰণ্যৰ ফুল, কিয় ৰাক হৈ উঠে পূৰ্ণ।" দুৰ্দশাৰ দুৰ্ভগীয়া কান্দোনৰ মাজতো ক্ষীণ আশাই কেতিয়াবা তোমাক উদ্বাউল কৰে। সেই একেই জৈৱিক সমৰ্পণ তোমাৰ, "বননিৰে ভৰা সেই পৰ্বতৰ শিখৰৰ, ওপৰত, বহু ওপৰত, ভোমোৰাৰ মধু গুঞ্জন, আহে যেন আকাশৰ পৰা। সপোনৰ মিলন, দুখ বেদনাৰে, সাৰ পাই চমকি উঠি, কিবা যেন বিচাৰোঁ, কাষত নাপাওঁ একোৰে।।" তোমাৰ সকল উপলব্ধিৰ কৈফিয়ৎঃ পাই হেৰুৱাৰ বেদনা, নোপোৱাৰ বেদনাতকৈ অধিক তীব্ৰতৰ, কাৰণ তুমি বিচাৰি পালা—প্ৰাণৰ আৰাধ্যদেৱ! কিন্তু তুমি বাসনাৰ সুৰলৈ তেওঁক নমাই আনিব পৰা নাই। মই বুজোঁ তোমাতকৈ তেওঁ ওপৰত, নহলে হয়তো তুমি গ্ৰাহ্যই নকৰা। তুমিতো জনা নাই, তোমাৰ মুক্তিৰ উৰ্দ্ধত স্থান মুক্তিৰ আকাঙ্ক্ষা দেখি তেওঁ জ্বলি উঠিছে। তুমি কেৱল চগা হৈ তাত জপিয়াব জনা নাই। প্ৰকৃতিৰ কোলাত প্ৰেমৰ ৰোমাঞ্চ মানি তুমি কবিতা পঢ়িছা—"নিৰ্জন নিৰলা শৈল নিলয়ত, শিশিৰ সিক্ত কত অলক্ষিত সেউজী সতেজ তৃণ, প্ৰাণৰ পৰিচয়, তেনেকৈয়ে বাঢ়ে প্ৰেম। দিনে দিনে অপৰিচিত (পৰিচিত) প্ৰাণৰ নিভৃতত।" "ভাবোঁ যদি এই দেহ মোৰ, ৰিক্ত ম্লান শীতৰ প্ৰান্তৰ, পাৰোঁ জানো পুহিব, আশা এটিবাৰ আকৌ এবাৰ বসন্ত উভতি অহাৰ যদিওবা মন পুৰি হৈছে উজাৰ।" সেইয়া পুনৰ তোমাৰ মায়াগ্ৰস্ত মনত ভ্ৰম জন্মিছেঃ "গ্ৰীষ্মৰ পাহাৰে পাহাৰে ভাহি যায় কুলিৰ সুৰ-সুমধুৰ, ভাব হয় প্ৰেমিক যেন আহিছে উভতি।" তোমাৰ বাবে তেওঁৰ প্ৰয়োজন ইমান বেছি যে তুমি সকলো সহিও তেওঁক জয় কৰাৰ কামনা কৰিবা "হে পদুমফুল, বোকা-পানীৰ মাজতো, হৃদয় তোমাৰ নিৰ্মল, তথাপিও ভুল হয় মোৰ, এক বিন্দু নিয়ৰ টোপাল এটি মুকুতা বুলি।"·

আৰু কিছুমান কবিতা আছে - যিবোৰ তুমি ভাল পাইছিলা "এজাক বৰষুণৰ অন্তত, মেঘৰ ওৰণি লৈ সূৰ্যই মেলে নয়ন,—পাহাৰৰ

ওপৰত উৰে এটি শুভ্ৰ বিহঙ্গ।" তোমাৰ প্ৰেমৰ প্ৰতিশ্ৰুতি "অতপৰে আহিলা প্ৰিয়তম, তোমালৈকে আছোঁ বাট চাই।" অৰ্থাৎ ব্যাকুল প্ৰতীক্ষাৰ অন্তত তুমি আহিলা; অভিমান জাগিছে মোৰ মনত, তুমি কৈছা,—বৰষুণে বাটত ভেটিলে, আৰু কৈছা, চোৰাছোন আমাৰ প্ৰেমৰ সঁচা প্ৰতিশ্ৰুতি, বৰষুণৰ মাজত। মৃত্যুৰ কথা, কৰুণ মৃত্যুৰ কথা, পুনশ্চ, তোমাৰ অসাৰ্থক জন্মৰ কথা, তুমি বাৰে বাৰে কৈছা, দুখ কৰিছা - কঠিন হিয়াৰ নিষ্পেষনতকৈ, তাৰ আঘাতত তিলতিলকৈ মৰাতকৈ পলকতে মৰাই শ্ৰেয়স্—তোমাৰ দৰ্শন। তুমি বাৰু ভাবিব খুজিবানেকি যে "জীৱনৰ দিগন্তত আজি যদি, মাৰ যায় জীৱনৰ বেলি, প্ৰাণৰ প্ৰতিশ্ৰুতি, স্মৃতি অথবা বিস্মৃতি সবেইতো মাগিব মেলানি।" এটা ভ্ৰম তোমাৰ মনত জাগিবই খোজে: "সেয়া কি সুদূৰ নিস্তব্ধ বননিত মৃদু মৰ্মৰ, পদধ্বনি কাৰ, প্ৰতিক্ষাত লেখোঁ মই, দণ্ড, পল, অনুপল অদেখা বধুৰ।" এই যে তোমাৰ প্ৰতিশ্ৰুত আত্মাৰ—সহাঁৰি, ভাবিছা তুমিহে!

মোক অশান্তিত কৰিবলগা এটা প্ৰতিভাৰ কৰুণ মৃত্যু দেখিলোঁ—কবিতাত। মাজনিশা প্ৰেমিকে দুৱাৰ ভাঙি প্ৰেমিকাৰ ঘৰত প্ৰবেশ কৰি ওঠ স্পৰ্শত চঞ্চল হৈছে। তেওঁৰ প্ৰেম আকাংক্ষিত আশাৰ জ্যোতি। তেওঁ কামনা কৰে জীৱন যৌৱন শেষ হওক এটা মিঠা আলিংগনত, সুখ সংগমত। জীৱন নিস্ফল প্ৰেমিকৰ কবিতা নহয়; এতিয়া জীৱন স্বপ্ন-বিলাসৰ প্ৰতি আশাৰ দৃষ্টি নহয়। তুমি যদি গোৱা—"বুল বুল চৰাই মোৰ মৰমৰ, এখন্তেক বৈ যোৱা, পাখি দুটি মেলি দিয়াৰ আগতে, দুৰ্ণিত দেখিছানে সোৰোৰ পাহাৰ ধ্বংস, তালৈকে নিয়া কঢ়িয়াই, মোৰ এটি মনৰ খবৰ, কবাগৈ সিহঁতক, পৃথিৱীত মোৰ বৰ ভাগৰ লাগিছে।" অদৃষ্টৰ ৰাজ্যত সহযাত্ৰীৰ দল অসহায়, ভয়াতুৰ, সোৰোপা। তুমি যদি গোৱা এনে গীত, তোমাৰ প্ৰাণৰ আৰাধ্যদেৱ—আঁতৰি যাব। তুমি শুনিব লাগিব গ্ৰেণ্ড কেনিয়নৰ গোলাপ পাপৰি পতনজনিত নিস্ফল তৰংগৰ ধ্বনি।

মই কামনা নকৰিছিলোঁ, 'মনাই' আৰু মোৰ মাজত প্ৰতিষ্ঠিত হওক বেওঁচনীয়া হৃদ্যতা; কিন্তু 'মনাই'ৰ পছন্দ মোৰ বোধগম্যতাৰ স্তৰত বিৰোধ জন্মোৱা ভাবাবেগ।

'মনায়ে' কোনোবা এটা থিয়েটাৰ হলত এখন নাটক চাইছে। তাৰ নায়িকাই পিতৃ-মাতৃৰ আগত দৃঢ়তাৰে প্ৰতিবাদ জনাইছে প্ৰচলিত সমাজ

ব্যৱস্থাৰ সংস্কাৰৰ ওপৰত তাইৰ আস্থা নাই। এই অনাস্থা ক'ৰপৰা কেনেকৈ আহি তাইৰ তেজত সঞ্চালিত হ'ল? দায়িত্ব আৰু কর্তৃত্বক বিগার্ড কৰি অহা পিতৃ-মাতৃয়ে আলোচনা কৰিছে; এই উদণ্ড, উত্তাপযুক্ত ডিক্লেয়াৰেশ্বন নিজৰ সন্তানৰ মগজুত কেনেকৈ সোমাবলৈ পালে? চৰিত্ৰৰ চিৰাচৰিত দিশত বিসংগতি প্ৰদৰ্শই নায়িকাই প্ৰমাণ কৰিব খুজিছে, এই যে চলি আছে প্ৰমূল্য সমূহ—সিহঁত এতিয়া বক্তব্যহীন। সাম্প্ৰতিক সমাজত মাথোঁ স্লোগান ফায়াৰ। বক্তব্যহীন বাস্তবতা কেতিয়াও সমাজৰ ক্ৰমবৰ্দ্ধমান গতিৰ লক্ষণ হ'ব নোৱাৰে। 'মনায়ে' কথাটো চাপট' কৰিছে আৰু সহানুভূতিশীল হৈ নায়িকাক ডিফেণ্ড কৰিছে। তাৰমানে তাই কলেজৰপৰা পলমকৈ অহাটোত এটা 'বিসংগতি' অথবা 'নষ্ট-লক্ষণ' পৰিলক্ষিত হোৱাত তাইৰ অভিভাবকে একো ভুল কৰা নাই হয়? ভেৰাৰখীয়াৰ যুক্তি,—ভেৰাৰ প্ৰতিপালনৰ প্ৰতি চোকা নজৰ।

জনা বুজা এজনী ছোৱালীয়ে, কলেজত পঢ়ি থকা ছোৱালী এজনীয়ে, বিশ্ববিদ্যালয়ত পঢ়ি থকা ছোৱালী এজনীয়ে, কেতিয়াও আবেগ সৰ্ব্বস্ব হৈ বা মোহগ্ৰস্ত হৈ এই দুঃসাহস নকৰে। সেয়ে 'মনাই' প্ৰবল ভাবে আকৰ্ষিত। তাৰো জীৱনত এনে এজনীৰ প্ৰয়োজন, এনে এটা সুন্দৰ দেহৰ প্ৰয়োজন, যি প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে বেনাৰ অব্ প্ৰটেষ্ট থাড়া কৰিব পাৰে।

মোৰ প্ৰতিবাদত 'মনাই' জ্বলি উঠিল। সি তাৰ জুইৰ ফিৰিঙতি উৰুৱালে। তথাপি, ভমক দেখিও মই দৃঢ়তাৰে কলোঁ.—চিৰাচৰিত প্ৰমূল্য সমূহৰ দুৰ্বলতা, দেউলীয়া অৱস্থা উপলব্ধি হলেও ব্যক্তিৰ চৰিত্ৰৰ দুৰ্বলতাৰ বাবে সি সৃষ্টিমূলক কামত প্ৰবৃত্ত হোৱাত বিফল হয়। মূল স্বৰূপ বুজি তাক এফলীয়া কৰিও দুৰ্বল চৰিত্ৰই একো সুস্থ বক্তব্য-প্ৰয়াস দেখুৱাব নোৱাৰে। যেনে:—এক প্ৰকাৰ এড্ভেঞ্চাৰসুলভতাৰ বাবে চঞ্চল, উশৃংখল আৰু উদণ্ড প্ৰকৃতিয়ে এই চলি থকা 'গতিশীল' মূল্যবোধ অতি ক্ৰম কৰিও বিপথগামী হয়। ফলত সমাজত প্ৰতিক্ৰিয়াশীল হতাশাৰ দুষিত বায়ু অহৰহ চালু হবলৈ ধৰে। একে ধৰণেৰে দুৰ্বল চৰিত্ৰৰ এশ্ধাৰে সমাজৰ এই কদাকাৰ ৰূপ দেখিও পিঠি দিয়ে বা আলংকাৰিক, দুৰ্বোধ্য ফুলজাৰি ব্যক্ত কৰিয়েই ক্ষান্ত থাকি পলায়নৰ মনোভাব প্ৰকট কৰে। এই পলায়নো কেতিয়াও সমাজৰ প্ৰগতিৰ বোৱতী ধাৰ ৰূপত সাব্যস্ত নহ'ব। এনে দুঃসময়তেই বিশেষ সুস্থ ব্যক্তিৰ মজ্জাগত হয় বিকৃত ৰুচিৰ স্বৰূপ, তাৰ

ক্ষয়কৰণ সেই ব্যক্তিৰ দৃষ্টিত পৰিস্ফুট হয়। এনেভাবেই পৰাধীন, স্বতন্ত্ৰ কনটেণ্টহীন বক্তব্যৰ অধিকাৰীবোৰে বহু সময়ত, এড্‌ভেঞ্চাৰ সুলভতাৰ কবলত পৰি পৰোক্ষে স্ব-টাৰগেটকে ডিফেণ্ড কৰে। এয়া আত্মকেন্দ্ৰিক সুবিধাবাদৰ মায়া।

'মনায়ে' প্ৰশ্ন কৰিলে—তাৰমানে তই কব খোজ নেকি যে মানুহ যিমান দিন দাসত্বত থাকিব সিমান দিনলৈ মানুহে স্বাধীন চিন্তাৰে মূৰ দাঙি উঠিব নোৱাৰে। আৰু এনে পৰাধীন চিন্তাই জন্ম দিয়া পৰিবৰ্ত্তন আকাঙ্খ্যাবোৰ প্ৰতিক্ৰিয়াশীল, আত্মকেন্দ্ৰিক আৰু সুবিধাবাদী?

মই কলোঁ তোৰ নায়িকাই এনেবোৰ কথা কেতিয়াও এড্‌মিট নকৰে। কৰিব সমালোচনাৰ নামত ব্যক্তিগত চৰিত্ৰহনন! দোষ খুচৰিব তোৰ নায়িকাই। স্বপ্নবিলাসীৰ নাম অসংখ্য। সেইবুলি প্ৰকৃত মুক্তিৰ নাম স্বপ্ন বিলাস হ'ব নোৱাৰে। 'মনাই' মনে মনে আছে। বোধকৰো তাৰ খং উঠিছে।

সঁচাই, মই কামনা কৰা নাছিলোঁ 'মনাই' আৰু মোৰ মাজত প্ৰতিষ্ঠিত হওক বেওঁচনীয়া হৃদ্যতা। 'মনাই'ৰ প্ৰতি নেতিবাচক ধাৰণা লোৱাটো মোৰ কাম্য নহয়।

তোমাৰ উত্তপ্ত বাসনা অনুভৱ কৰি মই সহাঁৰি জনাবলৈ কোন? অথচ মোৰ মনত পৰে বহুতো নায়িকা! বহু নায়িকাই মনৰ পৰ্দাত ভুমুকি মাৰে। তোমাৰ বাসনাৰ বিপৰীতে যেতিয়াই আন নায়িকা বিচাৰিব খুজিছোঁ, তেতিয়াই অপ্ৰত্যাশিত ভাবে মোৰ মনৰ মাজত খঙাল মানুহটো সাৰ পাই উঠিছে। এই যে 'মনাই'ৰ লগত মোৰ দ্বন্দ লাগিল, তাৰ শব্দতেই বোধকৰো সি সাৰ পালে। মোৰ মুখত উদাৰতাৰ অভিব্যক্তি লুপ্তপ্ৰায়। কাৰণ মোৰ মনৰ মাজৰ মানুহটোৱে মুখ মেলিছে: "কনীটোৰ ওপৰত 'মঞ্জুলা শইকীয়া'ৰ নাম লিখা আছে। বকু বকুকৈ পানী উতলিছে। কণীটোৱে অস্থিৰ ভাবে লৰা-ঢপৰা কৰিছে। অবিশ্ৰান্তভাৱে বিদ্যুত প্ৰবাহতো চালিত হৈছেই। পাত্ৰটোৰ পানীবোৰ ৰঙা হৈ গৈছে। 'মঞ্জুলা শইকীয়া'ৰ নামটোৰে এই ভায়লেণ্ট আৰু ফায়াৰছু আক্ৰমণত তিষ্ঠিব নোৱাৰি বখলা-বখলে এৰাই গৈছে আৰু সি মাইক্ৰ'ফাইণ্ড হৈ পানীৰ লগত ৰঙীণ মিলনৰ পূৰ্ণতা আনিছে। তাইৰ চকুৰ পানীৰ পৰিবৰ্ত্তে ৰঙা কেঁচা তেজ বাজ হৈছে। যেন তাই যন্ত্ৰণাত আৰ্ত্তস্বৰ বাজ কৰিছে। উতলি থকা পানীত ৰঙা ৰঙবোৰে ছটফটাই থকা দেখি ডট্‌পেনটোৱে মোলৈ ৰব

অসহায় ভাবে চাইছে; কাৰণ, তাৰেই কণীটোৰ ওপৰত 'মঞ্জুলা শইকীয়া'ৰ নাম লিখা হৈছিল। এটা সময়ত সম্পূৰ্ণৰূপে কণীটোৰ পৰা মঞ্জুলাৰ নামটো এৰাই গ'ল। এটা আহত হৃদয় কাৰ? মোৰ? মঞ্জুলাৰ বাৰে? বিজুলিৰ প্ৰবাহে তাপহে উৎপন্ন কৰিব জানে, হৃদয় কি বুজিব? মইতো তাইৰ নামটো মিহলি হৈ যোৱা পানীখিনি প্ৰোটিনৰ লগত মিশ্ৰণ কৰি পেটৰ গহ্বৰটোৰ ভিতৰলৈ সুমাই নিদিওঁ। পথ মুকলি যেতিয়া মন মেলিলেই কণীটোৰ ওপৰত মঞ্জুলা ইত্যাদিৰ নাম নিলিখি প্ৰমাণ কৰি দিব পাৰি যে এটা কণীৰ জোণ্ডা মূৰটোৰ ফালেও তাক এখন সমতলত প্ৰতিষ্ঠা কৰিব পাৰি। ●

এই গল্পত সন্নিবিষ্ট সক কবিতাৰ টুকুৰাবোৰ শ্ৰীমুস্তাফিজুৰ ৰহমান অনুদিত পুথি 'জাপানী কবিতা'ৰ পৰা লোৱা হৈছে।

# আয়না ভগাদি ভাগিছে

যোৱা বছৰ বিহুত কিনা ফ্ৰকটো মীনাৰ কাৰণে এতিয়া বহুত সৰু হৈছে; সৰু মানে সব ফালৰ পৰাই। আগতে দীঘলটোৰ এটা সুস্থ মাপ বাহিৰ হৈছিল। আঁঠুৰ গাঁঠিটোৰ আধা আঙুল ওপৰত। মাজৰ 'জইন'টো ঠিক ককালৰ অলপ ওপৰত পৰিছিল। ঘেৰটোও লিপিট খোৱাৰ পৰা আঁতৰি ফুৰিছিল। এতিয়া ছোৱালীজনী এবছৰতে বাঢ়ি যোৱাত গাতে লাগি ধৰা হ'ল। তাতে খৰাং বুকুত দুচপৰা 'মণ্ডহেও' ঠন্ ধৰি মোক খা, মোক খা কৰিবলৈ লৈছে। ফ্ৰকটোৱে পিঠিৰ ফালে টানি ধৰা যেন লাগে। ফ্ৰকটোৰ দীঘলটো যোৱা বছৰতকৈ চাৰি আঙুল চুটি হোৱা মানে তাই তিনি আঙুল ওখ হ'ল; তিনি আঙুলৰ আধামান শকত হ'ল। এতিয়া ফ্ৰকটোৰ দুই এঠাইত ফাটিবলৈকো লৈছে। স্বপ্ন-ব্যৰ্থতা আৰু আশাভংগৰ প্ৰতীকত ফ্ৰকৰ 'বহল' ছিদ্ৰ ফটা-কাণিলৈ টুটি যোৱাৰ ভয়ত লাজবোৰ বেজাৰত 'উথলি' উঠে; তাৰ ছবিখন মনৰ মাজত কেতিয়াবাৰ পৰাই মীনাই আঁকিবলৈ লয়।

হাতত দুটা বটল আৰু এটা জাপি লৈ তাই দোকানৰ ফালে গৈছিল। এটা বটল ডাঙৰ, এইটোৰ তুলনাত সৰুটো পাঁচ বছৰমানৰ সৰু হ'ব। এনে এক হিচাপত মীনা উপস্থিত হয়, যাৰ পৰা তাই ঠিক কৰি উলিয়াই যে তাইৰ এতিয়া মানে এটা সৰু ভায়েক থাকিব লাগিছিল, সিয়েই তাইৰ লগ হ'লহেতেঁন; তাইৰ সামান্য দুখ নিঃসৰণ হ'ল। ইতিমধ্যেই আহি তাই দোকান পালে। ঘৰত মাক-দেউতাকে বৈ থাকিব পায়; তেল নাই চাকি জ্বলাবলৈ; ইফালে মেঘবোৰেও যে ত্বৰিত গতিৰে পৃথিবীৰ ফালে চকু দিছে। তৰ্জ্জন-গৰ্জ্জনবোৰে দোকানৰ বেৰ কেইখনতেই নহয়, মীনাৰ বুকুৰ ওপৰতো খুন্দা মাৰিছে। বাওঁহাতেৰে জাপিটো লৈ তাই দোকানৰ চালিখনেৰে মেঘলৈ চালে।

সন্ধিয়াৰ মেঘ আৰু বৌছ ক'লা হৈছে।

কিন্তু 'ঘোঁৰা'ৰ (লৰাটোৰ জনপ্ৰিয় নাম) 'চাবুক'ৰ মাতত সাৰ পালে। 'ঘোঁৰা'ক দেখি তাইৰ বিবুধি হোৱাৰ দৰে যে লাগিব খাটাং। ইফালৰ পৰা 'সৰু দোকানী'ৰ (আনটো ল'ৰাৰ জনপ্ৰিয় নাম) 'আমন্ত্ৰণ'। তাৰো মীনাৰ ওপৰত চোকা নজৰ। ফ্ৰকটো চুটি হোৱাত তাৰ চকু দুটাত অপৰিসীম পিৰ পিৰণি সুলভ অতৃপ্তি। 'ঘোঁৰা'ৰ ঈৰ্ষাৰ 'কেৰিজমা-ব্যাপ্তি' দিশহাৰা। সেইবোৰে 'সৰু দোকানী'ৰ হিয়াত সুমাই কচালি উঠে। দুয়োটাই দুয়োটাকে চায়। মুখত হাঁহি থাকে; মুখত ফুটা কথাই পেটক ঠগে। অৰ্থাৎ দাঁত, জিভা, ওঁঠ ইত্যাদিৰে মুখৰ লগত নাড়ি-ভুঁৰু থকা গাতটোৰ সম্পৰ্ক টুটি যায়; জোখ মাখৰ দৃষ্টিত দুয়োটাৰে মাজত দগা-পাল্লাৰ 'ফেৰ'!

তেনেতে ঝড়ু ঝড়ু কৈ বৰষুণ জাকে 'ঘোঁৰা'ৰ মনত আৰু বেছি ব্যঞ্জনা সানিলে। 'সৰু দোকানীৰ' বিশ-বছৰীয়া যুৱক-মন হ'ল ইংগিত ময়। তাৰ লুতুৰা মনে অভিসাৰী হাঁহিৰ সোঁতত যৌৱনৰ পাৰ ভাঙিব খুজিলে; যেন ঠাৰেৰে চিয়াঁৰ কৰিব। তাতকৈ আঠ-ন বছৰৰ সৰু মীনাৰ বুকুখন বৰ লোভ লগাকৈ বাঢ়িছে। যেন ফ্ৰকটো ফাটিয়েই গৈ আছে। একবছৰ পাৰ হৈ আজি আৰু তিনিমাহ হ'ল। এটা কপাহী ফ্ৰকৰ বয়স কিমান? নাইলন, টেৰিলিনৰ ফ্ৰক পিন্ধিবলৈ বৰ মন যায় মীনাৰ। পিছে কঁপনিটোৱে সেইবোৰ হতাশাৰ ভাব নানিলে। মাক-বাপেকে বা এতিয়া কি কৰিছে, কি ভাবিছে?

এটা বটলত পঁশিছ পইচাৰ মিঠাতেল, আনটোত ২০ পইচাৰ কেৰাচিন, অলপ বেছিকৈ, মীনাই দেখাকৈ, কথা কৈ কৈ 'সৰু দোকানী'য়ে লগাই দিছে; স্বাৰ্থ মীনাৰ প্ৰতি সম্ভাৱৰ বিলাস, চক্ৰান্ত। ভাবিলেই যিবোৰে মীনাক কঁপাই যায়। 'সৰু দোকানীয়ে' মিঠাতেল অকণমান কিয় বেছিকৈ লগাই দিছে মীনাই বুজি পায়। তাই বুকুখনলৈ এবাৰ চায়, পিছৰ বাৰত ফ্ৰকটো অকণমান টানি লয়। চকুবো যে কি ভাষা! বুকুত পদুম কলি আৰু এসোপা সজীৱ বাসনা!

ইফালে বাহিৰত 'ঘোঁৰা'ৰ 'চাবুক-কণ্ঠস্বৰ'। মীনা সজাগ হৈ পুনৰ ঘূৰি আহে; যেন এটা নিৰাপত্তাৰ বাবে তাইৰ প্ৰতীক্ষা থকাতো বাঞ্ছনীয়। 'সৰু দোকানী'ৰ মুখখনে কদাকাৰ ৰূপত ধৰা দিয়ে মীনাৰ কঁপি থকা মনত। হাতৰ বটল দুটাও যেন কঁপি উঠিব। হয় সঁচা, কেৰাচিনখিনি বেছিকৈ কঁপিছে। তাইৰ দুয়োখন হাত ভৰ্ত্তি হৈ গলত 'সৰু দোকানীয়ে' 'মৰমতে' আহি জাপিটো পিন্ধাই দিব খুজি কাণে কাণে ক'লে—"এই মীনা, তই

'ঘোঁৱা'ৰ লগত নেযাবি। তই যদি ভয় কৰ তেনেহলে মইয়ে তোক ঘৰত থৈ আহিমগৈ।"

ওঠৰ বছৰীয়া ডেকা 'ঘোঁৱা'। ঘোঁৱাৰ চঞ্চলতা। তাৰ মীনাৰ প্ৰতি প্ৰভূত 'মৰম'। তাৰ সক্ৰিয় মনত ইয়াৰ প্ৰতিক্ৰিয়া ঠিক 'সৰু দোকানী'য়ে ভবাৰ বিপৰীতে হ'ল। সি কথাৰেই প্ৰায়, 'সৰু দোকানী'ক থাপ্‌মাৰি ধৰিলে। মীনাই এই ছেগতে আৰু বেচিকৈ ঘৃণাৰ পোহৰেৰে তাইৰ মুখমণ্ডল উজ্জ্বল কৰি পেলালে। বুজিব পাৰি 'সৰু দোকানী'য়ে 'ঘোঁৱা'ৰ লগত লাগি গ'ল।

বাহিৰত বৰষুণৰ গতি ত্বৰিত হৈ আছে; দপ্‌দেপনি তুলিয়ে আছে। তেনেস্থলত সিহঁতৰ তৰ্কাতৰ্কিবোৰ বাহিৰৰপৰা কথা পতাৰ দৰেহে লাগিব। লাহে লাহে 'ঘোঁৱা'ৰ নামত মীনাৰ নিৰাপত্তাৰ হিচাপটো আৰু বেচি শুদ্ধ যেন লাগিল; আৰু বেচি স্পষ্ট যেন লাগিল।

তৰ্কযুদ্ধত ঈৰ্ষাৰ ভূমিকাই বিকৃত মূৰ্ত্তি ধাৰণ কৰিব খুজিছিল। ঠিক সেইছোৱা সময়তেই মীনাই 'ঘোঁৱা'ক ডিফেণ্ড্ কৰিলে।

এতিয়া 'ঘোঁৱা'ৰ লগত ওভতি আহোঁতে, বিজুলিৰ প্ৰতাপত, তাতকৈ 'ঘোঁৱা'ৰ অনুৰোধৰ প্ৰতাপত হাৰমানি মীনাই বাটৰ কাষৰ সিহঁতে পঢ়ি যোৱা পাঠশালা স্কুল ঘৰটোত সোমাব লগা হ'ল। ঘোঁৱাই তাইৰ হাতৰ পৰা বটল দুটা নমাই থলে। তাই তাৰ কাষৰপৰা এৰাই যাব খুজিলে। পিচে পিচে 'ঘোঁৱা'ও আগবাঢ়িল। 'ঘোঁৱা'ৰ বহুদিনৰপৰাই অতৃপ্তি। মীনাই আপত্তি কৰিলে। অসহায় কান্দোন জানো আন্ধাৰত জিলিকিব? 'ঘোঁৱা'ই স্কুলৰ বাৰান্দাতে মীনাক বুকুত সাবটি ধৰিলে। দুখপাই মীনাই থুন থুনাই কান্দিলে। এইবাৰ 'ঘোঁৱা'ই তাইক দুই হাতেৰে দাঙি বন্ধ স্কুল-ঘৰটোৰ ভিতৰলৈ ভগা চকুটোৰেদি লৈ গ'ল আৰু মাটিৰ ওপৰত তাইক শুৱাই দিলে; 'অসুস্থ' 'ঘোঁৱা'ই জোৰ কৰি হ'লেও মীনাক সৈমান কৰাৰ সুস্থ সিদ্ধান্ত ললে।

কিন্তু ··· পিচ মুহূৰ্ত্ততে বাহিৰ বেৰ ফলা এটা শব্দই আহি 'ঘোঁৱা'ৰ কাণৰ পৰ্দাত খুন্দা মাৰিলে। সি লগে লগে জাপমাৰি থিয় হ'ল। 'ঘোঁৱা'ৰ মনত ভ্ৰমৰ সংশয়। বতাহৰ দৰে হো-হোৱাই যেন তাক কিহবাই খেদি আহিছে। বুকুখনেদি বেজ এখন চলা যেন পাই সি পোন চাতেই তৎপৰতাৰে ঘৰৰ বাজ হ'ল। মীনাই ধুমুহাৰ পূৰ্ব্বাভাস অনুমান কৰি আৰু বেচি

ভয় খালে। বিজুলিৰ চমকা সহাঁৰিত ইফালে 'ঘোঁৰাই' স্পষ্টকৈ দেখা পালে খুব খৰধৰকৈ 'মীনাৰ দেউতাক 'তাৰ ফালে' আহি আছে। প্ৰাণৰ মোহ এৰি 'ঘোঁৰাই' চুটি মেলি দিলে। আন্ধাৰত একো নিৰাপত্তাৰ সান্নিধ্য নেপাই মীনাই টেঁটু ফলা আৰ্তস্বৰ ব্যক্ত কৰিলে। ধুমুহাৰ নামত যেন চাৰিওফালে এক আতংকৰ ৰোল স্থৰিত হ'ল। 'মীনাৰ দেউতাক'ৰ মুখত আশংকাজনিত "কোন ঔ" শব্দ তৰংগই চৌদিশ পৰিব্যাপ্ত কৰিলে। যেন ক্ষন্তেকতে বৰষুণ এৰিল; স্কুলঘৰ মানুহেৰে ভৰি পৰিল। দেখা গ'ল মীনাৰ 'অজ্ঞান' দেহ পৰিত্ৰ ধৰিত্ৰীৰ দেহত পৰি আছে।

# গৌৰী

মৰমৰ

গৌৰী,

মৰম লবা। তোমাৰ চিঠিখন কালি পালোঁ। ভাল লাগিল। বৰ্তমান মোৰ ভাল। তোমাৰো মংগল কামনা কৰিলোঁ।

আজিৰ চিঠিত মই এটা বিশেষ কথা লিখিব খুজিছোঁ ঃ এনে এটা বিশেষ কথা, যিটো মই তোমাক কোনোদিন নকলোঁ। সেই বজাই তুহঁ খোৱা সাধুটোৰ দৰে বিশেষ গোপন কথাটোৱে মোক বহুদিনলৈকে আমনি কৰি আছিল। অৱশেষত উপাই নেপাই মই মোৰ গল্পকাৰটোৰ হতুৱাই এটা ট্ৰেজিক গল্প লিখাই মনৰ বান্ধ দুৱাৰ ভাঙিছিলোঁ। গল্পটো তুমি পঢ়িবলৈ নেপালা ; কাৰণ, গল্পটো মই সাধাৰণ পাঠকৰ আগত প্ৰকাশৰ বাবে লিখোৱা নাছিলোঁ। মোৰ গল্পকাৰে গল্পটো লিখিছিল মোৰ মনৰ পৰা অপ্ৰকাশৰ যান্ত্ৰনা আৰু বোজা পাতলাবলৈ। আজি দেশৰ জৰুৰী দিনতো আকস্মিক ভাৱে সেই অৱসৰ ওলাইছে ; অৰ্থাৎ গল্পটো মই বাংলা-দেশৰ মুক্তি সংগ্ৰামৰ বিজয়েৰে ভৰা দিনত লিখাইছিলোঁ। আজি যেন হঠাতে এক অধ্যায় সম্ভাৱনাপূৰ্ণ বংগবন্ধুৰ পতন ঘটিল। মই কিন্তু মোৰ স্বাভাৱিক বাসনা এটাক মৰিবলৈ দিব নোৱাৰোঁ। গল্প আকাৰেই তাক জীয়াই ৰখাৰ চেষ্টা চলাইছোঁ। গল্পটোৰ প্ৰথম পাঠিকা হ'ব লাগিব তুমি। এই উদ্দেশ্যেৰেই গল্পটো তোমাৰ বাবে পঠালোঁ। আজিলৈ অন্য কোনো কথা নিলিখোঁ। শেষত পুনৰ মৰম লবা। গল্পটোৰ প্ৰাপ্তিস্বীকাৰ কৰি উত্তৰ দিবা অনতিপলমে। ইতি।

তোমাৰ -

সুশান্ত

১৮/৮/৭৫

মোহচক্ৰত আপোনজগতৰ শ্বাস টানি গৌৰীয়ে একেবাৰেই বুজিব পৰা নাই—ফেণ্টাচী, স্বপ্নবিলাস তাইৰ সংগী হৈছে ? বাকপটুতাৰ মুখামি নে বুদ্ধিৰ ছলনাই তাইক বিবুদ্ধি কৰিছে ? এটা সংগোপন স্বাভাৱিক বিকাশ ? যুদ্ধৰ জৰুৰী দিনত যেন তাইক এক স্কোৱাড্ৰন চিমটা আঘাতে বেঢ়ি লৈ চেপিব লাগিছে ।

গৌৰী বোস য়ুনিভাৰ্চিটিৰ ছাত্ৰী । প্ৰশান্তৰ চুবুৰীয়া । সুশান্তৰ লগত বৰ্তমান গভীৰ বন্ধুত্ব । ছোৱালীজনী পলিটিকেলি খুব কনছাচ্ । বাজে ধান্দা কম । অৰ্থনৈতিক ভাবে পুৰুষৰ দাসত্বত থাকি নিজা সত্তাক অৱৰুদ্ধ বুলি ভাবিবলৈ অৱসৰ ওলোৱাৰ ভয়ত তাই এতিয়া অতি পৰিশ্ৰমী ছাত্ৰী ; ভৱিষ্যতে চাকৰি কৰিবই ।

তাই সুশান্তৰ কথা ভাবিলে, তাই মাজে মাজে লক্ষ্য কৰিছে, যেন আজন্ম উদাসীনতাই তাক বেঢ়ি ধৰি আছে । অথচ, স্থিতধীমত্তও : সেয়ে যেন গৌৰীৰ বাবে তাৰ পুৰুষত্ব প্ৰাণোচ্ছল এক চিত্তচমৎকাৰী বাণী । সুশান্তৰ সত্তাৰ লগত নিজা সত্তা এক কৰি গৌৰী বোস আত্মহাৰা হ'ল : তাইৰ মনপ্ৰাণত লগে লগে সুশান্তৰ ৰূপদৰ্শন আচ্ছন্ন হ'ল...... ।

সুশান্ত বৈ গৈছিল ।

গৌৰীয়ে প্ৰশ্ন কৰিছিল—'আৰু' ?

'আৰু কি ?'—সুশান্তই সুধিছিল ।

'তাৰ মানে তোমাৰ গল্প ইয়াতেই শেষ ?'

'ঠিক তেনে নহয় । কিন্তু তাক এই Confinement ৰ ভিতৰতে সজাম ।'

প্ৰশান্তৰ সন্মুখত এখন দুদিনমানৰ পুৰণি বাতৰি কাকত ।

গল্পৰ লিপিটো ভাঁজ লগাই সুশান্তই গৌৰীৰ মুখৰফালে চালে । আকৰ্ষণ নুই কৰিব নোৱাৰি । তাৰ চোকা দৃষ্টিৰ হেচাঁত তাইৰ মুখ-মণ্ডল উজ্জ্বল হৈ উঠিল । চকুদুটা বহলকৈ মেলি তাই সুশান্তলৈ চালে । যেন তাইৰ সলজ দুৰ্বলতা ধৰা পৰিল । অকনো আবুৰ নেৰাখি সুশান্তই খৰংখচ্ কৈ দিছিল—

'আৰু অলপ ধুনীয়া হোৱা হ'লে, নাইবা অসমীয়া ছোৱালী হোৱা হ'লে তোমাক বিয়াই কৰালোঁহেতেন ।'

হঠাৎ প্ৰশান্তই মূৰ তুলিছিল, কাণৰ পৰ্দা আৰু মগজুত সক্ৰিয়

আঘাত। পিচমুহূৰ্ত্তে পুনৰ খবৰ কাগজত মুখ গুজি 'হুঁ' 'হুঁ' কৰিছিল। সুশান্তই খাৰ্টৰ জেপৰ পৰা কমলটো উলিয়াই নাট বুকটো মেলি লৈছিল, আৰু তাৰ দৃষ্টি এখন পূৰ্ণ পাতত বৈ গৈছিল। লিখা আছিল—

"Immigration Laws – 'Practicability" : (1 U. S. A. - Most Indians express their desire to visit the U. S. A. and the main reason according to them is 'because the Americans are very practical in Solving problems.' Between 1960 to 1970 America accepted 34 Lakhs of people from all over the world. When an alien is given immigration status, the U S. government makes very certain that the alien will not be a burden to the American Tax payers and that he (the alien) will be able to earn his own living without replacing an American worker ."

গৌৰীয়ে গালত হাতেৰে ভেজা দি আকাশ চাইছিল। সুশান্তই যদি ভাবিছিল—পাবিলে সিহঁতৰ চাবৰ দৰে গৌৰীক বিয়া কৰাই সিয়ো বিদেশলৈ যাব নেকি ? আমেৰিকালৈ ?

"...(3) India - within the next thirty years, India's population with the present rate of growth will exceed that of China's. India is more than 3 times smaller than China Where will India accomodate its population ? Where will India put the extra 300 lakhs of Pakistanis in the year 2000 ? ..

"...তাৰ মানে, ৩০০ লাখ extra people মানে ১০ খন নতুনদিল্লী বা কলিকতা অতিৰিক্ত, ১৫০ খন গুৱাহাটী অতিৰিক্ত, ২০০ খন শিলং অতিৰিক্ত ?"

সুশান্তৰ চকুত প্ৰশ্নবোধক পোকৰ।

প্ৰশান্ত নিমগ্ন।

গৌৰীয়ে সহাঁৰি জনালে,— কিবা হ'ল নেকি ? নিজৰ প্ৰশ্নটো ভজা পেলাই সুশান্তই সুধিছিল—

'কি ভাবিছা ?'

'তোমাৰ গল্পটোৰ প্ৰথম শাৰীটো ।'

'বুজা নাই ? পোহৰ মই বৰ ভাল পাওঁ । ৰাতি মই ভাবনা-চিন্তা কৰোঁ—যেনে, চুইটিং ছিষ্টেম··· ইত্যাদি ইত্যাদি ।'

তাৰ পিচতেই (ইচ্ছা কৰিয়েই প্ৰসংগ সলনি কৰি) এক বেলেগ প্ৰস্তুতিৰে সুশান্তৰ সংশ্ৰৱৰ যথাযথত্ব প্ৰমাণিত হৈছিল—

'কেতিয়াৰ পেপাৰ সেইখন ?'

'সোঁতৰ তাৰিখৰ—' গৌৰীয়ে কৈছিল—'সোঁতৰ নবেম্বৰ ।'

'কি লিখিছে পেপাৰত ?'

'বৰ্ডাৰত গুলীয়াগুলি । মিজোপাহাৰত পাকিস্তানী ৰাজাকাৰৰ অনুপ্ৰবেশ ।'

'তাৰ মানে যুদ্ধ চলি আছে ।'

'আচল যুদ্ধলৈ আৰু বেছি দিন নাই ।' গৌৰীয়ে কৈছিল ।

'কিবা শুনিছা ।'

'মোৰ মনে কৈছে । ধৰ্ষণ শোষণ । শোষণৰ শেষ আশ্ৰয় মৃত্যু ।'

'বাজে কথা ।'

'তোমাৰ গল্পৰ শৰাইতো কৈছোঁ ।'

'সেইটো আবেগ, মায়া । দুখানুভূতিৰ তীব্ৰতা । দুখত মই উথলি উঠিছোঁ । এটা প্ৰেগমেটিক ভিউ দিয়া । লজিক দেখুওৱা । এটা দুৰ্বল মানুহৰ দৰে আবেগ সৰ্ব্বস্ব গল্প কৰিলেই নহ'ল । বাজে গল্প । তোমাৰ নিচিনা বঙালী ছোৱালীৰ ওপৰত অত্যাচাৰ চলিছে, তুমি কি কৰিছা, কি কৰিব পাৰিছা ?'

'কি কৰিবা পাৰোঁ ?'

'অৰ্থনীতি পঢ়িছা নহয়, যদি বাংলাদেশ মুক্ত হয় তালৈ যাবা ? তাত চাকৰি কৰিবা ? নাৰী জাতিক মুক্ত কৰিব পাৰিবা ঐতিহাসিক শোষণৰ পৰা ?'

'মোৰ মনে কৈছে, এই জেন'চাইডৰ ষ্টপ্‌নিউজ আহিবলৈ বেচি দিন নাই ।'

'বিখিউজীবোৰ খুব বেছি ফ্ৰাষ্টেটেড হৈ গৈছে । ত্ৰিপুৰাত আমাৰ মানুহ মৰিছে পাকিস্তানীৰ গুলীত । ২৫ মাৰ্চ্চ মনত আছে? আচ্ছা,

আজি যদি তুমি পূব পাকিস্তানত থাকিলাহেঁতেন তোমাকোতো পাকিস্তানী সৈন্যাই ৰেপ্ কৰিলেহেঁতেন...... ।'

গোৰীয়ে একো উত্তৰ দিয়া নাছিল। প্ৰসংগটো, বিশেষতঃ, খণ্ড-বাৰ্তালাপৰ বিৰতি পৰিছিল।

ভাব-নিষ্ঠাৰ প্ৰবাহটো ৰক্ষা কৰি ন'টবুকটো মেলি সুশান্তই বাস্তৱ বিমুখ বিপৰীতে অপূৰ্ব্ব কথন সংযোগেৰে পঢ়ি গৈছিল ঃ...(আবেগ বাহুল কণ্ঠ)...শোষিত দৰিদ্ৰ জনতাই অমানবীয় হেচাঁৰ পৰা মুক্তি বিচাৰিছে, ধ্বনি, আৱাজ তুলিছে। শোষক ৰাক্ষস সোপাই অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত হৈ শোষিত মুখৰ পৰা ওলোৱা আৱাজবোৰ বন্ধ কৰিবলৈ অমানুষিক নৰহত্যাত লিপ্ত হৈছে।... Two or three lakhs of women brutally raped... A large number of them now pragnant.. hundreds, may be thousands of Intellectuals massacred in the Pakistani Regime's programme of calculated genocide of Bangla people—অস্বাভাৱিক অথবা নোহোৱা নোপজা কথা নহয় যে এনে সৰ্বনাশী অপাৰেশ্বন আৰম্ভ কৰিলে, যিমানেই "ষ্টপ জেন'চাইড" ধ্বনি প্ৰতিবেশী ৰাষ্ট্ৰই নোতোলক লাগে, নাৰী ধৰ্ষণ হ'বই আৰু বুদ্ধিজীৱিৰ তপত তেজেৰে নৈ বৰই। ভিয়েৎনামত এতিয়া কি চলি আছে, আগতে কি চলি গ'ল তাৰ পৰ্য্যালোচনাই এইবোৰ কথাত বিশ্লেষণী দৃষ্টি আৰোপ কৰাত সহায় কৰিব যে ইতিহাসৰ পাতত এনে ক্ৰাইম চলিছেই। এই ক্ৰাইম কৰাৰ বাবে দায়ী পাষণ্ডহঁতৰ বৰ্বৰতাক শূলত দিবলৈ বিশ্বজনমত কেতিয়াকৈ এক গোট হ'ব ? আমি কি কৰিছোঁ ? নিৰ্জ্জীৱ পদাৰ্থৰ দৰে লৰা-চৰা কৰি ফুৰিছোঁ মাথোন। তৰল চিন্তাত সৰ্বাত্মক ধ্যান আৰোপিত কৰি আৰ্ত্তনাদ বাজ কৰিছোঁ এই সব কি হ'ব লাগিছে ? যেতিয়া শিয়ঁৰি উঠিব লাগে আমি শিয়ঁৰি উঠিছোঁ। মানুহৰ কেচাঁ তেজ খাবলৈ বিচৰা নায়কবোৰৰ বিৰুদ্ধে আমি জাত্তৰে খাই উঠিছোঁ। কিন্তু সবেই যেন ব্লেংক ফায়াৰ! আমি সব সোৰোপা!...... .

গোৰীৰ মাতত সুশান্ত থমকি ৰৈছিল—

'এনে এজনীতো ছোৱালী নাই যি সাহস কৰি কব পাৰে—চিকাৰ হোৱা নাইবা চিকাৰ কৰা—মোৰ কোনো আপত্তি নাই; কাৰণ মই তোমাক অন্তৰেৰে ভাল পাওঁ।'

'থাকিলে বিকৃতৰুচিৰ শত্ৰু সামাজিক ব্যক্তিৰ কথাই এইক্ষেত্ৰত বেচি মনত পৰিব। কাৰণ সাম্প্ৰতিক বহু হিচাপে সুবিধাবাদী বিকৃতৰুচি অৰ্থাৎ অসৎ অধ্যৱসায়ী মানুহৰ গতিবাদকেই বুজিব। এই গতিশীল চিন্তা ধাৰাই কেতিয়াও সুস্থ বক্তব্য দিব নোৱাৰে, পাতল আমোদ দিব পাৰিব।'

'আচলতে আমি সব্ প্ৰপাগেণ্ডিষ্ট। স্বতঃস্ফূৰ্ত চিন্তাক লিপিবদ্ধ কৰা আৰু মেজৰিটিৰ বাবে কৰা চিন্তাৰ ভাবসাম্য অটুট—এটা বিশ্লেষণ যোগ্য অৱস্থা। তাকে নকৰি জোৰা-তাপলি মাৰিলে কথাবোৰ চুলুং হ'ব, তৰাং হ'ব—Bold নহ'ব। হ'ব নিকৃষ্ট বিশেষ উদ্দেশ্য প্ৰণোদিত প্ৰফিছি। আমাৰ চিন্তাত Interruption চলিছে অহৰ্নিশে, তাত Contradictionৰ অভিজ্ঞ প্ৰজ্ঞা নাই ... ... ... ।'

বিশেষভাৱে সুশান্ত, প্ৰশান্ত আৰু গৌৰীক আসন্ন যুদ্ধৰ পৰত তৎপৰ দেখা গ'ল। The war is imminent। সিহঁতে ঠিক কৰিলে অসমৰ দৈনিক বাতৰি কেইখনৰপৰা Editorial কেইটাৰ বাহিৰে আন একো তাজা খবৰ নেপায়। এতেকে তাৰ চলিউশ্যন্ঃ 'The statesman' নাইবা 'The times of India'। সিহঁত তিনিওটা পানবজাৰৰ B N & Deyৰ তালৈ গ'ল। তেওঁলোকে প্ৰথমে সিহঁতক বিমুখ কৰিলে। Emergency —Paper ৰ খুব গুৰুত্ব আছে; সেই অনুপাতে যোগাব পৰা হোৱা নাই। অৱশ্যে এটা কাম কৰিব পৰা যায়। Paper আহি পোৱা মাত্ৰকে সিহঁতৰ যেই কোনো এজন যদি তাত থাড়া হ'ব পাৰে তেন্তে কথা নাই Paper পোৱাটো নিশ্চত। তেওঁলোকৰ আগ্ৰহতকৈ সুশান্ত, প্ৰশান্ত আৰু গৌৰীৰ জিজ্ঞাসা অধিক শক্তিশালী ৰূপত ঠিক হ'ল: B N & Dey কৰ্তৃপক্ষ সৌজন্য নহয়, আন্তৰিকতাৰ খাতিৰত বান্ধ খালে।

'The statesman' যোগাৰ হোৱাৰ পিছত আন এটা অসুবিধাই কছৰৎ আৰম্ভ কৰিব খুজিছিল দুপৰীয়া ক্লাছ খতি কৰি আহি Paper নিবলৈ অহাটো, জালুকবাৰীৰ পৰা বৰ অসুবিধা হ'ব। কিন্তু আগ্ৰহ আৰু জিজ্ঞাসা চুপাৰইম্পজ্‌ড হ'লে কথা নাই-- ভাগৰটো, অসুবিধাটো হিচাপত নধৰা ভগ্নাংশ।

প্ৰশান্তই আহি ক'লে—এখন ছুচিত্ৰাৱলী লাগে। Paper ত এনলাৰজ্‌ড্ ডিটেইলড্ মেপ দিয়া নেথাকিব; এতেকে জেগা বিচাৰোঁতে খুন্দুৰনি লৈ Diary প্ৰস্তুত হ'ব, এটা নিখুত হিচাপ কেতিয়াও বাহিৰ নহ'ব। লগতে New Wave, Main Stream, Illustrated weekly, Blitz ৰ Blitzkrieg

ও উপেক্ষা কৰা নেবাৰ,—উপেক্ষা কৰা নেবাৰ বহুতো বাঁওপন্থী সংবাদ পত্ৰ।

আৰম্ভ হ'ল পাক-ডিপ্লমেটিক্ ইলনেছ্! ডিপ্লমেটিক অফেন্সিভ্ দুৰ্দ্দান্ত গতিত আগবাঢ়িল।

পঁশিছ মাৰ্চ্চৰ নিশাৰ পৰাই শুৰু হৈছে। সুশান্তৰ মনত সেই দিনাই কিবা এটা অস্থিৰতাই বাহৰা পাইছে। স্কোৱাড্ৰনে স্কোৱাড্ৰনে চিন্তাই মগজু জৰ্জৰ কৰি তুলিছে। ৪০০ পেট্ৰন, ২০০ ছাফী, ক্ৰুইজাৰ, ডেষ্ট্ৰয়াৰ ইফালে সিফালে ঘূৰাঘূৰি কৰিছে, লকহিড্ বনাম মিৰেজ—অসম্ভৱ! মিৰেজ বনাম মিগ্-২৩, এটা মেচ্ হ'ব পাৰে। অস্থিৰতাটোৱে মাজে মাজে হেলিকপ্টাৰ উৰাদি উৰি ফুৰিছে। 'বহুতৰে ভ্ৰান্ত ধাৰণা'—কি জ্বাণ্ডাৰ কৰিছে! 'মিতিৰালি'— আমুৰাই যায়। 'বৃহৎশক্তি'- পুঁজিবাদ অধ্যুষিত জাতীয়তাবাদৰ কবলত এক মূলনীতিৰ লগত কোনো মিল ৰখা হোৱা নাই। 'নৰহত্যাৰ তাণ্ডৱ নৃত্য'—সংকট। 'জাৰ্ণেলিজম' - জাৰ্ণোলিষ্ট, সাংবাদিকৰ এটা পবিত্ৰ কৰ্ত্তব্য নুই কৰিব নোৱাৰি। সুশান্তৰ মনটো উৰি গ'ল- এটা জাৰ্ণেলিষ্ট হোৱাৰ স্বপ্ন! 'আন্তৰ্জাতিক'—নীতি চক্ৰৰ এটা বহুব্যৱহৃত শব্দ। 'ভাবুকি' সীমান্তত Mobilization of troops। চাৰ্চিল—চক্ৰান্তৰ নায়ক। মাউণ্টবেটেন, ষ্টেফৰ্ড ক্ৰিপছ্ কুমন্ত্ৰণাত অভ্যস্ত ব্যক্তি? 'শান্তি'—পশ্চিম জাৰ্মানীৰ চেন্সেলৰ উইলি ব্ৰাণ্ট। মনত পৰিছে নেহৰু, কৃষ্ণমেনন, Chester Bowles, থিয়ডৰ ৰুছভেল্ট, কেনেডী, প্ৰেচিডেণ্ট Eisenhower ৰ Socrefary of States—Mr. Dulles ... আৰু দুৰ্দ্ধৰ্ষ সংগ্ৰামৰ নায়ক মাও চে টুং, লেনিন

সি গোৰ্কীক কৈছিল—

• "অকস্মাতে মই শুনা পাইছিলোঁ খবৰটো ঢপ্‌ঢপ্ ঢাপ্‌ঢাপ্ পদধ্বনি অতিশয় সক্ৰিয়ভাৱে তৎপৰ হৈ উঠিছিল। উত্তেজিত যুৱক মন উন্মত্ততাৰ প্ৰত্যাখ্যান ৰূপত জুই হৈছিল। জুই একুৰা-দুকুৰাকৈ ক্ৰমাৎ বৃদ্ধি পাইছিল, ঝলকে ঝলকে কেচা তেজ শৰীৰৰ ভিতৰত উতলিছে। এটা কাফ্ৰি জাতীয়তাবাদৰ প্ৰেৰণাত সবল মনো দুৰ্দ্ধৰ্ষ হ'ব পাৰে। নিঃসম্বল যেন, নিৰস্ত্ৰৰ বিপৰীতে ভয়ানক চেলেঞ্জৰ মূৰ্ত্তমান ফিৰিঙ্গতি বৃহদাকাৰ এটা জ্বলন্ত অগ্নিকুণ্ড হোৱাৰ উপক্ৰম। এটা ৰঙা শিখা সম্বলিত ছিগাৰেটৰ টুকুৰা ছিটিকি পৰিছিল। পিচে পিচে এজাক ধোঁৱাই লৰৰ ধৰিছিল। স্তম্ভিত, বিনিদ্ৰ

ৰাতি তেঁওলোক কেইই প্ৰহৰ? বিৰক্তি, অস্বস্তি আৰু ধৈৰ্য্যৰ ওপৰত এটা অন্ধ অন্যমনস্কতাই 'বাই ডি টাচ' চেনাইটিভ্ প্ৰমাণিত কৰিছিল। কাশি টিউব লাইটৰ পোহৰত এক বিগ্ৰেড উন্মত্ত ইংলেণ্ডৰ ইমিনেণ্ট ক্লিটজ্ ক্ৰিপাৰ পাইচাবি কৰিছিল: True Grit! কাৰোবাৰ মনতো খেলাইছিল – ৰাজাকাৰ্চ মুজাহিদ, আনচাৰ্চ, পাক অকুপাইড্ কাশ্মীৰ। যোতিয়া কৃত্ৰিম, বক্তব্যহীন চিৰাচৰিত গপ উন্ধৃত হ'ব ধৰিছিল, দুঃসময়, অসময়ৰ কল-কব্জা অপৰিচিত অনুভৱ কৰাতো বিশেষতঃ একো ভাবিবলগীয়া নাই। অতএব খাটাং-খুটুং ঢপ্-ঢাপ, পেনেল প্লাচত দণ্ডাঘাত লাগি চূৰ্ণীকৃত হৈছিল। তাৰ ফাঁকে ফাঁকে ভাঁহি আহিছিল আতংকৰ ৰোল, অসহায় কান্দোন, ভীতিজাত দুৰ্দশাৰ 'আমাঘ বাণী', এক ক্ষয়িষ্ণু চেহেৰাত ঔজ্জ্বল্যৰ সৃষ্টি। প্ৰসাৰিত ঘাম্ভণোবোৰে সামান্য পোহৰৰ আভাসৰ মাজে মাজে আৰ্ত্তস্বৰ বাজ কৰি পলাইছিল। পিচে পিচে সিহঁতৰ দুৰন্ত। ভিজা ঘাঁহৰ ওপৰেদি নিষ্ঠুৰ পদাঘাত পাৰ হোৱাত প্ৰকৃতিৰ অটল পাহাৰ কেইটাই ভয়ত পেপুৱা লাগিছিল। ৰক্তৰ ৰং ৰঙা নে বগা—এই হুংকাৰে যি এক বেলিক'জ মূৰ্ত্তি ধাৰণ কৰি ক্ৰম-বৰ্দ্ধমান ৰূপত উদ্ভাসিত কৰিছিল, বিতৰ্কিত হ'বৰ অৱকাশ নাই; যেন এটা নিৰ্দ্দিষ্ট টাৰগেট আয়ত্ত কৰিবৰ হেতু নেশাছন্ন সিহঁতে ছুটি মেলিছে: এই সবুজ স্বপ্ন হাৰিব নিদিবি, হাৰিব নিদিবি—শব্দ তৰংগ ঠেকা খাইছিল আৰ. চি. চি, ঘৰবোৰৰ কংক্ৰীট শ্লেবত, খোলাখিৰিকিৰ বডত। এক বিন্দুও ইফাল সিফাল নোহোৱাকৈ এটা হাহাকাৰ ধ্বনি বিক্ষিপ্ত হৈছিল অ'ত ত'ত জীৱিত, নিৰ্জীৱ মাধ্যমত, আত্মীয়ৰ নামত, অনাত্মীয়াৰ দুৰ্গত ক্ৰন্দন ধ্বনিত ক্ৰুদ্ধ আশংকাবোৰত, দপ্-দপ্কৈ জ্বলি উঠা ৰঙা জুইৰ উত্তাপত, লিমিটেড্ শৃংখল ভাঙি যোৱা এক Kill all operation ৰ বিস্তীৰ্ণ উল্লাসত… আৰু বা ক'ত ক'ত, হিচাপ দিয়া নেযায়…সৰ্ব্বশেষত 'বীৰত্বৰ' এক্ষা হাপনীগ্ৰস্ত আশংকা … উশৃংখল ঢপ্-ঢপ্ ঢাপ্-ঢাপ্ ক্ৰমান্বয়ে শাম কাটিছিল। জ্বলি থকা দুই এডাল মমক তীব্ৰ আলোকিত বিদ্যুৎ পোহৰে নিন্দা কৰিছিল আৰু তেঁওলোকও সিহঁতে ভগনীয়াৰ দৰে পলাই গৈ ক'ব্যৱত অনুপ্ৰবেশ কৰিছিলগৈ। … বৰ্ব্বৰোচিত আক্ৰমণাঘাত, কুকুৰ মেকুৰীৰ দৰে ব্যৱহাৰ এক চাক্ষুস অবদান, চকুৰ পানীয়েও তাক নিকা কৰিব নোৱাৰে। কি হ'ব এই ভাৱে … কি হ'ব এই ভাৱে, কোৱা কি হ'ব … কি হ'ব … !"

তাৰ অজ্ঞাতেই যেন সুশান্তই হাতত তুলি ললে তাৰ ন'টবুকটো

সম্মুখত বিভিন্ন বাৰ্ত্তালোচনী, দৈনিক, সাপ্তাহিক ··· নিজা হাতৰ আখৰৰ পৰিছন্নতাত সি মুগ্ধ হ'ল আৰু পঢ়ি গ'ল—"······ Pok Air Force Mirage III & V, 54 Supersonic Fighter Bombers from France··· one Naxalite told : It is true that, at the begining we had no any direct link ··· (contd) (ক'ত শেষ হ'ব, তাৰ খুদুৱনি লাগিল, অন্য এক পৃষ্ঠাত) : The first Pakistani Napam—exploded (7th December' 71) time 1-30 P.M (13 30 hours) Place : Chamb—45 km from Jammu (Pak-Jet) The air craft could not be shot down flew away following Indian chase. । তাৰ তলত —Daily Telegraph : When siren comes in Dacca .. " সি ন'টবুকটো জপাই থলে ।

আঁক ওপৰলৈ মূৰ কৰি বিচনাত শুই পৰিল ।

সুশান্তই বুজে, বাস্তৱতাৰ প্ৰতি অৱহেলা থাকিলে শলাঠেকত পৰাৰ সম্ভাৱনাই খুব বেচি । প্ৰশান্ত তাৰ বন্ধু ; বেচ চিৰিয়াচ ধৰণৰ কিন্তু সবল মনৰ । এই যে যুদ্ধ আহিছে, দেশৰ অৰ্থনীতিলৈ আন এটা ভয়ানক সংকটৰ অধ্যায় নামিছে, তাৰ প্ৰতি তাৰ লগৰ লৰাবোৰ কিমান বেচি সচেতন হ'ব পাৰিছে ? এটা অজ্ঞাত অনিশ্চিত ধ্ৰুবতৰাৰ ফালে যেন সকলোৱে ছুটি মেলিছে । অধিক শুদ্ধ ভাবে ক'লে, সি সঠিক ভাৱে পৰ্য্যবেক্ষণ কৰিছে যে সিহ'তৰ সৰহ ভাগৰে মনত 'ইমচমনিয়া' আৰু 'ডিছপেপ্‌চিয়া' একে ফ্ৰিকোৱেন্সি হৈ টিউন হৈছে । সকলোবোৰ কণ্ন মনবে মুলতে যেন এটা প্ৰতিষ্ঠা—"এছটাব্লিশমেন্ট" অথচ প্ৰত্যেকটোৱেই যেন কিছু কিছু পৰিমাণে খিণ্ডখিণ্ডীয়া হৈ গৈছে । প্ৰত্যেকৰে মনত যেন অভাৱ আছে ; বিক্ষোভ পুঞ্জীভূত হৈছে । খুব বেচি আত্মকেন্দ্ৰিক হৈ যোৱা বাবেই প্ৰতিটোৱেই প্ৰতি খোজতে নিজৰ হিচাপী বিচাৰ-বুদ্ধিৰ মাজতো যেন এক বিক্ষোভ-হুংকাৰ তুলিব খোজে । অন্ততঃ প্ৰত্যেকই এই জৰুৰী দিনত বুজি উঠা উচিতঃ দেখাত ধুনীয়া লাগিলেও প্ৰতিটো মানুহৰ গাতেই একোডোখৰ 'পেৰাছাইট' ঘা আছে ।

অথচ জানিও সি নীহাৰৰ পাবত গজা কথা কাণ্ডবোৰৰ বিৰোধিতা কৰা নাই । বয়ফ্ৰেইণ্ডৰ লগত হিন্দী চিনেমা আৰু ব্যৱসায়বাদী অপসংস্কৃতিৰ চানাচুৰ-সুলভ কথা পতা শুনি গাৰ্লফ্ৰেইণ্ডক গৈ কৈফিয়ৎ বিচৰা নাই ।···

…অতি আকস্মিক ভাবে, চাঁত কৰে যেন সুশান্তৰ মগজুত এচমকা বিজুলি-পোহৰ, বিদ্যুৎজাত ঔজ্জ্বল্যৰ চমৎকাৰিত্ব : প্ৰতিহত খণ্ড-চিন্তাৰ ঢৌবোৰৰ ওপৰেদি যেন এছাটি গৰম বতাহ বৈ গ'ল—এই যে সি, প্ৰশান্ত আৰু গৌৰী তিনিও মিলি যুদ্ধৰ দিনত আত্মসচেতনতাৰ স্ফুৰণ ঘটাইছে আচলতে এই ছিৰিয়াচনেচৰ মাজত আনক দোষাৰোপ কৰাৰ দুঃসাহসটো কিমান দূৰ শুদ্ধ? আচলতে সিহঁতৰ মাজতো প্ৰত্যেকেই বাৰু নিজ নিজ ধান্দাত ঘূৰিছে নেকি?

বাকী মানুহৰ দৰে এনে কাম লৈ নুফুৰিলেও হয়?

অথচ শান্তি লাগে। আনে যি কৰি শান্তি, সন্তোষ পাইছে, সিহঁতে এই জৰুৰী দিনত নিজকে সমকালীন বাস্তৱতাৰ লগত একাত্ম কৰি ভাল পাইছে। কোনোবা এটা চিনাকি লৰাই আহি প্ৰশ্ন কৰিছে -'কিহে কি পালা সেইখন?' অৰ্থাৎ যুদ্ধৰ দিনত হাতত সংবাদপত্ৰৰ টোপোলা দেখিও বন্ধু উৎসুক হৈছে। তাৰ লগত নতুন বেপৰোৱা ফেশ্বনৰ জন্মদাতা 'বেলপুং' লৰাও আছে। সবাক বিস্ময়ে সিহঁতে এই খবৰ কাগজবোৰৰ হেড লাইনবোৰ চাইছে আৰু এক অসহ্যকৰ অলসভাৱে আঁতৰি পলাইছে। যোতিয়াই গৌৰীয়ে সুক্ষ্মভাৱে ৰাজনৈতিক দৃষ্টিকোণবোৰ পৰ্য্যবেক্ষণ কৰিবৰ চেষ্টা কৰি তাৰ ওপৰত সুশান্ত আৰু প্ৰশান্তৰ মতামত বিচাৰিছে, সিহঁত, বন্ধুবোৰ তিষ্ঠিব নোৱাৰি গৌৰীৰ অসংযত চাঁদৰৰ (শাৰীৰ) ফাঁকেদি ওলাই থকা সুষ্ঠিৰ স্তনযুগলৰ আকৰ্ষণকো তল পেলাবলৈ বাধ্য হৈছে। আঁতৰত দেখা যাব কিছুমান মলিন মুখ কিছুমান চিন্তাগধুৰ অভিব্যক্তি …হঠাৎ ছাইৰেণ ধ্বনি বাজি উঠিছে, মানুহবোৰ ভিকাৰ খাই উঠিছে আশংকাত, আতংকত! মৃত্যু এক অনিশ্চিত যাত্ৰা—যেন সকলোৱেই এই মুহূৰ্ত্তত কুকৰ্মৰ প্ৰায়শ্চিত্ত বিচাৰিছে : হে ভগৱান! এইটো দিনৰ যি কেইটা মানুহ বোমা বিস্ফোৰণত মৰিব তাৰ ভিতৰত যেন মই নপৰোঁ প্ৰভু। আজি মই শপত খাইছোঁ—বহুতো পাপ কৰিছোঁ। মোক ক্ষমা কৰিবা প্ৰভু। মৃত্যুৰ ভয়েই নেকি উপলব্ধি দিছে প্ৰভু!

বিচনাৰ ওপৰত সুশান্তই বাগৰ সলালে। মৃত্যুৰ আতংকই অন-গ্ৰসৰ জড়তাৰ হাত ধৰি বৈ গ'ল। সুশান্তৰ মনত যেন অতি স্বাভাৱিক গোপন অথচ সচাঁ অনুভূতি এটা তীব্ৰ হৈ উঠিল। সি যেন বুজি উঠিছে তাৰ একাগ্ৰতা, নিষ্ঠা যেন কিছুদিনৰ পৰা ফালৰি কাটি গৈছে। এই

বাস্তৱতাৰ মাজত যেন আচল প্ৰাণপ্ৰাচুৰ্য্য নাই, নাই কোনো স্থায়িত্বৰ, আদৰ্শৰ ইংগিত। মানৱতাবোধটো যেন খুব বেচি আবেগ প্ৰৱণ হৈ গৈছে। ক্ৰমান্বয়ে সি যেন যান্ত্ৰিক হৈ যাবলৈ উপক্ৰম কৰিছে। কিয়, কিয় বাৰু সি এনে হৈছে? এই মুক্তি যেন স্থায়ী নহ'ব! তাৰ গোপন মনত সেয়ে যেন মানৱতাৰ অখণ্ড প্ৰতাপ চলা স্বত্বেও এক বেলেগ তাড়ণাইও ঠাই পাইছে। সি যেন বুজি উঠিব খোজে, এই জৰুৰী দিনৰ একাগ্ৰতাৰ মাজতো সি গৌৰীৰ প্ৰতি এটা অনামী দুৰ্ব্বলতা অনুভৱ কৰিব লাগিছে। আজি কালি যেন সি সেই অনুভূতিৰ এটা নাম দিছে আৰু,—একাঞ্জলি সংশয় গৌৰীৰ হৃদয়ত জমা হৈছে—সুশান্তই ছটিয়াই দিছে তাৰ ওপৰত একমুঠি সম্ভাৱনা আৰু প্ৰতিশ্ৰুতিৰ মায়া।

● ● ●

**পৰিশিষ্ট ঃ**

ইয়াৰ উত্তৰত তুমি মোক কি কৈছিলা জানা গৌৰী? তুমি কৈছিলা—"এই কথা কেনেকৈ সম্ভৱ? ভাবি চোৱা। তোমাক ভাল পাওঁ কাৰণেই হৃদয়ত ঠাই দিছোঁ। সেই বুলি তুমি নুবুজিবা যে মই ভৱিষ্যতে তোমাকেই বিয়া কৰাম। তোমাক লৈ, সুশান্ত মই অন্ততঃ গৌৰৱ কৰোঁ। তোমাৰ নিচিনা প্ৰতিভাবান লৰা এটাৰ সংগ পাই মই ধন্য মানিছোঁ। মোক ইয়াতকৈ বেলেগ আৰু একো নেলাগে। মোক তুমি হেয় নকৰিবা সুশান্ত। তোমাৰ প্ৰতি থকা মোৰ শ্ৰদ্ধা, ভক্তি অটুট থাকিবলৈ দিয়া। মোৰ ভয় হয় জৈৱিক কাৰণত আমাৰ ভাল পোৱাই সম্পৰ্কৰ মধুৰ সম্ভাৱনা এটা নষ্ট কৰি দিব সুশান্ত। তোমাৰ ভৰিত ধৰি কাবো কৰিছোঁ সুশান্ত, মোক তুমি দায়গ্ৰস্তা নকৰিবা, মোক তোমাৰ বাবে মাৰি নেপেলাবা, মাৰি নেপেলাবা······।"

গৌৰী, সেই তেতিয়াৰ দৰেই (১৯৭১) আজিও মই ভাবোঁ, এই যে মোৰ একাগ্ৰতাই যেন ফালৰি কাটি গৈছিল এটা সম্ভাৱনাক বিপৰ্য্যস্ত হোৱাটো ইংগিত কৰিবলৈকে···আজিও, এতিয়াও মই ভাবোঁ, যিটো অভিযানত আমি তিনিও নামিছিলোঁ, তাৰ মাজত এদিন যেন আন্তৰিকতাই ফালৰি কাটি অনিবাৰ্য্য সম্ভাৱনা এটাকে ইংগিত কৰিছিল। ●

# মগজু-প্ৰদাহ

তেওঁ মোৰ ইয়ালৈকে আহি আছে। খৰমৰ স্পষ্ট শব্দ মোৰ কাণত বাজিছে।

······হাতৰ পৰা কলম থৈ মই বহি গৈছোঁ।

চকুৰ পৰা দৃষ্টিবোৰে মাটিৰ সমান্তৰালভাৱে গতি কৰিছে। সন্মুখৰ টুলখনত এটা পঞ্চাশ বছৰীয়া প্ৰৌঢ় মূৰ্ত্তি। চকুত মোটা লেনচ্; সেই অনুপাতে মোটা ফ্ৰেম। গাত এটা খন্দৰৰ গেঞ্জি, ভৰিত এজোৰ কাঠৰ খৰম। এইটো মূৰ্ত্তিৰ লগত মোৰ এটা সম্পৰ্ক ছেদ হৈ যাব; কাৰণ, মোৰ এই আচতীয়া কোঠালৈ তেওঁৰ অবাধ গতি; আৰু সদায়ে উপায়ন্তৰ হৈ প্ৰথমে বাহিৰ ওলাই গৈছোঁ মই। বীভৎস নাৰকীয় স্থিতিত মই যন্ত্ৰনা অনুভৱ কৰি আহিছোঁ; মোৰ পিছে পিছে তেওঁৰ কফ্-উদ্গাৰক কাঁহৰ খোজ।

তেওঁৰ প্ৰতি মোৰ কিঞ্চিতো সদ্ভাৱ নোহোৱা হৈ গৈছে। খালি লেকচাৰ! তেওঁৰ কথা শুনিলে মোৰ গাত এটা অস্পৃশ্য আৰক বৈ যোৱাৰ দৰে লাগে নতুবা এটা বিছা জাতীয় প্ৰাণীয়ে গতিপথ ৰচনা কৰাৰ দৰে লাগে। মনৰ ভিতৰত দপ্দপ্কৈ একুৰা জুই জ্বলি উঠে।

বস্তুতঃ ঘৃণা বুজাবলৈ এবিধ প্ৰত্যয়ৰ বিচাৰ কাৰ্য্য চলিব লাগে; অথচ চলা নাই। ক্ষন্তেক পৰ্য্যবেক্ষণ কৰিম।

তেওঁ বহিয়েই লেকচাৰ আৰম্ভ কৰি দিলে। কাম কৰিবলৈ শৰীৰত শক্তিৰ প্ৰয়োজন। সেই শক্তিক একাগ্ৰতা নামৰ এটা সুস্থিৰ বিন্দুত ধূপ ধূৱাব পাৰিব লাগিব। শক্তি, তেজৰ স্ফুলিংগ নেদেখিলে ওচৰে-পাজৰে ফুৰাজনে, কাষলৈ অহাজনে, প্ৰতিবেশীজনে অন্ধৰ চকুৰে নেচায়। শৰীৰত

শক্তি গোটাবলৈ, এলাহভাৱ আঁতৰাবলৈ, দৃষ্টিশক্তি পৰি নেযাবলৈ, বজাৰত বিবিধ সামগ্ৰী; দ্ৰব্য। মনৰ তৃপ্তিৰ বাবে? সৰ্বত্ৰ সমাদৃত বিবিধ সামগ্ৰী আছে; উভৈনদী! পৰীক্ষা পাইছেহি; পিয়াঁজৰ লগত এটা কেঁচা মুৰগীৰ কণী মিহলাই, মিশ্ৰণ তৈয়াৰ কৰি তাক তাপৰ আশ্ৰয়ত খাদ্য কৰ। এগিলাচ বিশুদ্ধ গৰুৰ গাখীৰত অলপ সৰহকৈ চেনি দি, এচামুচ চেনি বেছিকৈ দি, তাক শুদ্ধচিত্তে পান কৰ……!

তেওঁৰ কথাত ডাড়ি-ক'মা নাই। আৰু কিমানপৰ আখৈ ফুটি থাকে, বাগ্মিতাৰ কোনো কেসকুলেশ্যন নহয়!

বুঢ়াৰ সম্পৰ্কত, এইখিনিতে মোৰ প্ৰকোপ-দৃষ্টান্ত মুদ্ৰিত হওক: "আচলতে তুমি একো লাগতিয়াল কথা নোকোৱা; অন্ততঃ মোৰ স্ব-বিৰোধী কথাত মই-গুৰুত্ব নিদিয়াটো তোমাৰ উপলব্ধিৰ বাহিৰত। তোমাৰ দেশ-বিদেশৰ বিভিন্ন কালৰ নীতিৰ চাৰিত্ৰিক বিশ্লেষণ মোৰ মগজুত কাম নকৰা আবৰ্জনা। তুমি অংক কৰি চোৱা—তোমাৰে মোৰে কিমান তফাৎ। পূৰা ত্ৰিশ। এই ত্ৰিশটা পূৰ্ণাংগ অভিজ্ঞ আঁচোৰ-যন্ত্ৰনা মই পোৱা নাই। মই জ্বলি উঠিছোঁ; তুমি মোক জ্বলাইছা' তোমাৰ মনৰ উপক্ৰমণিকাত নাইবা সূচীটোকাত মোৰ প্ৰাৰম্ভিক পৰ্য্যবেক্ষণ চলি গ'ল। অতদিনৰ জোৰা-সাকোঁডাল কিছুদিনৰ পৰা মৰ্মৰ্কৈ ভাগি গৈ আছে। তোমাৰ দৃষ্টিৰ তুলিকাত সেয়া কি মুৰ্ত্তি, তাৰ উদ্ভাৱন-কৌশল মোৰ মজ্জাগত। হয় সঁচা: তোমাৰ কোনো নিজস্ব আদৰ্শ নাই, নীতি নাই। তোমাৰ অস্বতন্ত্ৰ নীতিত 'একচ্ছত্ৰ'ৰ নিচিনা তথাকথিত শব্দবোৰ অনৰ্থক ফুলজাৰি…।"

এই বুঢ়াটোৰ ঘৰত ক'ৰবাৰপৰা আহি বহুত মানুহ বহেহি। মই দুই এটাক খিৰিকীৰ ফাঁকেদি দেখিছোঁও; সন্দেহজনক পুৰামাত্ৰাই।

আনফালে, ৰাজসিংহাসনত অধিষ্ঠিতজনৰ ঔজ্জ্বল্যৰে চৌদিশ সুশোভিত। আশাৰ হেঁচাত সক্ৰিয় হৈ উঠা বিভিন্ন মন চাৰিওফালে সাপ ফুৰাদি পিৰ্পিৰাই ফুৰিছে। চল পালেই দংশন কৰিব। দৃশ্যত এটা কংকালসদৃশ দন্ত্য 'দ' দেখা যাব পাৰে। চকুৰ লেনচ্‌ত তাৰ মাৰাত্মক 'অঙ্কিএচিটাইলিন্' শিখা; সেই 'মাৰাত্মক' বিশেষণটো কামৰ নহয়, নামৰ। সি অদৃষ্টবাদী নহলেও, নিজে নিজে জ্বলি থাকে যে পিচলৈ তেনে এবিধ হতাশাত নিজেই জ্বলি জ্বলি আৰ্ত্তনাদ কৰে। ৰাজ সভাৰ এনেবোৰ

চাঞ্চল্যকাৰী চিত্ৰ দেখিলে, আমাৰ এইবিধ বিশেষ (Protest) কেনে বেয়া প্ৰীতিৰ ফ্ৰেমত বান্ধ খালে? আমাৰ ছবিখন চোৱা। ৰাক্ষসবোৰে সাপ ফুৰাদি পিৰ্‌পিৰাই ফুৰিছে আৰু চল পালেই দংশন কৰিব। তাৰ মাজত আমাৰ পুষ্টি হীনতাৰ বাবে সৃষ্টি হোৱা কংকালটোৱেই উঠি-মেলি ফুৰিব লগা হৈছে। সিহঁত জানো তাতেই ক্ষান্ত আছে? কৌশলী জালত পেলাই জীৱহীন মৃতদেহ এটা ৰাজপথত বাহিৰ কৰিব খুজিছে। আমাৰ উদ্‌গীৰণ তেনে চক্ৰৰ নীতিৰ বিৰুদ্ধে—পুনশ্চ, সিহঁতৰ নীতি নহয় কি? সিঁহতে বিধ বিধ অস্ত্ৰ-শস্ত্ৰ মজুত কৰি চোপাশে উপনিবেশ পাতিছে·····তুমি জানো দেখা পোৱা নাই?

অপ্ৰাসংগিক ভাবেই মোৰ মুখৰ পৰা কিছুমান শব্দ-তৰংগ ছিটিকি পৰিল।

তোমাৰ ঘৰত বহুতো মানুহ বহিয়ে আছে, উঠিয়ে আছে। মই কেইবাদিনৰ পৰাই লক্ষ্য কৰি আছোঁ। ক'ৰ মানুহ এইবোৰ? কৰো পৰা ভাগি অহা নাই ইহঁত। ইহঁত ভগনীয়া, সৰ্ব্বহাৰা নহয়। তুমি তথাপি সিহঁতক খাবলৈ পিন্ধিবলৈ দিছা—সিহঁতৰো পুষ্টিৰ এটা ভৱিষ্যত আছে? ভিটামিনে চকু পৰি নেযাবলৈ সদ্‌গতিৰ স্বাৰ্থত সক্ৰিয় ভুমিকা লব? মোৰ এটা মুৰগী কণী কিনি খাবৰ সামৰ্থ্য নাই; এগিলাচ গাখীৰৰ দাম এটা কণীতকৈও বেছি, লগত চেনি। কণীৰ লগত অতিৰিক্ত পিয়াঁজ, তেল বাচন······বহুত৷ তুমিতো নিদিয়া। তুমি কেৱল উপদেশ দিয়া! কেৱল সহযাত্ৰীৰ স্বাস্থ্যৰ প্ৰতি তোমাৰ আন্তৰিক সম্পৰ্কৰ দৃষ্টি। মই বুজিছোঁ; মোৰ সামান্য চিৰিয়াচ্‌নেচৰ তত্ত্বও তোমাৰ মগজুত কোনো দিন নোসোমায়।

তেওঁ কব—'মইতো দেখা পোৱা নাই? তোমাৰ কথাও দেখিছোঁ পাক লগা, একা-বেকা।'

তোমাৰ মনত ঘেৰ্‌ ঘেৰাইছে কথাবোৰে? ভালকৈ কাণপাতি শুনা, তড়িৎচৌম্বিক তৰঙ্গমালা অহৰহ প্ৰবাহিত হবই লাগিছে। তোমাৰ বিৰুদ্ধে মোৰ নিচিনা কণ্ঠ ঘোষিত হবই লাগিছে। ভালকৈ পৰীক্ষা কৰি চোৱাচোন তোমাৰ ৰাজ্যত সিহঁতে কেনেকৈ পিৰ্‌পিৰাই ফুৰিছে; সময়ৰ অগ্ৰগতিত, তোমাৰ আগবাঢ়ি যোৱা গতিত, ক্ৰমান্বয়ে বাঢ়ি যোৱা সিহঁতৰ সংখ্যাই চল চাই তোমাক, মোক, টেঙনিয়াই মাৰিব।

'ধেৎ, অৰ্কৰা'!

মই অক'ৰা? কোনে ক'লে তোমাক? তোমাৰ আবেলি পৰৰ কৰাচীৰ বান্ধৱীয়ে? নে তোমাৰ আমেৰিকান পিকনিক্ বান্ধৱীয়ে? হয়তোবা হ'ব পাৰে তোমাৰ জাৰ্মান-গৃহিনীয়ে? নে তোমাৰ গুৰুৱে? প্ৰাণৰ আৰাধ্য দেৱে? হয় দেউ, কি কোৱা? নানান ৰাজনৈতিক বুজ্জীৰ 'পৰ্য্যালোচনা'ৰ, তুমি মোৰ আগত বাৰম্বাৰ লেকচাৰ্ মাৰিছা। অথচ?...... তোমাৰ কথাত মোৰ কোনো ভক্তি নাই। সদায়ে মই তেনে এটা ভাবৰ ফন্দি কৰোঁ।

মুখৰ কথাই ছিটিকি পৰি বুঢ়াটোক আক্ৰমণ কৰিলে।

ইমান পৰলৈ হ'কাৰ্‌টোৱে বাতৰি কাকত দুখন দি যোৱা নাই। তেওঁৰ দৃষ্টি মোৰ খিৰিকীখনৰ ফালে এনেয়ে যোৱা নাই। মোৰ কথাত স'চাই তেওঁ কোনো মনোযোগ দিয়া নাই।

টিলিলিং টিলিলিং ...... লি লিং? হ'কাৰটো আহিছে। তাত কি আহিব আৰু এই বুঢ়াটোক কি লাগে, কিহৰ বাবে ইমান ব্যাকুলতা মই ভালকৈয়ে জানো। মই খঙত জ্বলি উঠিছোঁ। কেলেণ্ডাৰত থকা হৃষ্ট-পুষ্ট মানুহটোৱে (পুৰুষ) সোঁহাতত লৈ থকা জুইকুৰা ৰঙা কৰি মোৰ ফালে আগবঢ়াই দিছে। মোৰ মনোভংগী তেওঁৰ প্ৰতি বিকলাংগ হৈ গৈছে। মই দুই হাতেৰে জুইকুৰা খামুচি ধৰিছোঁ। মানুহটোৱে কৈছে—'যা বুঢ়াটোৰ গহ্বৰটোৰ ভিতৰত জুইকুৰা সোমাই দে। প্ৰতিবেশীয়ে, অহোৰাত্ৰি কাষে কাষে ফুৰা শত্ৰুবোৰে, তেজৰ স্ফুলিংগ জুইৰ ৰূপত নেদেখিলে ভয়ৰ চকুৰে নেচায়। প্ৰতি দিনেই সিহঁতে ষড়যন্ত্ৰ, কু-অভিসন্ধি কৰিছে।' জুই-কুৰা মই যিমান পাৰোঁ জোৰেৰে খামুচি ধৰিলোঁ।

সদাহতে বুঢ়াটোৱে মোক ধ্বংস কৰিবলৈ আহিছে। মোৰ হাতত আক্ৰমণৰ এটা মনোভাৱ জুই হৈ দপ্ দপ্‌কৈ জ্বলি উঠিছে। মোৰ বিজ্ঞানৰ কিতাপৰ কেলকুলেশ্যন আধৰুৱা হৈ ৰৈছে। পৰীক্ষা সমাগত!

ঠিক সেই মুহূৰ্ত্তে বুঢ়াটো উঠি গুচি গ'ল আৰু নাহিল। মোৰ দৃষ্টিত কৌতূহলী পৌৰুষ।

তথাপি মই বিব্ৰত বোধ কৰিলোঁ সাময়িকভাৱে। মই অত্যন্ত ঘামিলোঁ। বুকুত এটা ধপ্ ধপনিও উঠিছিল।

ভাবি যোৱা বুঢ়াটো দেশদ্ৰোহী। ক্ষুদ্ৰৰ পৰা বৃহত্তলৈ যোৱা বিজ্ঞান-সম্মত স্বীকৃতিক বুঢ়াটোৱে কলংকিত কৰিছে। পিয়াজযুক্ত আমলেটৰ

লগত, এচামুচ চেনি বেটিকৈ দিয়া গাথীৰৰ লগত তোৰ ৰাজনীতিৰ কি সম্পৰ্ক ? হেৰৌ ভগনীয়া বুঢ়া ! মোক চেপি চেপি ৰস উলিওৱাটো তহঁতৰ বিধিবদ্ধতা ; তহঁতৰ নিজস্ব নীতি ! বুঢ়া, তোৰ ৰাজনীতিবাজ ! অৰ্থ-গৃধনুহঁত, মোৰ মুখগীৰ কণীৰ দাম তহঁতেই বঢ়াইছ ।

প্ৰতিটো সমস্যাকে একেবাৰে মূলৰপৰা ব্যৱচ্ছেদ কৰি চাই তাক সমাধান কৰিব লাগে ; এনে এটা ঢোৰ খেলাইছে । মোৰ মগজুত সেই জোৱাৰৰ প্ৰদাহ । বৈজ্ঞানিক দৃষ্টিকোণ বোৰত সি কলপ সানিছে ? —ৰাজদৰবাৰত মোৰ নিচিনা কংকালবোৰৰ, হতাশা-নিৰাশাবোৰ, ছিটিকি বিয়পি পৰিছে ; বিক্ষোভ কৰিছে, বিদ্ৰোহ কৰিছে, আন্দোলন কৰিছে ; তাক এটা পৰম্পৰাত পৰিণত কৰিছে । ধ্বনিবোৰে ধ্ৰুৱকসত্যৰ ভংগীলৈ মানুহৰ হিয়াত বাহি গৈছে । সিহঁত যে সন্ত্ৰাসবাদী নহয় সেইটো পৰিষ্কাৰ । নহ'লে মোৰ এই বিদ্বেষ … ।

অৱশেষত বুঢ়াটোৱে মোক ধ্বংস কৰিবলৈ খেদি আহিল । সিহঁতৰ উচটনিত পৰি । মোৰ মনৰ অগ্নিশিখাবোৰ ওফৰি পৰি শব্দ তৰংগ সৃষ্টি হোৱাটো সিহঁতে কোনোমতেই সহ্য কৰিব নোৱাৰে । · … বুঢ়া অকলেই অহা নাই । পিচে পিচে এজাক, সহযাত্ৰী । মোৰ মঙহবোৰ, কংকালটোৰ মঙহবোৰ, নহয় হাড়-মূৰবোৰ খাবলৈ সিহঁতে টকালি পাৰি আহিছে ।

মই দুই হাতেৰে জুইকুৰা খামুচি ধৰিলোঁ ।

ক'ৰবাত,—হয়, সঠিক ভাৱে, ক'ৰবাত অত্যুৎসাহী, অত্যুৎকৃষ্ট প্ৰচাৰ কাৰ্য্য চলিছে ; এক ষড়যন্ত্ৰ চলিছে । নহ'লে মোৰ পুৰুষটো জাগি উঠিব কিয় ? ক'ৰবাত স্বপ্নবিলাসীয়ে মোৰ দৰে কংকালৰ বিৰুদ্ধে থিয় দিছে । সিহঁতৰ মাজত চোৰাংচোৱাই নিতেই বাতৰি প্ৰেৰণ কৰিছে । মই যেন শংখ, পেপা আদিৰ মাত শুনিবলৈ পালোঁ ……… শৰীৰত তেজ, আৰু মঙহে আবৰি ধৰিলে । মোৰ ভৰি দুটা আগবাঢ়ি গ'ল । মই সিংহৰ দৰে গৰ্জি উঠিলোঁ, আৰু জুইকুৰাৰে বুঢ়াৰ তপা মূৰত কোব বহুৱাই দিলোঁ । বুঢ়া কোব খাই বাগৰি পৰিল । অক্সিজেন পাই দপ্ দপ্‌কৈ জ্বলি উঠাৰ দৰে মোৰ জুইকুৰাও বুঢ়াৰ তেজ খাই দপ্ দপ্‌কৈ জ্বলি উঠি দুৱাৰৰ পৰ্দ্দা পৰ্য্যন্ত বিয়পি গ'ল ।

বুঢ়াৰ তেজত মোৰ জুইৰ দহন কাৰ্য্য চলি থাকিল ; আৰু মুকলি দুৱাৰেদি দেখা গ'ল, সিহঁতে দিকভ্ৰান্ত দৃষ্টি লৈ পলাব ধৰিছে ; ফলত চাৰিওফালে কিছুমান আতংকৰ বোল ধ্বনিত হৈছে … ·· হৈয়ে আছে ! সিহঁত ভয়াতুৰ দেশদ্ৰোহী নহে কি !

# অসুস্থ, উন্মত্ত

কথাটো নন্দিতাক তিনিদিনৰ আগতেই কোৱা হৈ গৈছিল। আজি দেউবাৰ। আজি যোৱাৰ কথা। বাথৰুমত গুণ-গুণনি শুনি জানিলোঁ নন্দিতাই গা ধুবলৈ গৈছে। মনতে ভাবিলোঁ নন্দিতাক মনত পেলাই দিয়া ভাল হ'ব। গা ধুবলৈ যোৱাৰ আগতেই ক'ব লাগিছিল। কাৰণ, দেওবাৰে তেওঁ গা ধুই থাকোঁতেই বহুদিনৰ প্ৰগ্ৰেম কৰে আৰু মোৰ সম্মতি বিচাৰে। নন্দিতা মোৰ পত্নীৰ নাম।

গা ধুই নন্দিতা শোৱনি কোঠালৈ সোমাই আহিল। সদ্যস্নাতা দেহৰ এটা মিঠা নাৰী-সুবাস আহি মোৰ নাকত লাগিলহি। মোৰ মনৰ অন্যবোৰ ভাৱ দূৰ হ'ল। মুগ্ধ চাৱনিৰে নন্দিতালৈ চাই ৰ'লোঁ। মোক তেনে অৱস্থাত দেখি নন্দিতাই মুখেৰে একো নেমাতি মিচিকিয়া হাঁহি এটা মাৰি ড্ৰেচিং টেবুলৰ কাষলৈ গ'ল। গা ধুই উঠি আনকালে সদায়ে কৰি অহা সাজ-সজ্জা কৰিবলৈ বহা অৱস্থাতে কথাটো জনাম নেকি ভাবিলোঁ। মই পুনৰ নন্দিতালৈ চাই আগৰ ভাৱত বুৰ গলোঁ। নন্দিতাই গুণ-গুণাই সাজ-সজ্জাত লাগিল।

"কি চাইছা ইমানকৈ?" —মোৰ ভাৱত আকৌ খেলি-মেলি লাগিল। নন্দিতাৰ এই প্ৰশ্নত কি আছিল সেই ইংগিতটো আয়ত্বলৈ আনি কলোঁ,—

"নহয়, মই অন্য কথা এটাহে ভাবি আছোঁ।" নন্দিতাৰ ৰূপৰ গুৰুত্ব নিদিয়াৰ ধৰণে কথাষাৰ কৈছিলোঁ বুলি যদি নন্দিতাই ধৰি লয়, তেন্তে মোৰ দোষ নাই। নন্দিতাৰ অভিমান অথবা ঈৰ্ষা স্বভাৱজাত। নন্দিতাই ক'লে—

"অ'! মই ভাবিছিলোঁ…।" কথাখিনি সম্পূৰ্ণ নকৰিলে নন্দিতাই। ক'লে "কাৰ কথানো ভাবি আছা?" মই ভাবিলোঁ এই ছেগতে কোৱা যাওক। যিহে অভিমানী ছোৱালী, পলম হ'লে কেনো লগাৰ সম্ভাৱনাই বেছি। মই কলোঁ—

"যাবানে নোযোৱা আজি ?"

"ক'লৈ, চিনেমালৈ—?"

"মই জানো তোমাক চিনেমা চোৱাৰ কথা কৈছিলোঁ ?"

"তেন্তে ক'লৈ যোৱাৰ কথা কৈছিলা ? মই পাহৰিলোঁ।"

"কিয় স্বৰ্ণালি বৰুৱাৰ ঘৰলৈ ?'

"মই কিন্তু চিনেমালৈ যোৱাৰ কথাহে ভাবিছিলোঁ।"

"পৰহি চোৱা নাই জানো ?"

"চালে কি হ'ল, আজিৰখন হেৰুৱালে যে তুমি ভৱিষ্যতে পোৱাৰ আশা নাই। বঢ়িয়া ইংৰাজী চিনেমা, সবে কৈছে—বীনা বাইদেউহ'তো যাব। আমাৰ কাৰণেও টিকেট কৰিছে—তোমাকে মোকে পাৰেমানে লগ ধৰিছে।"

"আনৰ কথা বাদ দিয়া, তুমি অন্ততঃ ভাবিব লাগিছিল কলেজৰ অধ্যাপকৰ পত্নী হৈ এনেবোৰ বিলাসৰ ক্ষেত্ৰত যথেষ্ট উদাসীন হ'ব পাৰিব লাগিব।"

"মোৰ আজিৰ অনুৰোধটো ৰাখা, খুব ভাল চিনেমা।"

"কিন্তু মই আজি যে যাম বুলি কৈ থৈছোঁ।"

"চিনেমা চাই আহিও যাব পাৰিম দেখোন। আবেলিলৈহে যাম—।"

মই হাৰি গলোঁ। নন্দিতাই এই প্ৰস্তাৱ আগবঢ়াব বুলি মই জানিছিলোঁ। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ ভাল নেলাগিল। সঁচা কথাই কৈছে নন্দিতাই। মোক জানো সদায়ে এনে অনুৰোধ কৰিছে! উত্তৰলৈ বাট চোৱা নন্দিতাক বিমুখ নকৰি আগ্ৰহেৰে কলোঁ—'তেন্তে তোমাৰ ইচ্ছা অনুসৰিয়েই কাম কৰা। আবেলিলৈ কিন্তু একো অজুহাত দেখুৱাব নোৱাৰিবা।"

"তুমি যদি নিতান্তই উচিত অথবা ভাল বুলি নেভাবা তেন্তে নেযাওঁ।"

"ধেৎ আঁকৰী! সেই কথা নহয়, মানুহৰ ইচ্ছা-অনিচ্ছাৰ বিৰুদ্ধে যাব খুজিলে ভালকৈ ভাবি চাব লাগে বুজিলা।" মোক কাষ চাপি যোৱা দেখি নন্দিতা অভ্যস্ত ভঙ্গীত থিয় হ'ল। নন্দিতাৰ এই বিশেষৰূপে মোক সদায়ে ব্যাকুল কৰি তোলে। মই যাব খুজি বৈ যাওঁ, নন্দিতাই জানে।

নন্দিতা পাকঘৰলৈ গ'ল। বিছনাত বহি মই স্বৰ্ণালি বৰুৱাৰ কথাই আকৌ এবাৰ ভাবিলোঁ। মানুহজনীয়ে কি কয় একো বুজিব নোৱাৰি। আচলতে কথাৰ পাকটোৰেহে বিমোৰত পেলাই যেন পাওঁ।

মানুহজনীক প্ৰথম লগ পাইছিলোঁ এখন ৰেস্তোৰাঁত। আগতে ক'ৰবাত দেখা দেখা যেন লাগিছিল। তাই অকলে আহিছিল। ৰেস্তোৰাঁত সোমাই তাই ইফালে-সিফালে চালে। তাইৰ মনৰ অস্থিৰতা মুখমণ্ডলত প্ৰকাশ পালে। আবেলিৰ ৰেস্তোৰাঁ মানুহেৰে ভৰি আছিল। চহৰৰ আনবোৰ ৰেস্তোৰাঁতকৈ এইখন ৰেস্তোৰাঁ আপেক্ষিক ডাঙৰ আৰু অভিজাত। তাইৰ অস্থিৰ ভাবটোলৈ লক্ষ্য কৰি মেনেজাৰে তাইক ওপৰলৈ যাবলৈ বিনয়েৰে প্ৰস্তাৱ আগবঢ়ালে। তাই মান্তি হ'ল। মই ইতিমধ্যে খোৱাত মগ্ন হলোঁ। কিছুপৰ পিছতে দেখোঁ তাই পুনৰ আহি মেনেজাৰক কিবা কৈছে। এইবাৰ আগতকৈও বেচি অস্থিৰতা। মই চাৰিওফালে এবাৰ চকু ফুৰালোঁ। ক'তো খালি নাই। মোৰ সমুখ, সোঁহাতে, বাঁওহাতে সকলোফালেই মানুহ। অহা-যোৱা কৰিবলৈ টেবুলৰ কাষে কাষে মাত্ৰ দুফুটমানৰ এটা সৰু বাট। সকলো ঠাই মানুহে ইতিমধ্যে অধিকাৰ কৰি পেলাইছে। মেনেজাৰে মোলৈ চালে। মই তেওঁৰ দৃষ্টি অনুসৰণ কৰি বুজি পালোঁ মোৰ বাঁওহাতে থকা আসনখন খালি আছে। বেৰৰ গাতে প্ৰায় লাগি থকা বাবেই নেকি মই তালৈ মুঠেই চকু দিয়া নাছিলোঁ। মেনেজাৰৰ বিনয়মিহলি মুখখনলৈ চাই মই লাহেকৈ বাঁওহাতলৈ চালি গলোঁ। মোৰ সম্মুখত দুটা অনা-অসমীয়া মানুহ বহি আছিল। খুব সম্ভৱ মাদ্ৰাজী মানুহ। মাজে মাজে ইংৰাজী আৰু মাজে মাজে মই বুজি নোপোৱা ভাষাৰে কথা পাতিছে। অস্থিৰ ভাৱে আহি মানুহজনী মোৰ কাষতে বহি পৰিল।

গৰমৰ দিন। তাইৰ ব্লাউজটো পিঠি আৰু কাষলতিৰ তলৰ অংশ তিতি গৈছিল। ৰেস্তোৰাঁৰ পাংখাবোৰে বৰ বেচি কাম কৰা নাছিল। ময়ো কিছুপৰ আগতে ঘামত তিতি আছিলোঁ। তাই সেই আগৰ অস্থিৰতাৰেই বহি মুখৰ পৰা নাকত ৰুমালেৰে সোপা দিছে। মোৰ সান্নিধ্য যেন তাই ভাল পোৱা নাই। মই তাইলৈ ভ্ৰুক্ষেপ নকৰাৰ ধৰণেই বহি একান্তমনে খাই গলোঁ।

তাই বহাৰ দুই মিনিটমানৰ পিচতে অনা অসমীয়া মানুহ দুটা উঠি গ'ল। লগে লগে তাই মোৰ মুখা মুখিকৈ বহি ললে। এটা বয় কাষ চাপি আহিল। তাইলৈ চাই ৰল সি। তাই কিন্তু নিৰ্বিকাৰ। বয়টোৱে কিবা কবলৈ লৈছিল অৰ্থাৎ তাৰ মুখ মেলা অৱস্থাতেই থাকিল। তাই জকজকাই উঠিল—"তহঁতে তং নেপাৱা কিয়? এই বহিছোহে মাত্ৰ। গৰমত একেবাৰে ভিজি গৈছোঁ, দেখা নাই?"

তাইৰ কৰ্কশ আৰু বিতৃষ্ণা মিহলি মাতত সকলোবোৰ মানুহেই ঘূৰি চালে। মই সামান্যভাবে আচৰিত হলোঁ। বয়টো আঁতৰি গ'ল। মেনেজাৰলৈ চাই মই তেওঁৰ অভিব্যক্তি বুজিব নোৱাৰিলোঁ। অসহ্যবোধ আৰু অস্বস্তিৰে তাই ধৰফৰাই থাকিল। মই মাজে মাজে তাইৰ চকুলৈ চালোঁ। একো বুজিব নোৱাৰিলোঁ। খোৱা শেষ কৰি মই বহাৰপৰা উঠিলোঁ। তাই প্ৰথমে আহি বহা অস্থিৰতাৰেই বহি ৰ'ল। কাষত যে কোনোবা আছে, মানুহ হৈ শিষ্টাচাৰ পালন কৰিব লাগে, তাইৰ তেনেকুৱা মনোভাব নাই বুলি মনে মনে ভাবিলোঁ। মেনেজাৰৰ কাষপাই সুধিলোঁ যে কি তিৰোতা তাই? মেনেজাৰৰপৰা একো ভাল উত্তৰ নাপালোঁ। মাথোঁ ক'লে,—"তেনেকুৱাই। আবেলি সদায় আহে। অলপ গৰম ধৰণৰ। সামান্য কথাতে খং আৰু বিৰক্তিৰ ভাব।"

মই এইখন চহৰৰ নতুন মানুহ। অন্য ক'ৰবাত কেতিয়াবা কাষেদি পাৰ হৈ গৈছোঁ নাইবা সেইখন প্ৰতিষ্ঠিত ৰেস্তোৰাঁলৈ গৈছোঁ যদিও মই তিৰোতাজনীক লক্ষ্য কৰা নাই। বয়স অলপ হৈছে তাইৰ।

এদিন দুদিনকৈ মই প্ৰায়েই তাইক দেখা পোৱা হলোঁ। কেতিয়াবা সেই ৰেস্তোৰাঁত, কেতিয়াবা কাপোৰ নাইবা ক'অপাৰেটিভ ষ্টৰচত, কেতিয়াবা চিনেমাত। তাইৰ প্ৰতি মোৰ অদ্ভুত কৌতূহ'ল এটা জাগিল। সহজাত নহয়, কিবা এটা আকৰ্ষণেও যেন মোৰ মনত ঠাই পাইছে, মই লাহে লাহে বুজি উঠিলোঁ। তাইক দেখি দেখি মোৰ এনে লাগিল যেন তাইৰ গিৰিয়েকৰ লগত ভাল ভাব খুব সম্ভৱ নাই, সেইবাবে সদায়ে অকলে ফুৰে, আৰু যেতিয়াই অকলে ফুৰাৰ কথাটো অনুভৱ কৰে, তেতিয়াই তাই অস্থিৰ হৈ পৰে।

সেইদিনা মোৰ এটা বিশেষ কাম থকাত কিছুপলম হৈছিল। পোনে পোনে ঘৰলৈ যোৱাৰ কথা নেভাবি ৰেস্তোৰাঁলৈ বুলি খোজ দিওঁ, কাৰণ নন্দিতা বীনা বাইদেউৰ লগত সিদিনা সহকৰ্মী হাজৰিকাৰ তালৈ যোৱাৰ কথা আছিল। ৰেস্তোৰাঁৰ সমুখ পাওঁতে প্ৰায় সাতমান বাজিছিল। গৰমৰ দিন, গতিকে কিছু আগতেহে এন্ধাৰ নামিছে। মই সোমায়ে অভাৱনীয় ঘটনাৰ সন্মুখীন হ'লোঁ। মোৰ সন্মুখৰ মানুহৰ জুমটোৰপৰা নাৰী কণ্ঠৰ এটা কৰ্কশ কণ্ঠস্বৰ মোৰ কাণত পৰিলহি। মোৰ বুজিবলৈ বাকী নেথাকিল, এই মাত সেই তিৰোতা জনীৰেই। মেনেজাৰলৈ বুলি চাওঁতে তেওঁক কথা-

স্থানত নেদেখি অন্য এজন মানুহৰ কাষ চাপি গ'লোঁ। তেওঁক সোধাত তেওঁ ক'লে যে তেওঁ ভালদৰে নেজানে। এই মাত্র আহি সোমাইছোঁহি। কাষতে এজনী ছোৱালী বৈ আছিল। তাইক সোধাত তাই ক'লে—তাই দেখা আৰু জনামতে তিৰোতাজনীৰ মেনেজাৰৰ লগত প্ৰথমে কিবা কথাৰ পৰা তৰ্ক-তৰ্কি আৰম্ভ হ'ল। তাৰ পাছত দেখোন তাই মেনেজাৰৰ গালত এটা চৰ সোধাই দিব খুজিছিল। ভাগ্যে মেনেজাৰে হাতেৰে বাধা দিলে। দুৰ্ভাগ্যক্ৰমে তাইহে বাগৰি পৰিল। এজন মানুহে তাইক তুলি ধৰিলে। তাৰ পাছত তাইৰ উচপনি আৰু গালি আৰম্ভ। তৰ্ক-তৰ্কি চলিয়েই আছে। মই জুমটো ঠেলি আগবাঢ়ি গলোঁ। দেখিলোঁ তাই কান্দি কান্দি মেনেজাৰক গালি পাৰি আছে। মেনেজাৰে পাৰেমানে শান্ত কৰিব বিচাৰিছে। কথাবোৰ অসংযত, যদিও কিবা যে ৰহস্য থাকিব লাগিব, মই ধাৰণা কৰিলোঁ। তাৰ পাছত তাই চকি এখনত বহি তললৈ মুৰ কৰি কান্দি থাকিল। বোধকৰোঁ অনুতপ্ত হৈছিল। মানুহৰ জুমটো ভাগি গ'ল। অচিনাকি যদিও মই মানুহজনীৰ মুখা-মুখিকৈ বহি পৰিলোঁ। আৰু নিৰ্ভীক দৃষ্টিৰে তাই লৈ চাই ৰলোঁ। ৰেস্তোৰাঁৰ বাহিৰত মানুহে গোট খাই কিবা-কিবি কোৱা-মেলা, চৰ্চ্চা ইত্যাদি কৰিলে। মই সেইবোৰলৈ কাণনিদি তিৰোতাজনীত দৃষ্টি আৱদ্ধ ৰাখিলোঁ। মেনেজাৰ ইতিমধ্যে আঁতৰি গৈছিল। ৰেস্তোৰাঁৰ অস্বস্তিকৰ পৰিবেশতো মানুহৰ ভিৰ নকমিল। সকলোৰে কৌতুহ'ল পূৰ্ণ দৃষ্টিৰ কথা মই পাহৰি পেলালোঁ সম্পূৰ্ণৰূপে।

এটা সময়ত তাই শান্ত হ'ল। তাই মুৰ তুলি যেতিয়া সন্মুখত মোক দেখা পালে, তাইৰ কোনো পৰিবৰ্ত্তনেই নহ'ল। বৰং মোলৈ উদাস ভাবে চাই থাকিল। গালত চকুপানীৰ দাগ। মই কিছু অপ্ৰস্তুতবোধ কৰিলোঁ। তেনতে মেনেজাৰ আহি তেওঁৰ স্থানত হাজিৰ হৈছিলহি। মই তাইক একো নকৈ লাহেকৈ উঠি আহিলোঁ। তাই মোৰফালে দৃষ্টি ঘুৰালে। ভাবিলে মই উঠি গুচি যামগৈ।

মেনেজাৰৰ কাষপাই মই তেওঁৰপৰা আচল ঘটনাৰ সন্ধেদ বিচাৰিলোঁ। প্ৰথমে তেওঁ মোৰ প্ৰশ্নটো একেবাৰে পাতলকৈ লৈ উৰাই দিব খুজিছিল। মই প্ৰায় অনুৰোধ কৰাৰ দৰে জোৰ দিলোঁ। মেনেজাৰৰ কথাখিনি শুনি মোৰ মনটো ক্ষীণকৈ সচকিত হ'ল। ইমান সাধাৰণ কথাতে ভদ্ৰ মহিলা এগৰাকীয়ে এনে অমাৰ্জিত ব্যৱহাৰ কৰিব, ভাবিব নোৱাৰি। খুব সম্ভৱ মগজুৰ বিকৃতি ঘটিছে মানুহজনীৰ!

তাইৰ ওপৰত মোৰ ঘৃণা ওপজা নাছিল, যদিও দ্বিতীয় বাৰৰ বাবে তাইৰ কাষচাপি যাবলৈ মন নগ'ল। তাইৰ উন্মত্ততাত সামান্য খং উঠিছিল মোৰ। মই আঁতৰি গুচি যোৱাটোকে উত্তম হ'ব বুলি ভাবিলোঁ। তেনেতে পিচফালৰপৰা তিৰোতাজনীৰ মাত শুনিলোঁ। তাই কাষচাপি আহিল। মই অধিক গুৰুত্ব নিদিয়াৰ দৰে ৰুমালেৰে মুখ মচাত ব্যস্ত হ'লোঁ। তাই ক'লে—

"তোমাৰ চাগৈ খুব খং উঠিছে মোৰ ওপৰত।" মোৰ এই খং আচলতে পুতৌৰ অন্য নাম। মই একো নেমাতিলোঁ। তাই পুনৰ ক'লে—

"মই তাৰবাৰে দুখিত, মোৰ মূৰটো ৰাতিপুৱাৰে পৰা গৰম উঠি আছিল। এতিয়াহে অলপ ঠাণ্ডা পৰিছে।" মই ক'লোঁ—"মেনেজাৰে মোক সকলো কৈছে।"

"তাৰমানে মেনেজাৰৰ কথাতে পতিয়ন গৈছা ?"

"ঠিক তেনে নহয়, কিন্তু এই অসৎ উন্মত্ততাৰ অৰ্থ কি ?"

প্ৰথম সাক্ষাতত 'তুমি' বুলি সম্বোধন ধৰাৰ কাৰণে মই ভাল পোৱা নাছিলোঁ। যদিওবা মানুহজনী মোতকৈ বয়সীয়াল আছিল, তথাপিতো। তাই ক'লে—

"তুমি ভবাৰ দৰে আৰু মানুহে কোৱা-মেলা কৰাৰ দৰে মোৰ মগজুৰ কোনো বিকৃতি ঘটা নাই।"

স্বাভাৱিক কৌতূহলেৰে চোৱাতকৈ মই অলপ টানকৈয়ে কৈ পেলালোঁ—"কি বুলি কোৱা-মেলা কৰে মানুহে ?"

মোৰ এই প্ৰশ্নত তাই হাঁহি দিলে। তাইৰ গাৰপৰা ঘাম আৰু প্ৰসাধন সামগ্ৰী মিশ্ৰিত সুবাস এটা আহি মোৰ নাকত লাগিলহি। মই যেন প্ৰকৃতিস্থ হৈ উঠিলোঁ। তাইৰ চকুলৈ চালোঁ। এইবাৰ যেন তাই ক্ৰুৰ হৈ পৰিছে। তাইৰ চকুত একুৰা যেন জুই জ্বলিল—

"এই চহৰৰ প্ৰত্যেক মানুহেই মোক চিনি পায়, এই চহৰতে থাকি তুমি মোক চিনি নোপোৱা বুলি ক'লে—মোৰ বিশ্বাস নহ'ব। যি এবাৰ মোৰ বিষয়ে শুনিছে—তেওঁ কেতিয়াও মোৰ কাষ চপাৰ কথা নেভাবে। কিন্তু তুমি ব্যতিক্ৰম বাবেহে জানিব খুজিছিলোঁ, অসুস্থ প্ৰকৃততে তুমি নে মই ?"

মই লক্ষ্য কৰিলোঁ, তাই লাহে লাহে ফোঁপাইছে। তাৰ পাছত তাই চাঁত কৰে মোৰ কাষৰপৰা আঁতৰি গ'ল আৰু এখন গাড়ীত উঠিল। মই কি কম, কি নকম বুলি ভাবি থাকোঁতেই গাড়ীখন গুচি গ'ল। বুজিলোঁ তাই অত্যন্ত জেদী। ৰাস্তাত অনেক মানুহৰ ভিৰ। গাড়ী, মটৰ, চাইকেল

ৰিক্সা, মটৰ চাইকেল, ঠেলাৱালা আদিৰ অশ্ৰাব্য শব্দবোৰে মোক বিশ্ধবলৈ আৰম্ভ কৰি দিলে। ৰাস্তাৰ মানুহবোৰলৈ চাবলৈকো মোৰ ভয় লাগিল। জানোছা, কোনোবা দেখি থকা মানুহে মোলৈ চাই বিদ্ৰুপেৰে হাঁহি মাৰি মোৰ অসমৰ্থতাৰ কথাটো জনাই দিয়ে।

সেইদিনা ৰাতি মই কোনোমতেই সুস্থ হ'ব নোৱাৰিলোঁ। নন্দিতাই মোৰ অসহজ ভাৱটো লক্ষ্য কৰি বাৰে বাৰে মোক সুধি থাকিল ইয়াৰ কাৰণ। মই ক'বলৈ টান পালোঁ। নন্দিতাই মোৰ ওচৰত হাৰ মানিছিল শেষলৈ। বিছনাত শুই শুই সেইদিনা মানুহজনীৰ লগত হোৱা দ্বিতীয় সান্নিধ্যৰ কথা মনত পেলালোঁ। কো-অপাৰেটিভ ষ্টোৰচৰ ষ্টেয়াৰকেচত পুনৰ ভেটা-ভেটি। মোক দেখি প্ৰথমে তাইয়েই চিঞৰি উঠিল—"অথনি বেয়া পালে ?"

মই চক্ খাই উঠিলোঁ। এইবাৰ সংশয়। কি কয় একো ধৰিব নোৱাৰি। মই পাৰ্য্যমানে উৎফুল্লিত হৈ দেখুৱাই আতৰি পৰাৰ কথাই ভাবিলোঁ। মোৰ অপ্ৰস্তুত ভাৱটো বোধকৰো তাই লক্ষ্য কৰিছিল। তাই পুনৰ ক'লে

"অথনি বেয়া পোৱাটো অৱশ্যে স্বাভাবিক। কাৰণ মই তেতিয়া আপোনাৰ জোখেৰে অলপ গৰম আছিলোঁ। আৰু সেই বাবেই আপুনি বেয়া পোৱাৰ কথা কৈছিলোঁ।"

প্ৰথমে তুমি, এতিয়া আপুনি। এই দুই সম্বোধনৰ আঁৰত মেনেজাৰে কোৱা কথাখিনি লুকাই থকাৰ সত্যতাই মোৰ দৃষ্টিত স্পষ্টকৈ পৰিলক্ষিত হ'ল। মই মোৰ আগৰ ভাবটোৰ প্ৰেৰণাতে কলোঁ—

'মই কিন্তু একো বেয়া পোৱা নাই আপোনাৰ কথাত।"

'অ' তেন্তে আপোনাৰে মোৰে অদৃশ্যমিলন ঘটিছে।"

"তাৰ মানে ?"

"মানে সহজ। আপুনি মোৰ পথৰ যাত্ৰী হবলৈ গৈ অথনি মেনেজাৰৰ পৰিচয় পালে। মোৰ কথা, ভদ্ৰতাৰ আৱৰণ এটাৰে আচল ৰূপটোক ঢাকি থোৱা অৱস্থাত এজন মানুহৰ কথাত আপোনাৰ বিশ্বাস জন্মিল। এনেকুৱা ভদ্ৰলোকেই পৰচৰ্চ্চা কৰে, পৰনিন্দা কৰি আনন্দ প্ৰত্যয় নিয়াৰ খোজে। প্ৰকৃততে ইহঁত ধুৰ্ত্ত, ঈৰ্ষাপৰায়ণ। নিজকে নিজে ইহঁতে ভিচিভড্ কৰে।"

তাৰ পাছত স্বাভাৱিকভাৱেই তাই মোৰ লগত কথা পাতিলে। মোৰ সহানুভূতিৰ বাবে কৃতজ্ঞতা জনালে। আনকালে লগপালে মাতিবলৈ নেপাহৰাৰ কথা কলে। অথচ মানুহজনীক মই বুজি নাপালোঁ।

মেনেজাৰৰ প্ৰসংগ উলিয়াবলৈ মই ভাল নাপালোঁ। তথাপিতো এটা ধাৰণা গঢ়ি তুলিলোঁ তাইক কেন্দ্ৰ কৰি। তাইৰ কিবা দুখ আছে। কিবা কাহিনী আছে। সেই দুখ, সেই কাহিনীয়ে, তাইৰ সুস্থিৰতা কাঢ়ি নিছে। সেইবাবেই বোধহয় মানুহে কোৱামেলা কৰে মগজুৰ বিকৃতি ঘটিছে বুলি। ভাবিলোঁ নন্দিতাক কথাখিনি কোৱা ভাল হ'ব। পত্নীৰ আগত এনেকৈ কথা লুকাই ৰখাটো বিপজ্জনক বুলি ভাবিলোঁ। কিন্তু দেখোঁ ইতিমধ্যে অপৰিতৃপ্ত মন এটা লৈ নন্দিতা টোপনি গৈছে। জগাই দিবলৈ মোৰ ভাল নেলাগিল।

দুদিন পিছত আকৌ দেখা, সেই ৰেস্তোৰাঁত। মোৰ ধাৰণা আকৌ ওলট-পালট হ'ল। মানুহজনীক একাচেকা বুলি ক'লে থাপ খাব জানো? কথা ভবা আৰু কোৱাৰ মাজত এটা সংগতি বিচাৰি মই নুবুজাৰ ভাবলৈ যেতিয়া তাইলৈ চালোঁ তেতিয়া তাই কলে– "এটা কথা বেয়া নোপোৱা যদি কওঁ?" মই স্বাভাৱিক কৌতূহল দমাই কলোঁ "কওক, মই একো বেয়া নেপাওঁ" "বয়সত তুমি মোতকৈ নিশ্চয় সৰু হবা?" মই সন্তুষ্টিৰে তাইৰ প্ৰস্তাৱ সমৰ্থন কৰিলোঁ।

"ময়ো আপোনাক এই কথা কম বুলি কিছুপৰ আগতে ভাবিছিলোঁ।" ক্ষন্তেক আমি দুয়ো খোৱাত মগ্ন হলোঁ। হঠাৎ তাই কৈ উঠিল— "লুকুৱাই লাভ নাই। তুমি মোক আকৰ্ষণ কৰিছা। গতিকে ভাবিছোঁ এইবাৰ বন্দী হৈছোঁ।" একো নেমাতি মই খোৱাত ব্যস্ত হলোঁ। তাই পুনৰ ক'লে—

"মোক লৈ তোমাৰ এখানিও কৌতূহল হোৱা নাইনে?" তাইৰ এই প্ৰশ্নৰ বাবে মই একেবাৰে সাজু নাছিলোঁ। মোৰ মনৰ অসহজ ভাৱটো যিমান পাৰোঁ ঢাকি ৰাখিবৰ চেষ্টা কৰি ক'লোঁ—

"কৌতূহল? মানে মই প্ৰথম দেখিয়ে ভাবিলোঁ, আপুনি যি, আচলতে সেয়া আপুনি নহয়। মোৰ নিজা অভিজ্ঞতাৰ পৰা কওঁ—মানুহে ইচ্ছা কৰিয়ে বা কৰ নোৱাৰাকৈয়ে নিজৰ আচল ৰূপটো বহুসময়ত প্ৰকাশ নকৰে।"

মোৰ এই কথাখিনিৰ অন্তৰত কি এক (নিৰ্দিষ্ট) বিন্দু অভিমুখী

সমস্যা সোমাই আছিল, তাই হয়তো বুজি নেপালে। তাইৰ উত্তৰ শুনি মই স্তব্ধ হৈ গলোঁ।

"ইচ্ছা কৰিলে বহুকামেই কৰিব পাৰোঁ, কিন্তু নকৰোঁ। মই মোৰ নিজৰ বিচাৰ বিবেচনাৰ ওপৰত অধিক গুৰুত্ব দিওঁ। বিশ্ববিদ্যালয়ৰ ডিগ্ৰী মোৰো আছে। সেয়াই জানো বহুকথা জনাৰ চিহ্ন। সঁচা কথা ক'বলৈ গলে মই মোৰ সংসাৰত অত্যন্ত অসুখী। মই বহুতো কাম মনে ভবামতে কৰিব নোৱাৰোঁ। নিজৰ ল'ৰা-ছোৱালীৰ বাধা দিয়ে। স্বামীয়ে বাধা দিয়ে। মই পুৰুষৰ গাত বিচাৰোঁ এটা দৃঢ়তা। মোৰ স্বামীৰ সেইটো নাই। তেওঁ ঘোৰ সংসাৰী। মোৰ প্ৰায়ে অসহ্য লাগে। পুৰুষৰ বিশেষ দৃঢ়, নিৰ্বিকাৰ ৰূপ এটা কল্পনাহে কৰিলোঁ, কিন্তু আজিলৈকে দেখা নাপালোঁ। তুমি ভাবিব নোৱাৰিবা যে মোৰ জীৱনৰ বহুতো গ্লানি আছে। বহুত অভিশাপ আছে। মোৰ ভুলো আছে। তাতোকৈ অধিক এটা বয়সত মই অতি দুৰ্ব্বল আছিলোঁ। পুৰুষৰ প্ৰতি থকা নাৰীৰ স্বাভাৱিক দুৰ্ব্বলতা। মই ভুলো কৰিছিলোঁ তেতিয়াই। এতিয়া যি কৰিছোঁ তাক ভুল বুলি নকওঁ। কৈছোঁ নহয়, ইচ্ছা কৰিলে মই বহুত কিবা কিবি কৰিব পাৰোঁ। মৰাৰ আগলৈকে যুঁজিম। জীৱনত পৰাজয়ৰ কথা মই কেতিয়াও ভবা নাই। মই যেনেকৈ থাকোঁ, যেনেকৈ ফুৰোঁ, যি কৰোঁ, তাক লৈ আনে আলোচনা কৰাৰ কি প্ৰয়োজন ?"

আৰু কিবা ক'ব খুজিছিল তাই। কিন্তু নোৱাৰিলে। মই লক্ষ্য কৰিলোঁ শেষৰ ফালে তাই অধিক উত্তেজিত হৈ উঠিছে। তাইৰ এই গুমৰি উঠা বিদ্ৰোহত মই নাৰীৰ গাত সাধাৰণতে নেদেখা বেলেগ এটা হিংস্ৰতা ফুটি উঠা দেখা পালোঁ। শেষলৈ তাই কথা ক'ব নোৱাৰি ফেঁপালে। ৰেস্তোৰাঁৰ মানুহবোৰে ঘূৰি ঘূৰি চালে, মই নিৰ্ব্বিকাৰ হৈ ৰলোঁ।

তাই সুস্থ হ'লত মই ভাবিলোঁ তাইক তাইৰ স্বামীৰ কথা সোধোনেকি! নুসুধিলোঁ। সুধিবৰ সাহস নহ'ল আচলতে। তাইৰ মুখ খুলিল আকৌ।

"মই এটা কথা ভাবিছোঁ, তোমাৰ অলপ সহায় লাগে, পাৰিবা ? তাই কি ক'ব খুজিছিল মই ধৰিব নোৱাৰিলোঁ। গতিকে কলোঁ "নিশ্চয়, পাৰ্য্যমানে চেষ্টা কৰিম।" মই স্বভাৱতেই কৌতূহলী হৈ উঠিলোঁ, কি কয় একো ঠিক নাই।

"তুমি অধ্যাপক মানুহ। জনা বুজা মানুহ। গতিকে ভাবি-চিন্তি চায়ে উত্তৰ দিবা।" মই একো নকলোঁ। তাই কৈ গ'ল—

'মই ভাবিছোঁ, মই মেনেজাৰৰ ওপৰত আদালতত গোচৰ দিও'। তুমি সাক্ষী হ'ব লাগিব।"

ধাৰণা কৰিব নোৱাৰা প্ৰস্তাৱ এটাত মই চক্ খাই উঠিলোঁ। কি কব খুজিছে মানুহজনীয়ে? মোৰ মনৰ প্ৰকাশ কথাৰে হোৱা নাছিল যদিও, মোৰ মুখমণ্ডলত নিশ্চয় ফুটি উঠিছিল। মানুহজনীয়ে মোৰ মনৰ ভাবটো লক্ষ্য কৰি ক'লে — "ঠিক তেনে নহয়। মেনেজাৰৰ নিচিনা যিবোৰ ভুৱা ভদ্ৰলোকে পৰনিন্দা কৰিব জানে, পৰচৰ্চা কৰি, লোকৰ বদনাম গাই আন দহজনক বিশ্বাস জন্মাই তুলিব পাৰে, তেনে মানুহে আদালতলৈ গৈ নিজৰ পৰিচয় দিয়াতো কোনো বিসদৃশ কথা নহ'ব। তোমাৰ কি ধাৰণা?"

মোৰ অন্তৰখন যেন জোকাৰ খাই উঠিল। মই নুবুজাৰ ভাও ধৰি মানুহজনীলৈ চাই ৰলোঁ। মোৰ অন্তৰত তেতিয়া একো সৎ প্ৰবৃত্তি নাই। এটা অনামী আশংকা। তাই বহাৰপৰা উঠিল আৰু ক'লে—"ঠিক আছে। তোমাকতো চিন্তা কৰিহে কবলৈ কৈছোঁ।"

মই তাইৰ এই কথাত ভাল পাইছিলোঁ। তাই পুনৰ ক'লে—"মানুহৰ কথাবোৰ শুনি শুনি মই সচাঁই এদিন বলিয়া হৈ যাম। কি ঠিকনা তুমি যেনেকৈহে মোলৈ চাইছা, মই ভাবিছোঁ, মই ইতিমধ্যেই বলিয়া হৈ গৈছোঁ নেকি!"

মোৰ মুখ বন্ধ হৈ গৈছিল। মানুহজনীৰপৰা কেনেকৈ মুক্তি পাঁও, সেই কথাই বেচিকৈ ভাবিলোঁ। আৰু মোৰ মনৰ মাজত সৃষ্টি হোৱা খেলি-মেলি প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি মই একান্তভাবে মেনেজাৰক লগ পোৱাৰ কথাই ভাবিলোঁ। তাৰবাবে লাগিব অকণমান মানসিক প্ৰস্তুতি, সাহস আৰু আত্মবিশ্বাস। লগতে দৃঢ়তা। তাই বিচৰা পুৰুষ সুলভ দৃঢ়তা! মেনেজাৰে এইবাৰ নকবও পাৰে যে তাই সচাঁকৈয়ে অসুস্থ। নাইবা আগতকৈ বেছি জোৰ দি কব—"আপুনি তাইৰপৰা আঁতৰি পলাওক সোনকালে। নহলে আপোনাৰো অৱস্থা মোৰ দৰেই হ'ব। কাৰণ, তাই পাগলী তিৰোতা। তাইৰ সপক্ষে আহি কোনোবাই প্ৰতিবাদ কৰিলে সুস্থ মানুহে খণ্ডত জৰ্লি-পকি উঠাটো স্বাভাৱিক কথা।" মেনেজাৰৰ কাষলৈ যাঁও বুলিও ৰৈ গলোঁ।

ঘৰলৈ যাওঁতে ভাবিলোঁ কথাবোৰ নন্দিতাক কৈ স্বৰ্ণালি বৰুৱা নামৰ এই অদ্ভুদ, ৰহস্যময়ী মানুহজনীৰ ঘৰলৈ যাব লাগিব। কাৰণ এতিয়াও মই ধৰিব পৰা নাই অসুস্থ প্ৰকৃততে মই নে স্বৰ্ণালি বৰুৱা নামৰ মহিমাময়ী মানুহজনী নে মেনেজাৰৰ (স্বৰ্ণালিৰ দৃষ্টিত) নিচিনা মানুহবোৰ? কোনোবা নিশ্চয় অসুস্থ, উন্মত্ত।

"স্বৰ্ণালিৰ ভাবতেই বিভোৰ থাকিবা নেকি?"

নন্দিতাৰ প্ৰশ্নত মই সাৰ পাই উঠাদি উঠিলোঁ। নন্দিতাই চিনেমালৈ যোৱাৰ সময়ৰ কথা জনালে। খুব সচাঁ, অতপৰ মই স্বৰ্ণালি বৰুৱাৰ কথা ভাবিয়েই বিভোৰ আছিলোঁ। আমাৰ ঘৰৰ সমুখতে মই আৰু নন্দিতা, বীনা বাইদেউহঁতৰ লগ লাগিলোঁ। লম্বা-ছোৱালী হাল তেওঁলোকে বনকৰা ছোৱালীজনীৰ হাতত চমজাই আহিছে। আমি দুখন বিক্সা ঠিক কৰি চিনেমাৰ অভিমুখে আগবাঢ়িলোঁ।

চিনেমা হল পাই দেখিলোঁ মানুহৰ ভিৰ। নন্দিতাই তেন্তে ঠিকেই কৈছিল। ভাল চিনেমাই হ'ব পায়। মানুহ বেচি হলেই ভাল চিনেমা। চিনেমা হলৰ একেবাৰে কাউণ্টাৰৰ কাষ পাই দেখোঁ সেই ৰেষ্টোৰাঁত দেখাৰ দৰে মানুহৰ জুম এটাৰ মাজত হৈ চৈ। 'বোধকৰো ব্লেকাৰৰ লগত কাৰোবাৰ তৰ্কাতৰ্কি। হঠাৎ মই চকুখাই উঠিলোঁ, জুমটো ঠেলি কাকো একো নোসোধাকৈ মই সোমাই গলোঁ। মোৰ এই কাৰ্য্যত বীনা বাইদেউহঁত আৰু নন্দিতাই হয়তো সামান্যভাৱে আশ্চৰ্য্য প্ৰকাশ কৰিছিল। স্বৰ্ণালি বৰুৱাৰ ঘৰলৈ আবেলিলৈ নোযোৱাৰ কথা মই তেতিয়াই এক প্ৰকাৰ সিদ্ধান্ত কৰি পেলালোঁ। এই মানুহজনীক ইয়াতো কাজিয়া কৰিবলৈ কিহে পালে! ব্লেকাৰৰ লগত মাৰ্জ্জিত-অমাৰ্জ্জিত ভাষাৰে তৰ্কাতৰ্কি কৰিবলৈ লাগিল। তাকে জুম পাতি মানুহবোৰে উপভোগ কৰিছে। হয়তো তাৰ সকলো দৰ্শক নহয়। এনেয়ে তহল দিবলৈ অহাও বহুত আছে। মই জুমটো ঠেলি পুনৰ বাহিৰ ওলাই আহিলোঁ।

বীনা বাইদেউ আৰু নন্দিতাই ব্যগ্ৰভাৱে সুধিলে কি হৈছে তাত? মই বিশেষ গুৰুত্ব নিদিয়াৰ ধৰণে কলোঁ—"ব্লেকাৰৰ লগত কাজিয়া। কি হ'ব আৰু?"

বীনা বাইদেৱে মাত লগালে—"এই ব্লেকাৰবোৰৰ উৎপাতত দেখিছোঁ

চিনেমা চাবই নোৱাৰা হম। মই টিকেট কেইটা আগতে নি থোৱাই ভালেই কৰিলোঁ।”

আবেলি যেতিয়া নন্দিতাই স্বৰ্ণালি বৰুৱাৰ ঘৰলৈ যোৱাৰ কথা ক'লে— মই নিজকে প্ৰস্তুত কৰিব নোৱাৰিলোঁ। মই যিমানে স্বৰ্ণালি বৰুৱাৰ পৰা আঁতৰি ফুৰিব বিচাৰিলোঁ সিমানে তাইৰ কথাবোৰে, তাইৰ বুজিব নোৱৰা উন্মত্ততাই মোক বেছিকৈ আমনি দিবলৈ ধৰিলে। মানুহজনীৰ সান্নিধ্যৰ কথা ভাবি মই অতিশয় আশংকিত হৈ উঠিলোঁ। নন্দিতাক সুধিলোঁ—

“মই বাক কেইদিনমানৰ পৰা অলপ বেলেগ হৈ গৈছোঁ নেকি নন্দিতা?”

নন্দিতা কাষ চাপি আহিল। একেবাৰে কাষচাপি আহিল। আহি ক'লে—

“তেনেকৈ নকবা, মোৰ ভয় লাগে। তুমি যে উপলব্ধি কৰিব পাৰিছা সেয়াই যথেষ্ট।”

আমাৰ দুটা মনৰ অবিচ্ছিন্ন মিলনৰ পিচত অন্য কিহবাবো যে মাদকতা থাকিব পাৰে সেই কথা মই সম্পূৰ্ণ পাহৰি যোৱাৰ চেষ্টা কৰিলোঁ আৰু তাৰ প্ৰেৰণাতেই স্বৰ্ণালি বৰুৱাতকৈ নন্দিতাক সকলোখিনি উচ্ছ্বাসেৰে সাৱতি লোৱাৰ কথাই ভাবিলোঁ। ●

# জোখ-মাখ

ইমান আস্তে আস্তে বুঢ়ী কলৈ যায়? হাতত এটা জোলোঙা। ওঁঠ দুটা জাপ খোৱা। কথাবোৰ জোলোঙাত সোমাই আছে। তাই লাহে লাহে এইফালে আহি আছে। এক মাইল বাটকে তাই দহমাইলকৈ এবিধ জোখ উলিয়াইছে। মূৰৰ ওপৰত মেলা চুলিত সূৰ্য্যৰ চোকা ৰশ্মি আপতিত।

আমাৰ দূৰত্ব ক্ৰমাৎ হ্ৰাস হৈছে। হাত এখন দাঙি বুঢ়ীয়ে জোলোঙাটোৰে সৈতে সূৰ্য্যটোৰ কিৰণবোৰ ঢাকি ধৰি চকু দুটাক মুখৰ সংযোগলৈ নিবৰ চেষ্টা কৰিলে। জোলোঙাটো মেল খালে, কথাবোৰ ওলাই পৰিল।

পাঁচমাইলমান বাট খোজ কাঢ়িলে আমাৰ ভাগৰ লাগে। শৰীৰটোৱে পদ সঞ্চালনৰ সাহাৰ্য্যত কাৰ্য্য সম্পাদন কৰে। এই কাৰ্য্যৰ মান দূৰত্বৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল। বুঢ়ী খুব বেছি এক ফাৰ্লং আহিছে, ভাগৰ লাগিছে। মই অনুভৱ নকৰোঁ.........। সেইটো কথা তল পৰিল। নুবুজাৰ বাবে 'অ'' এনে এটা সৌজন্য প্ৰকাশক শব্দ তৰংগ ছিটিকি পৰাৰ অৱসৰ। এনে অৱসৰ অৱশ্যে দিনটোৰ উঠি মেলি ফুৰিব পৰা সময়খিনিত অলেখবাৰ।

কিলোগ্ৰাম, লিটাৰ, মিটাৰ, মেট্ৰিক পদ্ধতি কেতিয়াবাই ওলাল। বুঢ়ীয়ে এতিয়াও 'কিলোকে' এসেৰ দিয়াৰ কথা স্বতঃস্ফুৰ্তভাৱে কয়। বুঢ়ীৰ নিজৰ ভাষা-ভাষী অঞ্চলত বাক্‌ভংগী একক ব্যতিক্ৰম। আমাৰ মনত তাৰ তৰ্জমা চলে। কথাত ৰসোত্তীৰ্ণ স্থায়ী নেথাকে, কেতিয়াবা সেয়েহে আমনি পাওঁ। কথাই প্ৰতি সহজ সৰল 'ওৱাই পাই'ৰ প্ৰাচুৰ্য্যক স্বীকৃতি দিছে সেই লৰালি দিনৰে পৰা। বুঢ়ীৰ নিজৰ জোলোঙাটোত পোৱা মতে ছোৱালীজনীক 'ভ'ৰাজনী' বোলাটো তাইৰ গাঁৱৰ প্ৰতিটো মানুহ আৰু প্ৰতিজনী তিৰোতাৰে সহজে পাব পৰা ভ'ৰাল।

বুঢ়ীৰ হৃদয় ৰাজ্যখন প্ৰাচীন ঐশ্বৰ্য্যৰে ভৰা। পেটত কথা নেথাকে। কিছুমানে কয়, এইটো মানুহৰ ভাল গুণৰ শাৰীত নিযুক্তি দিয়াৰ বিবেচনা হ'ব পাৰে। বুঢ়ীৰ খবৰ নাই। পেটত ৰাখিলে কথাই ক'কালৰ বিষ কমায়, এনে কথা আছে যদিও সি বুঢ়ীৰ অজ্ঞাত। কোনোবাই ক'লে যে বিশ্বাস কৰিব, সেইটো কবই নেলাগে। কি এক অন্তৰ্স্পৰ্শী শক্তি! "তথাপি তোক দেখিব নোৱাৰে? সিহঁত কেইজনীয়ে খেচখেচাই উঠে কিয়?" কথাৰ বাবে পেট এটা নাই, বেয়া পাবই। বুঢ়ীয়ে এইবাৰ বেলেগে, এটা হিংস্ৰতাৰ আভাস দিলে,—গাভৰু ছোৱালী, ঢেৰ চিন্তা। বুঢ়ীৰ মনৰ লগত ক'ত মিল থাব? সিহঁতেইনে কিবা? পেট বিচৰা সবেই খেচখেচাই উঠে। দোষ দি লাভ কি? সিহঁত আটাইকেইজনীয়েই লচকচী বুলি, উচাট মাৰি কথা কয় বুলি 'সদনাম' গাই মনটো কিয় ঘৃণীয়া কৰিব লাগে? সত্য যুগত মানুহে এটাও মিছা কথা নকৈছিল। কলিযুগত সবে মিছা কথা কয়। চৰকাৰী চাবমোহৰ মৰা লোৰ মাৰিৰ পাল্লা হাতেৰে ধৰি জুখিলেও সঠিক জোখ নাই। শিকলিৰে ওলোমাই জোখ লব লাগিব। তেতিয়াহে কিনিব। সবতে হেৰফেৰ। পেটৰ কথা আৰু মুখৰ কথাত ফেৰ। মুখ আৰু নাড়ি-ভুৰু থকা গাঁতটোৰ সম্পৰ্ক টুটি গৈছে।

বস্তুতঃ কায়িকভাবে বুঢ়ীৰ শৰীৰৰ ওপৰত দূৰত্ব আৰু উত্তাপৰ হেঁচা পৰিছে। ভৰ দুপৰীয়াৰ স্থিতিত ৰ'দ জাকৰ চোকা নজৰ। তাইক দোকান পাবলৈ আৰু কেইঘণ্টা লাগিব পাৰে? খোজবোৰ দূৰত্বসূচক।

মই কলোঁ "আহি লাভ কি? ঘৰত আৰু পুৰুষ কোনো নাই?" 'নহয় অ'! বুঢ়ীৰ মনোভংগী জাগ্ৰত হৈছে এই দুটা শব্দৰ বোধত। বুঢ়ী নিজেই আহিছে, জোৰ কৰি আহিছে। নতুন পইচা, নতুন জোখ কাহানিবাই ওলাল। বুঢ়ীৰ এটা অভিজ্ঞতাৰ হেপাহ আছে। তাত কোৱা যায় যদিও, ভাগৰটো হিচাপত নধৰা ভগ্নাংশ।

দোকানৰপৰা বুঢ়ী ঘূৰি আহিল। জোলোঙাটোৰ আধাখিনি কথাৰ বাবে থাকিল। ভাৰটো আগতকৈ ভালেমান বাঢ়িল হেতুকে কথা কমিল। সূৰ্য্যৰ তাপ তেতিয়াও অপ্ৰখৰ বুলি উলাই কৰিব নোৱাৰি। মেলা চুলি এইবাৰ খোপাত সোমাইছে। সংখ্যা লঘিষ্ঠতাৰ বাবে তাপৰ আক্ৰমণ বোধ হোৱা নাই। তাই চাদৰৰ আগ এটা তালুত দিছে। নাৰিকল তেলটোপা

কাষলৈ বৈ গৈছে। বনকৰা চাদৰখনৰ দুঠাইত তেলেতীয়া হালধীৰ চেকা। কোনোবা এঠাইত 'সিজোৱা' জলপানৰ এঠা। গামোচা নেপাই আঁচলত দিয়া প্ৰাপ্য চেনেহ। মই একেবাৰে কাষলৈ আগবাঢ়ি গলোঁ।

বুঢ়ীয়ে নেৰিলে। ঘৰলৈকে একেলগে যোৱাৰ এটা প্ৰসন্নতা নীলা পোহৰৰ নিচিনাকৈ শ্ৰোতৃচিত্তে তাইৰ মুখমণ্ডলত বিয়পি পৰিছে। ৰ'দত শিল ফাটিছে, এতেকে 'ফটাশিল'। পুখুৰীৰ পানী তপত হৈছে, তাৰ পৰা জলীয় ভাপ আকাশ মাৰ্গলৈ ত্বৰিত হৈছে, এতেকে 'গৰম পানী'। "ফটাশিল" ৰ'দটোত "গৰমপানী" ৰ'দটোত (বহুতে আকৌ কয় টিকাফটা ৰ'দ, ৰ'দত টিকা ফাটে বাবে ?) গাৰ নোমবোৰক গাধুৰলৈ দিয়া হৈছে। সেইবোৰ ডাৱৰ ওলাইছে। ভালেহে উশাহ নোপোৱাৰ দৰে গৰম বতাহে ধৰ ফৰাইছে। ৰৰষুণ দিলে সিৰ্‌সিৰ্‌কৈ আকৌ জাৰ এটাও লাগে।

গতিপথত বুঢ়ীৰ মন নাম-ধৰ্ম্মৰ মৰ্য্যাদাত অভিসিক্ত হৈছে। তাইৰ বয়স হৈছে। সেইফালে মন ঢাল খোৱাটো আমাৰো এদিন আকাংখ্যা হ'ব। বুঢ়ীতকৈ বয়সত সৰু আইসকল এতিয়া আছে। লগৰবোৰ কেতিয়াবাই গ'লগৈ, সিপুৰীলৈ। বুঢ়ী বৈছে, ৰখাইছে। নামঘৰত পাল নাম কাঢিলে, এতিয়াৰপৰাই এইৰ তৎ নাই গাত। আত্মতত্ত্বজ্ঞান তোৰ ধাৰণাত কি ? মোৰ দৃষ্টিত প্ৰশ্নবোধক পোকৰ। তহঁত বহুত মাহ চাউল খোৱা গোপিনী। চিত্ত শুদ্ধি যদি লাগে মনত কপট ভাব কিয় ? তহঁতে প্ৰসাদৰ লুব্ধ গোন্ধ লৈ ধুপ-ধুনাৰ পবিত্ৰ মনবোৰত দুৰ্গন্ধ ছটিয়াই দি ছেকা লগাৱ। সিহঁতৰ বৰ জীয়ৰী, আমাৰ নুমলী, ইঘৰৰ বৰমতাটোৰ স্বভাৱ কি বিশ্লেষণ পদ্ধতিৰ নামত থকা সৰকা হয় ? নে স্বৰ্গৰ পৃথিবীস্থ "টেষ্ট হাউচত" কিবা পৰীক্ষা-নিৰীক্ষা চলে ? বুঢ়ী মনে মনে আছে। তাইৰ সেইবোৰ অসৎ ভাৱ নাই। সেইবাবে তাই কোৱাটোকে কৈ থকা নাই। আচল কথা আন্তৰিক আগ্ৰহ।

বুঢ়ী এতিয়াও মনে মনে আছে। মই এইবাৰ তাইলৈ চাই প্ৰণয় উদ্ধাৰক মন্ত্ৰৰ আটক ধুনীয়া উৎসৰ্গ এটা বুঢ়ীৰ গাভৰুজনীৰ নামত ডাকিলোঁ —"তইতো কাবোনাৰ মোকঁৰৰী, পাটমাদে আছিলি ?" মন্ত্ৰৰ প্ৰভাৱত আকাশত কিছুমান ৰঙা-নীলা বেলুন উৰিছে। বেলুন, ল'ৰাহঁতৰ হাতত ফুটা ফটকাৰ শব্দ কাণত বাজিছে। কিয়া নামৰ বোল উঠিছে যেন ভৌতিক পৰিবেশ এটাৰ সৃষ্টি হৈছে। বুঢ়ীৰ মুখ মণ্ডলত পুনঠ মঙহে পকা

আপেলৰ ৰং সানিছে। কুটুলি চুলিবোৰ লহপহকৈ বাঢ়ি তাৰ পৰিচৰ্য্যাৰ বাবে যেন কাৰোবাৰ উত্তাপযুক্ত নিশ্বাস বিচাৰিছে। তাইৰ ওঁঠ দুটা মেল খালে, জোলোঙাৰপৰা জিভাৰ ঘৰ্ষণত ওলোৱা শব্দবোৰ সুৰ হৈ যেন লোক সঙ্গীতৰ ভাবানুসাৰী হ'ব। মোৰ তবলা সঙ্গতৰ দায়িত্বটোও যেন আহি আছে। ওচৰে-পাজৰে আলোকময় নিঃসৰ্গ দৃশ্যাই "ক্লোজ আপ" দিছে। মই তাজ্জুব্। তাইৰ পৰিস্ফুট লাৱণ্য-ৰেখাত সঁচাই কিহৰ ঔজ্জ্বল্য? উজ্জ্বল চকু দুটাত মুকুতাৰ হাঁহি। ঘোলাকণীৰ অস্পষ্টতা তাত নিৰুদ্দেশ যে? নে তাচপাতৰ ৰাণী? বুঢ়ী ভাগিল; তাচপাতৰ ৰাণী। ত্ৰিলোচনে এই গৌৰীক ৰাশি নিৰ্ণয়, সাতাইশ নক্ষত্ৰৰ কথা কোৱা নাই। শিৱসিংহই এই ফুলেশ্বৰী কুঁৱৰীক কৰ্কৰা ভাতৰ বাৰ্ত্তা সোধা নাই। তথাপি তুমি গৌৰী, তুমি চিৰকুমাৰী গৌৰী, হয়, তোমাৰ উৰুঙা চাৰনিয়ে কথা কৈছে। উদাস কম্পাংক গণিছে। তুমি চিৰকুমাৰী গৌৰী।

উপল, আহত পৰ্ব্বতীয়া জুৰি সদৃশ ছোৱালীজনী মোৰ কাষৰপৰা আঁতৰি গৈছে। মনৰ বাসনাক উপযুক্ত পদ্ধতিৰে 'চাৰ্মিমেট' কৰাৰ এটা স্বকীয় ৰূপ মোৰ সমুখত ধৰা দিছে। এতিয়া মোৰ ধাৰণাৰ ঘনক্ষেত্ৰত তাইৰ বনকৰা চাদৰৰ ওপৰৰ ভৰা স্তনৰ আকৰ্ষণ, বুকুৰ ভিতৰত কামেচ্ছা প্ৰকাশক ধপ্‌ধপনিৰ অভিসাৰ, স্বপ্ন, থানবানকৈ আয়না ভগাদি ভাগিছে। ই অশুভ লক্ষণ। প্ৰতিদিনেই মানুহৰ একোটা স্বপ্ন ব্যৰ্থ হৈছে।

কথাখিনি মইহে ভাবিলোঁ। বুঢ়ী সেইবোৰৰ এটা সুদৃঢ় পেটাৰ্ণ হৈ আছে। তাই একেই থাকিল। চিৰকুমাৰী গৌৰী! আক্ষেপহীন ভাৱ—। মই কলোঁ—"চাওঁ জোলোঙাটো মোক দে, তইনো কিমান লব? তিনি ফাৰ্লং খোজ কাঢ়ি আহি তোৰ পোন্ধৰ মাইল খোজ কঢ়াৰ ভাগৰ। লাপৰী বুঢ়ী। এই ৰ'দত, গৰম বতাহত হাৱা খাবলৈ তোৰ গাত কচু উঠিছে!"

"সোণ—?" অকস্মাতে মই পমিছোঁ, অমাতৰ মাত। কি এক সম্মোহিনী! থ নেলাগে, অতদূৰ সি মোৰ কান্ধতে আহিল। এতিয়া এইফেৰা বাট…। পঢ়াৰ কথা ক……। তহঁত পঢ়া ল'ৰা, আঁতৰৰ চহৰত পঢ়িছ, চিন্তা কৰিবলৈ নাই। কিঞ্চিত নিদ্ৰা, ধৰ্মত সমৰ্পন কৰি ভোজন, নিদ্ৰা অৱসানে, মানে দোক-মোকালিতে উঠি চকু মুখ ধুই, হাতত কলি-পুথি লৈ একাগ্ৰচিত্তে পঢ়ি যা। বিস্তৰ উন্নতি। তহঁত ধৰ, স্কুলত পঢ়া ল'ৰাবোৰ মোৰ পদত 'সৰ্বজন'। শুনিছোঁক সৰ্বজন

লাপৰীৰ বচন, কথা কিন্তু বিতোপন। গুণত দীৰ্ঘকাৰ। পঢ়, পঢ়, পঢ়ি যা। অৱহেলা নকৰ। পিতৃ-মাতৃ, শিক্ষাগুৰুৰ অবাধ্য নহ'বি, তহঁত উপদেশৰ যোগ্য।

বুঢ়ীয়ে এইবাৰ প্ৰসংগ সলালে। 'আমাৰ ঘৰৰ কেইটাই আকৌ পঢ়া-শুনা নকৰে। মই বোলো দোকান মোৰ, কিতাপ মোৰনে? ঘৰত মাতৃৰৰী লেখৰ জনৰ সেইবোৰ চকু নাই। মইহে কৰোঁ।' মোৰ উপলব্ধিৰ নিৰ্য্যাস হৃদয়ত সাঁচ বহুৱা অনুভূতি। মোৰ দ্বাৰা বুঢ়ী ক'ৰবাত উপ স্থাপিত হওক।

পদুলিমুখতে প্ৰায়েই আঁজুৰি নিয়াৰ দৰে সৰু 'মুতি' এটাই জোলো-ঙাটো লৈ ভিতৰ পালেগৈ। 'নেলাগে থ, পৰিৱ'ৰ ভাৱব্যঞ্জক শব্দ কিছু-মানৰ কম্পন মোৰ কাণৰ পৰ্দাত খুন্দা খালে যদিও বুঢ়ীৰ খোজ তৎপৰতা দুশ্যাত দেখা নগ'ল। ভিতৰত দুই তিনিখন কোমল আৰু বয়সীয়া মুখত শব্দই তাল বাঁধিব নোৱাৰি উফৰি পৰিছে। জোলোঙাৰ মিঠা চেনি কোনোবা এটাই থপিয়াই নিছে। 'সোণ'ক চকী এখনৰ দৃষ্টি দি এইবাৰ বুঢ়ী 'বেগেৰে' ভিতৰ সোমাল। বেতৰ চকী, কেৰেকু কাৰাকু কৰি আছে। 'আইতাক ঠগিলে, এইবোৰ গেলাডাইল। জোখ-মাখ ঠিকমতে চাইছিলিনে? এক কিলো চেনি ইয়াতকৈ বহুত বেছি...... তোক কোনে যাবলৈ কৈছিল? ঘৰত কাম কৰিবলৈ পাওঁ বুলি......। চাওঁ পইচা কিমান ঘূৰিলে? দে চাদৰখন এইফালে দে—মই খুলি লওঁ......!'

বেতৰ চকীখনে শব্দ কৰিছে। ভিতৰত কেইবাখনো মুখে বুঢ়ীক একেলগে ধৰিছে। বুঢ়ীৰ মাত অস্পষ্ট। উফৰি পৰা শব্দবোৰে বুঢ়ীৰ নিৰাপত্তাহীনতাৰ নামত ধৰফৰাব নেজানে। তেনেতে এটা সমানুপাতিক কণ্ঠস্বৰ অলংঘ্য স্বৰত বাজি উঠিল। সকলো নিমাত্। তাৰ আঁৰেদি বুঢ়ীৰ দুৰত্বসূচক খোজৰ কঁপনি মোৰ হৃদয়ত বাজিছে। কাষেদি সাউৎকৰে সৰু 'মুতি' এটা পাৰ হৈ গ'ল। বুঢ়ীক নেযাবলৈ কৈ কেবা-টাও ওলাইছিল। বুঢ়ীয়েহে কাৰো কথা নুশুনিলে। বুঢ়ী আহি মোৰ কাষতে বহিল। 'কথাবোৰ তই বেয়াকৈ নলবি। সিহঁতে তেনেকৈ কৰই। মই হে নুশুনিলোঁ। ক্ষন্তেক ৰ। সব ঠিক। ল'ৰাছোৱালী কেইটালৈ আকৌ মোৰ বৰ মৰম। কথা একো গাত নেলাগে। সিহঁতেও ধৰি নেথাকে। এৰা, সিহঁতে জোখ-মাখবোৰ ভুলকৈয়ে দিব পায়। দোকানীটোক কৈছিলোঁও দেখোন, এইখন ঘৰলৈকে লাগে!'

বুঢ়ীৰ এই জোখ-মাখৰ প্ৰতি সন্দেহৰ দৃষ্টি! তাৰ প্ৰতিবিম্ব মোৰ দুচকুত আপতিত হ'ল—প্ৰতিফলিত হৈছেনে নাই, সেই কথা বুঢ়ীৰ। ●

# ৰিভলভাৰৰ গৰ্জ্জনত ধানখেৰত জুই

লিখকে কেতিয়া দুৰ্ব্বোধ্যতাৰ আশ্ৰয় লয়? যেতিয়া লিখকৰ কোনো স্পষ্ট বক্তব্য নেথাকে, তেতিয়াই সেই লিখকে দুৰ্ব্বোধ্যতাৰ আশ্ৰয় লয়। মোৰ পৰিচিত অসমৰ বিভিন্নজন পাঠক পাঠিকাই আপত্তি তুলিছে, হেনো দুৰ্ব্বোধ্যতাই মোৰ গল্পৰ আংগিক হ'ব খোজাতো নিতান্তই দুৰ্ভাগ্যজনক। নিজৰ গল্পক সৰ্ব্বশ্ৰেষ্ঠ বুলি কোৱাৰ স্পৰ্দ্ধা নেদেখুৱাওঁ যদিও, কব খুজিম, স্পষ্ট বক্তব্যৰ প্ৰেৰণাতহে মই আংগিকৰ জাল তৰিছোঁ; বহুক্ষেত্ৰত ই পৰীক্ষাধৰ্ম্মী; গতিকে বহুতৰে বাবে মোৰ গল্প দুৰ্ব্বোধ্য লাগিব পাৰে। সহৃদয় পাঠক-পাঠিকালৈ মোৰ অনুৰোধ যেন, মোৰ প্ৰচেষ্টাৰ বাটত তেখেত সকলে সহায় সহানুভূতি আগবঢ়াই আত্মসমালোচনাৰ বাটহে মুকলি কৰে। মোৰ গল্প সম্পৰ্কত অভিযোগ তোলাসমূহ সচেতন পাঠক-পাঠিকালৈ মই মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

এই গল্পৰ আৰম্ভণি ৰূপত, সদ্যহতে, মই দুৰ্ব্বোধ্যতাৰ কৈফিয়ৎ দিবলৈ গলে ইমানকে কব খুজিম, যে চাইকেল চলাই কিছুমানে বিখ্যাত হ'ব খোজে। কিছুমানে আকৌ ৰাজনীতি কৰি নেতৃত্ব লৈ বিখ্যাত হ'ব খোজে। সেই সূত্ৰে মই যদি বিখ্যাত হ'ব খোজোঁ, তেন্তে গল্প লিখি বিখ্যাত হ'ব খুজিম। আত্মকেন্দ্ৰিকতাৰ নামত বিখ্যাত হ'ব পৰাৰ অৰ্থ ৰ কিমান শুনাম?

কিন্তু বাস্তৱৰ জলন্ত অৱস্থা সুঁৱৰি এনে এচাম নিঃস্বাৰ্থ ত্যাগী লোকো ওলায়, যি কৰ্ম্মৰ জৰিয়তে প্ৰতিষ্ঠা আৰু জনপ্ৰিয়তা নিবিচাৰে, তেওঁ বিখ্যাত হ'ব নোখোজে, অথচ বিখ্যাত হয় তেওঁ আহৰণ কৰা জীৱনৰ এক বাস্তৱমূল্যবোধৰ অভিজ্ঞতা। সমাজ সম্পৰ্কে সুস্থজ্ঞান নথকা এনে এজন যুৱকৰ ভুলৰ পৰিণতিয়ে কি বাস্তৱ অভিজ্ঞতা আৰু মূল্য-বোধৰ সৃষ্টি কৰিব পাৰে, তকে তলৰ গল্পত দেখুৱাবৰ চেষ্টা কৰা

হৈছে। গল্পটো জাঁপ'ল চাৰ্ত্ৰৰ এটা গল্পৰ নায়কৰ সান্নিধ্যত প্ৰস্তুত কৰা হৈছে। গল্পত উল্লেখিত Erostratus নামৰ ব্যক্তিজনৰ সম্পৰ্কত এনেভাৱে পঢ়িবলৈ পোৱা যায়।

Erostratus wanted to become famous and he could not find anything better than to burn down the temple of Ephesus, one of the seven wonders of the world.

যদিওবা ই Ephesus ৰ মন্দিৰ প্ৰিৰ ছাৰখাৰ কৰি বিখ্যাত হ'ব খোজা নাই, তথাপি মান্হটোক Erostratus নামেৰে পৰিচিত কৰিলে অত্যুক্তি কৰা হয়নেকি? মান্হটোৰ বিভলভাৰত ছটা গ্লী থাকে আৰু তাৰে সি মাত্ৰ ছটা মান্হহে গ্লীয়াই হত্যা কৰিব পাৰে। এই উদ্দেশ্যে সি সকলো বন্দোবস্ত প্ৰস্তুত কৰিছে। অফিচলৈ যোৱাটো বন্ধ কৰিছে। ভবিষ্যত গ্ৰুৰ নিধন উপলক্ষে অস্থিৰ সি সিহঁতৰ মাজে মাজে ঘ্ৰিছে; আবদ্ধ কোঠাত পায়চাৰি কৰিছে: শ্ইছে, বহিছে, ভাবিছে, শত্ৰ্বোৰৰ নামত ৰিভলভাৰত হাত দিছে; গ্লীৰ শব্দ বৰ্তমান শ্না নেযায়। আৰু ইয়াৰ অৱসৰত সি ১০২ খন চিঠি লিখিছে। ১০২ খন চিঠি? আচৰিত কথা। কালৈ লিখিছে ইমানবোৰ চিঠি? বৰ আচৰিত কথা!

কিন্তু তাতোকৈ আশ্চৰ্য্যৰ বতৰা; এদিন হঠাৎ এই বিষয়ে মান্হটোৰ এখন চিঠি আহি মোৰ ঘৰৰ সম্খৰ চিঠিৰ বাকচত অৱস্থান কৰিলেহি। সাম্ৰাজ্যবাদী, প্ঁজিবাদী ৰাষ্ট্ৰবোৰে যিদৰে দ্ৰ্বল ৰাষ্ট্ৰৰ ভিতৰত আহি উপনিৱেশ পাতে, ঠিক তেনেদৰে যেন সি তাৰ চিঠিৰে আহি মোৰ ৰাজ্যৰ সীমাৰ ভিতৰত সন্দেহজনক স্থিতি অক্ষ্ন্ন ৰাখিবলৈ দ্ঢ় সংকল্পবদ্ধ হ'ল। শত্ৰ্ পৰিচিতি! মোৰ ৰাজ্য শত্ৰ্ পৰিচিতিৰ এটা অশান্ত অঞ্চল। মই চাৰিও ফালে চকুমেলি চাব জানোঁ। সমাজৰ গতি আৰু ম্ক্তি সম্পৰ্কে মই বাস্তৱ জ্ঞান লভিছোঁ। ফলত মই মোৰ শত্ৰ্ পৰিচিত কৰিবলৈ সক্ষম হৈছোঁ, আৰু নিঃশব্দে ময়েই স্বকৰ্ণপটতেই ঘোষণা বজাই দিলোঁ: তোমাৰ ক্ৰীড়াভূমিৰ "ম্ক্তাঞ্চল" এতিয়া "অশান্ত অঞ্চললৈ" পৰিবৰ্তিত হৈছে।

কেতিয়াবা মই নিজেই বিমোৰত পৰোঁ, মোৰ এইখন ৰাজ্য নে ব্হৎ এটা অঞ্চল? ৰাজ্য আৰু অঞ্চলৰ কিবা তফাৎ? গ্লীমাৰ; সেইবোৰ অবাবত নষ্ট মোৰ দণ্ড, পল, অন্পল।

সেই বিশেষ মান্হটোৱে ১০২ খন চিঠি লিখি শেষ কৰিছে। কিহৰ চিঠি? শত্ৰ্ নিধন প্ৰ্বৰ্বৎ এইসব কিহৰ মাতলামি? কি ৰহস্যৰ

জাল তাঁৰিব খুজিছে মানুহটোৱে ? মোৰ মগজুৰ দৃষ্টিপটত পৰিস্ফুট হৈছে, সি ১০২ টা খাম দোকানৰ পৰা পইচা দি কিনিছে; সেইকেইটা হাতেৰে খামুচি ধৰি খৰ খোজেৰে ঘৰমুৱা হৈছে। বন্ধ কোঠা অভিমুখে। সি চিঠিবোৰ খামত বগৰাই দিছে। এটা নিৰ্দিষ্ট সময়ত দেখা গৈছে এটা খামৰ ওপৰত এটা নাম লিখা হৈছে, নামৰ তলত এডোখৰ বিশেষ ঠাইৰ নাম লিখা হৈছে; তাৰো তলত এটা বিশেষ ডাকঘৰৰ নাম আৰু সৰ্ব্ব-শেষত মোৰ আইৰ দেশৰ নাম। মোৰ জন্মভূমিৰ নাম। সকলোবোৰেই মোৰ পৰিচিত। কেৱল পৰিচিতই নহয়, সকলোবোৰ কাম মোক কেন্দ্ৰ কৰিয়েই, মোৰ অৱস্থিতিক কেন্দ্ৰ কৰিয়েই সেই নিৰ্দ্দিষ্ট মুহূৰ্ত্তবোৰত সম্পাদন কৰা হ'ল।

মানুহটোৱে কি জানে মোৰ বিষয়ে? কিন্তু! পিচমুহূৰ্ত্তে মই বুজি উঠিছোঁ, মানুহটোৱে মোৰ বিষয়ে বহু কথাই জানিব পাৰে। সেই-বোৰ কথাই জানিব পাৰে যিবোৰ কথা মোৰ 'মুক্তাঞ্চল'ৰ জনতাই জানে। তথাপিতো পঢ়া যাওক। মই সুস্থিৰভাৱে চকিত বহি পৰিছোঁ। মোৰ কোঠাৰ দুৱাৰ বন্ধ কৰি দিছোঁ। এই অপ্ৰত্যাশিত চিঠিখন পঢ়িবৰ বাবে যেন মই বৰ তৎপৰ হৈ পৰিছোঁ। অথচ মই জানো অনুমান কৰিব পৰা নাই যে এইখন কোনোবা ছোৱালীয়ে দিয়া প্ৰথম অপ্ৰত্যাশিত চিঠি নহয়। মই যেন চিঠি এখন পঢ়িবৰ বাবে আন কোনো দিনে এনেভাৱে প্ৰস্তুতি চলোৱা নাই। মই সঠিক ভাৱে বুজি উঠিছোঁ, চিঠিখনে মোৰ উত্তেজনা বঢ়াব, মোৰ বিপক্ষে ঠিয় দিব। এটা নিঃস্বাৰ্থ আৰু মুক্তিৰ আকাংক্ষাক আগভেটা দিব। কাৰণ, মানুহটোৱে হাতত বিভলভাৰ লৈ মোকো হয়তো হত্যা কৰাৰ পৰিকল্পনা কৰিছে। মোৰ দুৱাৰ মুখতো ডাঙৰ ডাঙৰ হৰফেৰে হয়তো লিখি থোৱা আছে— No entrance if ont a humanist আৰু এনেবোৰ দুৱাৰ মুখতে মানুহটোৱে তাৰ শত্ৰুৰ আগমণ কামনা কৰিয়েই ৰিভলভাৰ টোঁৱাই অপেক্ষাৰত নহয়? মোৰ 'মানৱতাবোধে' কোন বাটে হাত ধৰিব খুজিছে?

আচৰিত! মোৰ দুৱাৰ মুখত সেয়া কাৰ আগমন? মোৰ বন্ধকোঠাৰ দুৱাৰত সেয়া কাৰ হাতৰ টোকৰ? এয়া মই দুৱাৰ খুলি দিছোঁ। কোন এই অপৰিচিত? কোন তুমি? টি-চি-উ-ম-কৈ অপৰিচিতৰ বিভলভাৰৰ এটা গুলীৰ শব্দ আহি কাণত লাগিলহি। নিশ্চিত আশংকাত মই থৰ্ থৰ্কৈ

কঁপিবলৈ ধৰিলোঁ। নিশ্চিত মৃত্যুৰ বাবে মই সাজু হলোঁ। কিন্তু মোক সাময়িক বিৰতি দি অপৰিচিতে কলে— "তুমি হয়তো মোক ইয়াত দেখি বৰ আচৰিত হৈছা। মোৰ নামেই প'ল হিলবার্ট। মই মানুহটোৱেই এনে কুৰা। তোমালোকৰ নিচিনা মানুহৰ প্ৰতি মোৰ কোনো সম্ভাৱ নাই। এতিয়া প্ৰথমে মই কি লিখিছোঁ ডাঙৰ ডাঙৰকৈ পঢ়ি যোৱা।" মোৰ বোধগম্য হ'ল। মই বুজি পালোঁ, এই অপৰিচিতেই মোৰ শত্ৰু পত্ৰ লেখক। অপৰিচিতৰ আদেশ অমান্য কৰিবৰ বিকল্প আৰু সাহস দুয়োটাই নোহোৱাত মই মৃত্যুৰ ভয়তেই চিঠিখন পঢ়ি যাবলৈ প্ৰস্তুত হলোঁ। কিন্তু চিঠিখনৰ সকলো-বোৰেই দেখোন প'লৰ মুখস্থ। মই মুখ খোলাৰ আগেয়েই প'লৰ মুখ খুলিল— 'মই জানো তুমি এটা বিখ্যাত মানুহ। শ্ৰেণী সচেতনভাবে দুখীয়া নিছলাৰ প্ৰতি তুমি দায়গ্ৰস্ত, ব্যস্ত হৈ পৰিছা। সেয়েহে তুমি বিখ্যাত মানুহ। শতকৰা আশীভাগ দুখীয়া মানুহেই তোমাক চিনি পায়। গতিকে বাকী বিশভাগেতো তোমাক চিনি পাবই। তোমাৰ সাহিত্যকৃতী কিনিবলৈ কিতাপৰ দোকানত হেজাৰ হেজাৰ পাঠক পাঠিকাই ভিৰ ঠেলে। মই কওঁনে তোমাৰ এই জনপ্ৰিয়তাৰ কাৰণ কি? কাৰণ তুমি মানুহক ভাল পাব জানা। তুমি মানুহক ভালপোৱা। তোমাৰ হৃদয়ত মানবতাবোধ গভীৰ। তুমি বৰ ভাগ্যবান। তুমি যেতিয়া জনতাৰ মাজত, এজনক নজনাকৈয়ে তুমি তেওঁৰ প্ৰতি সহানুভূতিশীল হৈ পৰা। মানুহটোৰ শৰীৰৰ প্ৰতিও তোমাৰ এটা আগ্ৰহ আছে। তাৰ ভৰি দুখনৰ প্ৰতিও তোমাৰ আগ্ৰহ কম নহয়। তুমি সবাতোকৈ আগ্ৰহান্বিত, তাৰ দুখন হাত আছে, (হেনো পৰিশ্ৰমী) তাৰ দুয়োখন হাততে পাঁচোটাকৈ আঙুলি আৰু তাৰ বুঢ়া আঙুলিটো আনকেইটা আঙুলিৰ সহায়ত খাড়া কৰিব পাৰে। তুমি আনন্দিত হোৱা, যেতিয়া দেখা যে তুমি কোৱা মতেই অথবা, তুমি লিখাৰ দৰেই, তোমাৰ চুবুৰীয়াই মেজৰ পৰা চাহকাপটো এক বিশেষ কায়দাত তুলি লৈছে। কাৰণ তাক তুলি লোৱাৰ এক বিশেষ কায়দা আ'ছ—তোমাৰ কথা। তুমি মানুহ ভাল পোৱা, কিয়নো মানুহৰ মাংসৰ এটা বিশেষ গুৰুত্ব আছে। মানুহ ভালপোৱা, কাৰণ সিহঁতেই উজুতি খাই নব-শিক্ষা লভিছে, লেঙে-ৰাই খোজ কাঢ়িছে, এনেভাৱে যেন আঘাত প্ৰাপ্তিৰ খোজ জীৱনত কোনো কাহানিও কঢ়া নাই; আৰু মানুহৰ এক বিশেষ স্বভাৱ তোমাৰ ভাল লাগে, যিটো আনকি জীৱ জন্তুৱেও সহ্য কৰিব নোৱাৰে। সেয়েহে মানুহৰ

বিষয়ে বস্তুতাত, মন্তব্যত তোমাৰ উচ্চাৰণ "নির্ভুল" ঃ তুমি তোমাৰ উচ্চাৰণত এটা মানবীয় আবেদন সানি দিব পাৰিছা। মানুহে তোমাৰ কিতাপ পঢ়িবৰ বাবে লোভনীয় আগ্ৰহেৰে বাট চায়। তেওঁলোকে তোমাৰ কিতাপ পঢ়িবৰ বাবে এখন আৰামী চকি যোগাৰ কৰিবলৈ ব্যস্ত হৈ পৰে। তেওঁলোকে পঢ়ি যায়, তেওঁলোক অভিভূত হয় ঃ একেই তেজ মঙহৰ মানুহ এটাৰ গাত ইমানবোৰ ভালপোৱা কেনেকৈ জমা হৈছে! তোমাৰ চিন্তাত বিচিত্ৰ মানবীয় গুণৰ সমাবেশ ঘটিছে। সেইবোৰ হৃদয়ঙ্গম কৰি তেওঁলোক উৎসাহিত হয়; আৰু যে এই অধীৰ অপেক্ষাৰ অন্তত পঢ়িলে তোমাৰ সদ্য প্ৰকাশিত কিতাপখন, পঢ়ি উঠি এটা তপত স্বস্তি আৰু আশ্চৰ্য্য মিহলি নিশ্বাস এৰি দিয়ে তেওঁলোকে। এটা ঘোষণা আমাৰ কাণত বাজে ঃ It is good deed.

"এতিয়া শুনা, মোৰ বিষয়ে মই তোমাক কি কব খোজোঁ! মই ধৰি লৈছোঁ, মানুহ ভাল নোপোৱা এটা মানুহ কেনে হব পাৰে, সেই বিষয়ে তুমি নিশ্চয় উৎকণ্ঠিত হবা। এই মানুহটোৱে বা কি কয়! তেতিয়া হলে শুনা, ময়েই তেনে এটা মানুহ যি তুমি ভালপোৱাৰ দৰে মানুহ নামৰ শ্ৰেষ্ঠ জীৱটোক ভাল পাব নোৱাৰে, যদিও মোৰ ভালপোৱা নাই বোলাতো বিশ্বাসযোগ্য নহ'বও পাৰে। তেনেহলে জানি থোৱা মোৰ মানুহৰ প্ৰতি ভালপোৱা ইমান ক্ষীণ যে •ই এয়া, এইমাত্ৰ বাহিৰ ওলাই গৈ ছটাকৈ মানুহক ৰাজপথত অপ্ৰত্যাশিত ভাবে গুলীয়াই হত্যা কৰিব পাৰোঁ। তুমি নিশ্চয় আচৰিত হবা, যি সময়ত মই সমগ্ৰ মানৱ জাতিকে ঘৃণা কৰোঁ, ছটা মানুহ কিয়? কাৰণ মোৰ ৰিভলভাৰত ছটা গুলীহে থাকে, বুজিলা? বৰ নিষ্ঠুৰ! বৰ অমানবীয় নহয়নে? হলেও মই মানুহৰ প্ৰতি ইয়াতকৈ সুস্থ ধাৰণা লব নোৱাৰোঁ। মই সিহঁতক তোমাৰ দৰে ভাল পাব নোৱাৰোঁ। মানুহ সম্পৰ্কে তোমাৰ ধাৰণা কোন বাটে সি মোৰ মগজুগত। যিবোৰ কথাই তোমাক জনতাৰ মাজলৈ ঠেলি নিছে, সেইবোৰেই মোক আমনি দিছে; মই অসহ্যবোধত অতিষ্ঠ হৈ উঠোঁ। জনতাক কেৱল তুমিয়েই দেখিছা? ময়ো দেখিছোঁ, তোমাৰ জনতাৰ বাওঁহাতে একোখন Economic Review, তেওঁলোকৰ চৌদিশে সুতীক্ষ্ণ চতুৰ দৃষ্টি। মুখত পাগুলিয়াইছে কিবা কিবি, সুস্থিৰে। তাৰ পৰিবৰ্ত্তে মই যদি Sea lion ৰ ভক্ষণৰ দৃশ্য উপভোগ কৰোঁ, তুমি জগৰীয়া কৰিবা? Physiognomy

অবিহনে মানুহ নামৰ জীবটোৱে কৰিব পাৰিছেই বা কি? যেতিয়া ভাবৰ হেঁচাত চোবাইছে বন্ধ মুখ, মুখাৱয়বত চকুৰ অংশ দুটাই যেতিয়া উঠানমা কৰিছে, তুমিও দেখিছা,—ময়ো দেখিছোঁ। কেনে ভাব হয় তোমাৰ? মই কেনেকৈ ভাবোঁ শুনা He looks as though he were passing incessantly from serenity to tearful surprise. কিন্তু ইয়াকেই মন্তব্য দিয়া The watchfullness of the spirit কিন্তু তুমি কেতিয়াবাও ভাবানে যে এনে দৃশ্যই কাৰোবাক অসুস্থ কৰি তুলিবও পাৰে। It makes me sick। মই এতিয়া কব নোৱাৰিম, কিয় মোৰ অসহ্য লাগিবলৈ আৰম্ভ কৰে। নে তেনে ভাবেই ভূমিস্থ হলোঁ?" ইমানখিনিলৈকে পঢ়ি মই ৰৈ গৈছোঁ। মূৰ তুলি চাইছোঁ, দেখিছোঁ মোৰ ফালে বিভলভাৱ টোঁৱাই প'ল হিলবাৰ্টে সেহ বন্ধমুখ চোবোৱা মানুহবোৰৰ আখৰা কৰিছে। খন্তেক পাছতে যেন ঘৃণা, অসুস্থ স্বভাৱৰ জন্ম হ'ব। আশংকাত মই পুনৰ তল-মূৰ কৰিছোঁ। লগে লগে পলৰ মুখত ফুটিছে—

"তুমি নিশ্চয় এতিয়া বুজিছা যে তোমাৰ মোৰ মাজত কিমান তফাৎ। এটা মতৰ খেলি মেলিতেই সমস্যাটোৰ সমাধান হোৱা হ'লে কথা নাছিল, কিন্তু তুমি মোক জ্বলাইছা, কেৱল তোমাৰেই কি দয়া মমতা আছে? মই স্বাধীন মানুহ, মই মুক্ত মনৰ মানুহ। ইচ্ছা কৰিলে মই লবণ্টাৰ নিউবাৰ্গ'ক ভালো পাব পাৰোঁ, সদায় বেয়া পোৱাই কিয়? কিন্তু বোধহয় মই মানুহক ঘৃণা কৰোঁ বুলি ক'লে পৃথিবীত, পোহৰত স্থান নোপোৱা দুৰ্ভগীয়া প্ৰাণীলৈ পৰিবৰ্তিত হম। কেতিয়াবাও ভাবি ছাইছানে—যে They have monopolised the sense of life জীৱনৰ মূল্যবোধক সিহঁতে, তোমাৰ জনতাৰ একাংশই, একচেটিয়া সম্পত্তিত পৰিণত কৰিছে। আশাকৰোঁ তুমি মোক বুজিবলৈ চেষ্টা কৰিবা; যোৱা ৩৩ বছৰে মই কেৱল বন্ধ দুৱাৰত টোকৰ দিছোঁ। তেওঁলোকে মোক সাৱধান কৰি দিছে—'তুমি মানুহ ঘৃণা কৰা। আমাৰ ঘৰত তোমাৰ প্ৰৱেশ নিষেধ। তুমি জানো ঘৰৰ সন্মুখত দেখা পোৱা নাই, আমি কি লিখি থৈছোঁ। আমনি নকৰিবা যোৱা।' মোৰ চকুত পৰিছে, তেওঁলোকে নিষেধাজ্ঞা জাৰি কৰিছে—No entrance if not a humanist' মই মোৰ 'প্ৰাপ্তিক' নষ্ট কৰিব লগাত পৰিছিলোঁ। মই হতাশ হৈছিলোঁ মোৰ স্বপ্ৰাপ্তিবোধক সিহঁ-তৰ সপক্ষেই যুক্ত কৰিম? মোৰ সকলো প্ৰতিহত পুঁজবলিৰ বাবে দায়ী

অৱৰুদ্ধ দৃষ্টিবোৰ কিবা আচহুৱা অসুস্থ ব্যাপাৰ? মই সুস্থিৰ হৈছিলোঁ। সুস্থ অৱস্থিতিৰ পৰা মই সকলো বুজি উঠিলোঁ।

মই মোৰ নিজৰ পৰা আঁতৰি যোৱা নাই। মই মোৰ চিন্তাৰ পৰা আঁতৰি যাবলৈ সফল নহলোঁ। মোৰ স্ব-মত সংৰক্ষিত। সিহঁত মোৰ বাসনা, অংগসঞ্চালনৰ দৰেই জীৱন্ত। মই নিজাকৈ শব্দৰ সন্ধান কৰিছিলোঁ, মোৰ চিন্তাক প্ৰকাশ কৰিবলৈ অথবা বজাই শুনাবলৈ। স্ব-প্ৰাপ্তিক ডিফেণ্ড কৰিবলৈ, মই যিবোৰ অস্ত্ৰৰ সহায় লৈছোঁ, বুজিছিলোঁ সেইবোৰ তেওঁলোকৰ মাজৰ পৰাই আহৰন কৰা। কিন্তু শব্দবোৰক বিশাল বিবেকৰ মাজেৰে বাট দেখুৱাই লৈ যোৱা হ'ল। সিহঁত মোৰ মগজুত শৃংখলাবদ্ধ - শৃংখল মোৰ মগজুৰে শিকিছে তেওঁলোকৰ মাজতেই। চাবলৈ গলে তেওঁলোকৰ অবিহনে তোমালৈ লিখা মোৰ চিঠিও অসম্ভৱ। কিন্তু এই যে লিখিছোঁ, ইয়াকেই শেষ বুলি সিদ্ধান্ত লবা। তেওঁলোকেই অধিকাৰৰ দায়গ্ৰস্ত, তেওঁলোকৰ ভালপোৱাটো শাশ্বত কৰা, নহলে, তেওঁলোকেই তোমাৰ ভাৱমূৰ্ত্তি ধ্বংস কৰি দিব। মই যেনেকৈ মানুহ ভাল পাব নোৱাৰোঁ তেনেকৈ সিহঁতৰ মাজৰ পৰা লোপ পোৱাটোকো কামনা নকৰোঁ। সেয়েহে অতি সোনকালেই মই হাতত ৰিভলভাৰ লৈ বাহিৰ ওলাই ৰাজ-পথত থাড়া হম আৰু লক্ষ্য কৰিম কোনোবায়ো তেওঁলোকৰ কাৰণে কিবা কৰিছেনে? এতিয়া বিদায়, বিদায়! সময়ত মই তোমাকেই লগ কৰিমগৈ। আৰু তেতিয়া তোমালোকে নেজানিবা কি অপূৰ্ব আনন্দত মই তোমালোকৰ মূৰ ভাঙি চুৰমাৰ কৰিছোঁ। যদি তেনে নহয়, নহ'বও পাৰে। তেনে নোহোৱাটোৰেই বেচি সম্ভাৱনা পূৰ্ণ—তেনেহলে তুমি নিশ্চয় কালিলৈৰ বাতৰি কাকতৰ ওপৰত চকু স্থিৰ কৰিবা। দেখিবলৈ পাবা যে কোনোবা প'ল হিলবাৰ্টে, কোনোবা বিশেষ ৰাজপথত—"হিংসাত্মক"ভাৱে, অজ্ঞাত কাৰণত, ছজন পথাচাৰীক গুলীয়াই হত্যা কৰিছে। তুমি নিশ্চয় সংবাদ পত্ৰৰ সম্ভাৰ সম্পৰ্কে আনতকৈ বেছি সচেতন। তুমি তেতিয়া বুজি লবা যে মই "হিংসাত্মকভাৱে" কেতিয়াও হত্যাকাৰ্য্য সম্পাদন কৰা নাই। সুস্থ মগজুৰেই এইকাৰ্য্য সম্পাদন কৰিছোঁ, আৰু শেষলৈ মোৰ অনুৰোধ, এই বিশিষ্ট অনুভূতিক তুমি স্বীকৃতি দিবা। মই এনে এটা মানুহ যি মানুহক ভাল পাব নোৱাৰে।"

উপস্থিত মুহূৰ্তবোৰত মই মানুহটোৰ বিশিষ্ট অনুভূতিক স্বীকৃতি

দিয়াৰ কথা ভবাতকৈ বেচি চিন্তিত হলোঁ, যি কম সম্ভাৱনাপূৰ্ণ আছিল সেইটোৱেই সমুখত। মোৰ সমুখত মই এতিয়া মাথোঁ দেখিছোঁ এটা বিভৎসভাৱৰ সমুখত মৃত্যুৱে মুখ চোবাইছে আৰু তাৰ মুখাবয়বৰ চুকৰ অংশ দুটা উঠা নমা কৰিছে। গৰুৱে পাগুলে ঘাঁহ। মৃত্যুৱে পাগুলে কি? মৃত্যুৱে পাগুলে জীৱন লোৱাৰ নামত লোভৰ মায়াবী পানী। ৰক্তৰ লোভ। মানুহৰ প্ৰতি প্ৰবল ঘৃণাৰ পৰিণাম আজি শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণইয়ো মুখ চুবাইছে, ভঙ্গীত মই পঢ়িছোঁ। কি পঢ়িছোঁ মই? কম সম্ভাৱনাপূৰ্ণ আগমন আজি মোৰ সমুখত। মই মৃত্যু দেখাৰ প্ৰস্তুতি চলাইছোঁ, ঠিক তেনে নহয়। চাঁত কৰে মোৰ মগজুত খেলাইছে, মই মৃত্যুলৈ ভয় কৰিছোঁ। এনে মৃত্যু মোৰ কাম্য নহয়। এই মৃত্যু অকাল মৃত্যু। আচলতে মই অসহায় অৱস্থাত কিংকৰ্ত্তব্যবিমোৰ। মোৰ মগজু ঘূৰিছে, উপায়বিহীন। চৌপাশ অন্ধকাৰ, পথ নিচিনি। মই মৃত্যুৰ পৰা মুক্তি কামনা কৰি চীৎকাৰমুখী। অথচ মুখত কথা নুফুটে। সকলো পৰিণামৰ ভাৰ মই পলৰ হাতত এৰি দিলোঁ।

কিন্তু মোক আৰু আচৰিত কৰি পিচৰ মুহূৰ্ত্তবোৰৰ কোনোবা এটাত পুনৌজনক হাঁহি এটা মাৰি প'ল হিলবাৰ্ট মোৰ কোঠাৰ পৰা ওলাই গ'ল। মোক যেন কৈ গ'ল কালিলৈৰ বাতৰি কাতত ওলাব নহয়, চকু স্থিৰ কৰিবা। দেখিবা প'ল হিলবাৰ্ট নামৰ ব্যক্তিজনে হিংসাৰ জ্বালাত ছজন পথাচাৰীক গুলীয়াই হত্যা কৰিছে। প'লৰ প্ৰস্থানৰ লগে লগে যেন মই সম্বিৎ ঘূৰাই পালোঁ। মোৰ মুক্তিৰ নিশ্বাস ক্ৰমাৎ সহজ হৈ উঠিল। নানান অসুস্থ চিন্তাই মোৰ মন জৰ্জ্জৰ কৰি তুলিলে। কোন এই প'ল হিলবাৰ্ট? কিয় মানুহ ভাল পাব নোৱাৰে? মানুহে তেওঁক সমীহ নকৰে বাবে? মানুহৰ প্ৰতি এনে বীতৰাগ কিয়? কিয় ইমান ঘৃণা? চিহ্নতক মাৰি কাটি নিঃচিহ্ন কৰি দিয়াৰ কথা ভাবিছে? হয়তো সঁচা, তেওঁৰ জীৱনবোধক মানুহে গাহ্য কৰা নাই। আৰু সেইবাবেই প্ৰতিহত তেওঁ Erostratus ৰ দৰে বিখ্যাত হ'ব খুজিছে নেকি? মোৰ মনৰ উলথন মুক্ত নহ'ল।

পলে কৈ যোৱাৰ দৰেই পিচদিনা বাতৰিকাকতত হেড্লাইন ওলাল। পল হিলবাৰ্ট নামৰ কোনোবা ব্যক্তিৰ দ্বাৰা ৰাজপথত দিন দুপৰতে চাৰিজন পথাচাৰীৰ হত্যাকাণ্ড। ইয়াৰ কিছুদিনৰ পিছত মোৰ জীৱনলৈও অভাৱনীয়

পৰিবৰ্তন আহিল। মই চুটিছিলোঁ সৰ্ব্বহাৰাৰ মুক্তি আকাংক্ষাত। কিন্তু মোৰ চিন্তা আৰু কামৰ প্ৰতিক্ৰিয়া স্বৰূপে মই দেখিবলৈ পালোঁ কেৱল বিমুখিতা, ষ্টেগনেশ্বন্। মোৰ শত্ৰুবোৰে আগতকৈ যেন দুগুণ প্ৰতাপেৰে মোৰ চকুৰ আগত টিঘিলঘিলাবলৈ ধৰিলে। আৰু মোৰ কাণত বাৰে বাৰে বাজিবলৈ ধৰিলে, সিহঁতক ধ্বংস কৰা, তোমাৰ শত্ৰুবোৰক তুমি ধ্বংস কৰা, নহলে তোমাৰ শত্ৰুবোৰে তোমাক ধ্বংস কৰিব। প্ৰতিপলেই মই শ্ৰেণী সচেতন ভাবে মোৰ 'মুক্তাঞ্চল'ৰ শত্ৰু পৰিচিত কৰিবলৈ আগ্ৰহী। এক শ্ৰেণী মানুহৰ প্ৰতি মোৰ মানৱতাবোধ উদাৰ নহয়। প'ল হিলবাৰ্ট নামৰ ব্যক্তিজনে যেন মোক প্ৰেৰণা দিলে। মই বলিয়া হৈ গলোঁ। যাৰ কথাই ভাবোঁ সিয়েই মোক জ্বলাবলৈ আৰম্ভ কৰি দিয়ে। ক'তো বন্ধু নাই। সকলো সুবিধাবাদী, সকলোৱেই স্বাৰ্থৰ খাতিৰত পৰস্পৰে পৰস্পৰক শোষণ কৰিছে। মোৰ চিন্তা কেৱল ব্যৰ্থ লক্ষ্য ভেদলৈ অধঃপতিত হৈছে। কিন্তু তথাপি দাৰিদ্ৰ বাঢ়িছে। অৰ্থনীতিৰ সংকটে চৌদিশে হাঁহাকাৰ ধ্বনি বিক্ষিপ্ত কৰিছে। অথচ মানুহবোৰ জাগি উঠা নাই, আচল পথলৈ অহা নাই। এনে সন্ধিক্ষণত মই বলিয়া হৈ গৈছোঁ, দুৰ্দান্ত হৈ গৈছোঁ। প্ৰস্তুতিৰ স্থানু অৱস্থাই এতিয়া জনতাৰ মাজত সংশয়ৰ সৃষ্টি কৰিছে। মুক্তিলৈ আৰু কিমান দিন? মোৰ সকলো আশা-আকাংক্ষা, কাৰ্য্যই যেন প্ৰহসনত পৰিণত হৈছে। মই জনতাৰ মাজৰ পৰা হেৰাই যাব নোখোজোঁ। মই অকলেই যুঁজিম। নহলে মোক জনতাই আঁতৰাই পঠাব, আৰু এটা নিৰ্দ্দিষ্ট উন্মত্ত মুহূৰ্ত্তত মেয়ো হাতত বিভলভাৰ লৈ মোৰ আচুতীয়া কোঠাত পায়চাৰি কৰিবলৈ ধৰিলোঁ। ক্ষণে ক্ষণে মই অসুস্থ হৈ উঠিছোঁ; প্ৰতি মুহূৰ্ত্তে মোক এন্ধাৰে আবৰি ধৰিছে। মই জ্বলি উঠিছোঁ, হিংসাৰ নিচাত নিচাছন্ন মই কোঠাৰ ভিতৰত ইফাল-সিফাল কৰিছোঁ— চালা বুৰ্জোৱাৰ যত দালাল, তহঁতক মই গুলীয়াই হত্যা কৰিম। চালা, বুৰ্জোৱাৰ বহুতীয়া বুদ্ধিজীৱিৰ দল, তহঁতে জনতাক প্ৰলোভন দেখুৱাই বিপথগামী কৰিছ, তহঁতক মই বলিয়া কুকুৰ-মেকুৰীৰ দৰে গুলীয়াই মাৰিম। চালা, পেটডাঙৰ শোষণকাৰী বেপাৰীহঁত তহঁতক মই গুলীয়াই মাৰি তহঁতৰ মৃতদেহবোৰ শগুণক খাবলৈ দিম। বজ্জাত ছোৱালীহঁতৰ স্তন গুলীয়াই ভাঙি দিম; ছোৱালীৰ পাছত ঘূৰা সুবিধাবাদীবিলাকৰ

লিঙ্গ মই গুলীৰে চিঙি ডোখৰ ডোখৰ কৰিম। চালা, বেশ্যাৰ দল তহঁতে পাৰত গজা ধনীবোৰক তৃপ্তি দিয়—তহঁতকো মই গুলীয়াই মাৰিম। চালা, পুঁজিপতি মিল মালিকৰ দল চালা, বৰ্ব্বৰ জমিদাৰৰ দল, তহঁতক মই গুলীয়াই আধামৰা কৰি বেলৰ আগত পেলাই মাৰিম। চালা, সব উচ্ছিষ্ট খোৱা জীৱক মই গুলীয়াই হত্যা কৰিম। গোটেই পৃথিৱী মই বম দি উৰাই দিম।

কি কৈছ? কি কৈছ? তহঁতে মোক উপলুঙা কৰিছ? বেছি কথা কৈছোঁ বুলি তহঁতে মোক হাঁহিছ? চাৱ নাকি মই কি কৰিব নোৱাৰোঁ? মই তহঁতক গুলীয়াই মাৰিব পাৰোঁ। মোৰ হাতত, এয়া চা, মোৰ ৰিভলভাৰ। আৰু ৰাজপথত মোৰ ৰিভলভাৰ গৰজি উঠিল। জনতাৰ মাজত্, মই। খণ্ডত মোৰ চকু ট-ট কৈ জ্বলি উঠিছে। মোৰ সম্মুখত মানুহৰ মূৰ্ত্তিবোৰ অস্পষ্ট হৈছে। কাকো মই দেখা পোৱা নাই। আধাডজন গৰ্জ্জনৰ অন্তত মোৰ বিভলভাৰ থমকি বৈ গ'ল। মই শুনিছোঁ কিছুমান আৰ্ত্তস্বৰ' পলা, পলা। মাৰ্ডাৰ! মাৰ্ডাৰ! আতংকিত ভয়াৰ্ত্ত কণ্ঠস্বৰবোৰ ঢপ্-ঢপ্, ঢাপ্-ঢাপ্‌কৈ লৰৰ ধৰিছে। গাড়ী-মটৰৰ হৰ্ণবোৰ বেছিকৈ বাজি উঠিছে। আতংকৰ ৰোল ত্বৰিত হৈছে। এটা সময়ত এসোপা বিকলাংগ কণ্ঠেৰে, মানুহে যেন মোক বেৰি ধৰিছে। মই মোৰ ৰিভলভাৰৰ অক্ষমতা বুজি পাই এটা দিশত গতি লৈছোঁ, প্ৰবল গতি। মানুহবোৰ সেইফালে আঁতৰি পলাইছে। মই গৈ "ইণ্ডিয়ানা কাফেৰ" প্ৰৱেশ দ্বাৰেদি লৰিবলৈ ধৰিছোঁ। কাফেৰ গ্ৰাহকবোৰে জাপমাৰি উঠিছে। আশংকাত কোনেও মোক বাধা দিবলৈ উদ্যত হোৱা নাই। মোৰ হাতত খালি ৰিভলভাৰটো। মই কাফেৰ সম্পূৰ্ণ অঞ্চলটো পাৰ হলোঁ আৰু গন্তব্যস্থল গৈ লেভাটৰীত সুৰক্ষিত। মই ভিতৰফালৰপৰা লেভাটৰীৰ দুৱাৰ বন্ধ কৰি দিলোঁ। হয়তো ৰাস্তাত আধাডজন মৃতদেহ।

অভূতপূৰ্ব্বভাৱে সকলো যেন নিস্তব্ধ। এক মুহূৰ্ত্ত। এটা নিৰ্দ্দিষ্ট মুহূৰ্ত্তত জনতাৰ মাজত অদ্ভুত গুঞ্জন মোৰ কাণত পৰিছে। কিছুমান কণ্ঠস্বৰ যেন মোৰ 'সুৰক্ষিত শিবিৰ'ৰ অভিমুখে ধীৰে ধীৰে আগবাঢ়ি আহিছে। মই নিশ্চিত হৈছোঁ। ভয়ত আৰু পদ সঞ্চালনৰ প্ৰতিক্ৰিয়া স্বৰূপে মই ফোপাইছোঁ। মই খালি ৰিভলভাৰটো দাঙি ধৰিলোঁ। তাৰ মুখখন আহি মোৰ থুতৰিত লাগিল। আত্মহত্যাৰ বাবে এটাও বুলেট

অৱশিষ্ট নৰ'ল। বিকল্পই, মোৰ জেপত থাকিলেহেঁতেন যদি এটা ব'ম। অসহ্যবোধত মই নিজৰ ডিঙিটোকে মুচৰি দিয়াৰ কথা ভাবিলোঁ। কিন্তু ই কি! মোৰ দুখন হাতত দেখুন পক্ষাঘাত। অলৰ। মই হাঁহাকাৰ কৰি উঠিলোঁ। এতিয়াই সিহঁতে, মোৰ শত্ৰুবোৰে, দুৱাৰ খুন্দিয়াই ভাঙিব। কিন্তু মোক কোনেও একো মাত দিয়া নাই। চালা, সব ভয়াতুৰ। ইহঁতে দেশ কি উদ্ধাৰ কৰিব। ইহঁতক সবকে গুলীয়াই মাৰিব লাগে। মোৰ হঠাতে আইকমেন আৰু হিটলাৰলৈ মনত পৰিল। তেনেতে শুনিলোঁ প'ল হিলবার্টৰ অট্টহাস্য। মই নির্বোধ, মই মূর্খ হৈ গ'লো। কয়দী প'ল হিলবার্টে সেয়া অট্টহাস্য কৰিছে—!

অৱশেষত এটা নির্দিষ্ট সময়ত মই শুনিবলৈ পালোঁ, মোৰ মহা-প্রাচীৰৰ সিপাৰে এটা সবল কণ্ঠত বাজিল: "দুৱাৰ খুলি দিয়া। আমি তোমাক একো নকৰোঁ।" মই বুজি পালোঁ, সব ফাঁকি, ফাঁকি দিয়াতেই ইহঁতৰ জীৱন কাটে। একো নকৰাকৈ এৰিব ইহঁতে? নিস্তব্ধ কেইটামান পল বাগৰে; পুনশ্চ এটা কণ্ঠ- "তুমি পলাই সাৰিব নোৱাৰিবা, তুমি আত্ম সমর্পণ কৰা।" কণ্ঠস্বৰটো যেন চিনাকি। মই চিনি পালোঁ এইটো সেই ঘোচখোৰ পুলিচ অফিচাৰটোৰ কণ্ঠস্বৰ। চালা, গুলী এটা বাকী থকা হলে মই দুৱাৰ খুলিয়েই তাক হত্যা কৰিলোঁহেঁতেন। পুনৰ একে কণ্ঠ, দুৱাৰত এখুন্দা—"দুৱাৰ খোলা, নহলে আমি দুৱাৰ ভাঙি দিম।" কণ্ঠ শেষ হৈ গৈছে। কোনোমতেহে উশাহ লৈ আছোঁ। মই পুৰা বুজি পাওঁ সিহঁতে মোক তিলু তিলুকৈ মৃত্যুৰ মুখলৈ ঠেলি দিব। দেশৰ এই শত্ৰুবোৰেই শতকৰা আশীভাগ দৰিদ্ৰ, লাঞ্চিত জনতাক তিলু-তিলুকৈ মৃত্যুৰ মুখলৈ ঠেলি দি আছে। দুর্ভগীয়াবোৰলৈ ইহঁতৰ এধানিও সহানুভূতি নাই। মই অনুমান কৰিছোঁ, দুৱাৰ ভাঙিবলৈ প্রস্তুতি চলাইছে। কিবা এটা প্রকাণ্ড যেন বস্তু, যেন 'বুল ডজাৰ'ৰ দৰে মোৰ দুৱাৰ অভি-মুখে গতি কৰিছে। মই দুৱাৰৰ খিলিটোত হাত দিছোঁ। ক্রমাৎ 'বুলডজাৰ' মোৰ ফালে আগবাঢ়ি আহিছে। দুৱাৰৰ খিলিটোত মোৰ বাওঁহাতখন সক্রিয় হৈ উঠিছে। এটা সময়ত মই প্রবল বেগে দুৱাৰ মেলি বিভলভাৰ টোৱাই থাড়া হলোঁ। মোৰ দ্রুত শ্বাস-প্রশ্বাস এতিয়া কঁপিছে। মোৰ হিংস্র চকু দুটা এতিয়া ট-ট কৈ জ্বলিছে। মানুহবোৰ পিচ হুহুকি গৈছে। মই দেখিছোঁ ভয়ত বহুতে বাহিৰলৈ যাবলৈ চেষ্টা কৰিছে। খালি

বিভ্ৰলভাৱ টৌৱাই মই ভিৰৰ মাজে মাজে বাজ হৈছোঁ। এটা সময়ত ৰাজপথ পাই মই প্ৰবল বেগেৰে দৌৰিবলৈ আৰম্ভ কৰি দিলোঁ। তহঁতে, তহঁতে মোক ধৰিব নোৱাৰ। চালা, তহঁতক মই সবকে গুলীয়াই মাৰিম। চালা·· ···!

কিন্তু মই কাকোৱেই গুলীয়াই মাৰিব নোৱাৰিলোঁ। মই আত্ম-সমৰ্পণ কৰিবলগা হ'ল। কিয় নেজানোঁ আজিও মোৰ মৃত্যুদণ্ডৰ আদেশ হোৱা নাই। বিছিন্ন মই আজি দৰিদ্ৰ জনতাৰ হাহাকাৰ ধ্বনিৰ পৰা বহু নিলগত, অথচ প্ৰতি পলেই মই কামনা কৰিছোঁ, মোৰ মৃত্যুৰ আগতে যেন প'ল হিলবাৰ্টক খুন কৰিবলৈ মোক আদেশ দিয়া হয়। ●

# তেসত্তৰৰ গল্প

১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতত ঔপনিবেশিক শাসনৰ অন্ত পৰে। আমি সাধাৰণতে এইটো দিনতে ভাৰতৰ স্বাধীনতা অহা বুলি কওঁ। স্বাধীনতা লাভৰ সম্পূৰ্ণ এবছৰ পিছত ১৯৪৮ চনৰ ১৫ আগষ্টত এজন যুৱকৰ জন্ম হৈছিল।

ইয়াৰ প্ৰায় ২৪ বছৰৰ পিছত এইজন যুৱকেই ঘোষণা কৰিছিল—বৰ্তমান ভাৰতবৰ্ষ এখন স্বাধীন আৰু দুখীয়া পুঁজিবাদী দেশ নহয়; আচলতে ই অৰ্দ্ধ ঔপনিবেশিক দেশহে।

তেওঁ এতিয়াও বিশ্বাস কৰে যে নক্সালবাদী বিশ্লেষণ ভ্ৰান্ত। মানুহ সম্পৰ্কে যাৰ সুস্থ ধাৰণা নাই, বাস্তৱ অৱস্থা সুঁৱৰিও, কেৱল ধান খেৰৰ দৰে তেওঁলোক জ্বলি উঠে। তেওঁৰ সমসাময়িক বিশ্বাসত—স্বাধীনতাৰ পিছত ভাৰতৰ স্বাধীন পুঁজিৰ বিকাশ ঘটিছে; জাপান, পশ্চিম জাৰ্ম্মেনী আদি দেশত যিদৰে মাৰ্কিন পুঁজিৰ বিনিয়োগ প্ৰচুৰ, সেইদৰে ভাৰততো বিদেশী পুঁজিৰ বিনিয়োগ প্ৰচুৰ।

স্বাধীনতাৰ অৰ্থ কি? পুঁজিবাদী ৰাষ্টাৰে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ দৰে হোৱাৰে সপোন দেখাৰ অৰ্থ কি? স্বাধীনতাৰ পিছত জন্ম গ্ৰহণ কৰা যুৱকৰ স্বাধীনতাৰ অৰ্থ কি?

১৯৭৩ চনত উক্ত যুৱক জনৰ মতৰ অমিল চিন্তা চৰ্চ্চাৰ কিছুমান তথ্য এনেভাৱে পোৱা যায়: "স্বাধীনতাৰ পিচত ভাৰতত পুঁজিবাদী বিকাশ ঘটিছে নে? নে সেই Development কেৱল বৈদেশিক পুঁজিৰ প্ৰকাশ? এই কথা মানি লব পাৰি যে বিদেশী পুঁজি বিনিয়োগৰ মাত্ৰা ভাৰতৰ ক্ষেত্ৰত ভয়ানক ভাৱে বেচি। সেই বুলি এনে সিদ্ধান্ত কৰাটো ভুল হ'ব যে ভাৰতীয় পুঁজি সম্পূৰ্ণৰূপে বিদেশী পুঁজিৰ অধীন। নক্সালীবিলাকেও ভাৰতত এতিয়া Bureaucratic capital থকা বুলি কয় Comprador

Capital তথা Neo-colonial Capital ৰ ওপৰিও। ৰাষ্ট্ৰীয় খণ্ডত কিয় পুঁজি বিনিয়োগ কৰিব লগা হ'ল যদি আমাৰ শাসক শ্ৰেণী সম্পূৰ্ণ Comprador ? Charles Bettelheim নামৰ এজন চীন দেশ ধুৰি অহা অৰ্থনীতিবিদ নক্সালী বিলাকৰ প্ৰিয়। তেওঁ 'India Independent' নামৰ গ্ৰন্থত কিন্তু ক'তো কোৱা হোৱা নাই যে ভাৰতীয় দেশীয় পুঁজি সম্পূৰ্ণ বিদেশী পুঁজিৰ অধীন। ভাৰতৰ গ্ৰামাঞ্চলত সামন্তবাদৰ অৱশেষ বৈ গৈছে আধিখোৱা আৰু অন্যান্য জমিদাৰী ব্যৱস্থাৰ মাজত। আইনে তাৰ বিশেষ হীনদেঢ়ি ঘটোৱা নাই। আনহাতে কোনো কোনো অঞ্চলত কৃষিত পুঁজিবাদৰ অনুপ্ৰবেশ ঘটিছে। জমিদাৰ শ্ৰেণীক বৰ বিপদত নেপেলোৱাকৈ কৃষিত পুঁজিবাদ প্ৰবৰ্তন কৰাটোৱেই চৰকাৰৰ নীতি এতিয়া। অৱশ্যে বিশেষ কৃতকাৰ্য্য হ'ব নোৱাৰিব।"

"কিয় ?"

যুৱকজনে উচ্চাৰণ কৰিছে "এৰা, নক্সালী বিশ্লেষণে ৰাজনীতিত তেওঁলোকক জনগণৰ পৰা বিছিন্ন কৰিব।"

"কাৰণ ?"

সমসাময়িক 'প্ৰগতিবাদী' চিন্তা চৰ্চ্চাত উদ্ধৃত বিশ্লেষণত ইয়াৰ উত্তৰ আছে ঃ— 'কাৰণ, ভাৰতত পুঁজিবাদ কিমানদূৰ অগ্ৰসৰ হৈছে, ৰাষ্ট্ৰৰ ওপৰত তাৰ দখল কিমান এই কথা ভালদৰে নুবুজাকৈ আগবাঢ়িলে জনসাধাৰণৰ মানসিকতা বুজাতো অসুবিধা হ'ব। তাৰ শেষ ফলস্বৰূপে বিভিন্ন উগ্ৰ বিপ্লৱী দলে বিছিন্ন ভাৱে হঠকাৰী সন্ত্ৰাসৰ আশ্ৰয় লব। বিপ্লৱৰ প্ৰস্তুতিত সি ক্ষতি সাধন কৰিব।"

১৯৭৩ চনত শিক্ষা সাং কৰা ২৫ বছৰীয়া এজন যুৱক। ১৯৫৫ চন মানত বাৰু তেওঁৰ বয়স কিমান আছিল? দ্বিতীয় মহাযুদ্ধৰ পিচত ভাৰতৰ অৱস্থা শোকজনক। স্বাধীনতা পোৱাৰ পিচতো শোষিত জনতাৰে অৱশিষ্ট বৈছে শোচনীয় দাৰিদ্ৰ। ষাঠিৰ দশকত এটা বয়সত ওপৰত উল্লেখ কৰা যুৱকজনে কিছু কথা জনা হৈছে। দাৰিদ্ৰ নিজ চকুৰে দেখিছে। দাৰিদ্ৰৰ হেঁচাত বহুসময়ত যেন তাৰ ওপৰতেই আহি পৰিছে সাংসাৰিক বোজা। স্বাধীনতাই দিছিল মুক্তি। স্বাধীনতাই দিছিল হতাশা, ঘৃণা, অৱৰুদ্ধ আৰু সংগ্ৰামেৰে ভৰা তাৰ পৰিয়াল। উদাৰ পিতৃৰ ওপৰতে দোষ জাপি দিয়েই ক্ষান্ত নেথাকি তাৰ জেষ্ঠ্য ভাতৃয়ে চালাকি খেলা চুৰু কৰিছে।

স্বাধীনতাই যেন এনে এটা যুগৰ সূচনা কৰি গ'ল য'ত চাকৰি আৰু দুৰ্নীতিৰ অবিহনে সুস্থ জীৱনৰ সপোন দেখাতো অনৰ্থক। এদিন সি আচৰিত ভাৱে আবিষ্কাৰ কৰিছে, ঘৰত মাতব্বৰী আলোচনাত তাৰ উচ্চ-শিক্ষাৰ উত্তপ্ত আলোচনা চলিছে। অতদিনে দাৰিদ্ৰইয়ো তাৰ প্ৰতিভাৰ মৃত্যু ঘটাব পৰা নাই যেন। হঠাৎ এই স্বচ্ছলতা আহিল ক'ৰ পৰা? উদাৰ পিতৃও আজি কালি ধূৰ্ত্ত শিয়াল। অসত্য নহয়, লগৰ লৰাই অভাৱত স্কুল এৰিছে, কিছুমান চোৰ হৈছে; অপৈণত বয়সতে জীৱিকাৰ দায়ত অসৎ ব্যৱসায়ত লিপ্ত হৈছে। ঘৰত তেতিয়া তাৰ ওপৰত চোকা নজৰ। দুখীয়া পৰিয়ালত কাৰোবাৰ ঘৰত ছোৱালীৰ, কাৰোবাৰ ঘৰত ল'ৰাৰ কেলেংকাৰী কাহিনীৰে ভৰি পৰিছে, সিহঁত যেন তাৰ মাজৰ পৰা মুক্তি পাই আচুতীয়া এটা শ্ৰেণীত পৰিণত হৈছে।

"মোৰ জন্ম হৈছে ১৯৪৮ চনত। ১৯৭৩ চনত মোৰ ২৫ বছৰ পূৰ্ণ হৈছে। অথচ মই নক্সালাইট নহয়। মই বৰ্ত্তমান উচ্চশিক্ষাৰে শিক্ষিত যুৱক; নতুনকৈ চাকৰিতো সুমাইছোঁ। এটা লোভনীয় সংস্থান, কিন্তু দুৰ্নীতি কৰাৰ অৱসৰ কম। অথচ দেশত চলিছে অৰ্থনীতিৰ সংকট, চাৰিওফালে চাকৰিৰ বাট-ঘাট বন্ধ। মই ভাবোঁ আমি মধ্য বিত্ত। আমি আমি বাদুলি। দেউতা আছিল উদাৰ আৰু সৎ ৰাজনীতিবিদ। কানি খোৱা মানুহৰ দৰে ঘৰবাৰীৰ প্ৰতি, সা-সম্পত্তিৰ প্ৰতি লোভ নাছিল। ফলত সকতে মই বৰ দুখে পাইছিলোঁ। নিজৰ ঘৰখনতে কিবা আচহুৱা লাগিছিল। আমি ভাতৰ দুখীয়া আছিলোঁ, কিয়নো আমাৰ হাতত পইচা নাছিল। দেউতাৰ উপাৰ্জনো নাছিল। ককাইদেউহঁত থিং থিঙিয়া। ডেকা ল'ৰা চালে বাইদেউহঁতক ককাইদেউহঁতে গালি দিছিল। মোৰ তেতিয়া দহ নে এঘাৰ বছৰ, ডাঙৰ বাইদেউ তেতিয়াই এটা ডেকা ল'ৰাৰ লগত পলাই গ'ল।"

"১৯৬৮ চনত মই গুৱাহাটী মহানগৰীলৈ আহিছোঁ উচ্চশিক্ষাৰ উদ্দেশ্যে। ইয়াত আহি দেখিছোঁ, দাৰিদ্ৰ আগবাঢ়ি আহি প্ৰতিবাদ আৰু আন্দোলনৰ ৰূপত বিস্ফোৰিত হ'ব লাগিছে। মই লাহে লাহে যেন বুজিব পাৰিছোঁ, বহুদিনৰ সঞ্চিত দাৰিদ্ৰই প্ৰকাণ্ড এক বিস্ফোৰণৰ ফালে গতি কৰিছে। আৰু কুৰি বছৰৰ পিচত কি হ'ব পাৰে ... ... ... ?"

"১৯৭৩ চনত মই এটা গল্প লিখি শেষ কৰিছোঁ। গল্প মোৰ প্ৰাণ মোৰ নিঃস্ব অভিজ্ঞতা। মোৰ জন্মৰ দিনৰ পৰাই দাৰিদ্ৰৰ ইতিহাস লৈ পৃথিৱীত সমাজৰ অগ্ৰগতি হৈছে। আজি জন্মৰ 'এয়ুগৰ' পিচত দেখিছোঁ দাৰিদ্ৰই দিয়া দুৰ্দ্দশাক লৈ বিক্ষিপ্ত প্ৰতিবাদ বিস্ফোৰিত হৈছে। মই মধ্যবিত্ত, দৰিদ্ৰৰ প্ৰতি এটি সজ্ঞ উপলব্ধিত বাদে এই বাদুলিটোৰ আছে কি? ১৯৭৩ ৰ শেষৰ ফালে লিখা মোৰ গল্পত বাক এটা সংকল্প বৈছে নে? আৰু কিছু বছৰ পিচত জনগণ সংগঠিতভাৱে জাগি উঠিব। যেখাই মৰাতকৈ মানুহ সংগ্ৰাম কৰি মৰিবলৈ প্ৰস্তুত হ'ব সেই দিন চমু চাপিছে; এয়েই কি মধ্যবিত্তৰ সৰ্ব্বশেষ আকাংক্ষা?"

"জনগণৰ বন্ধু বুলি এজন মানুহে নিজকে ভাবিলেই নহ'ব। তেওঁৰ চিন্তা আৰু কামৰ ফলাফলেহে তাক প্ৰমাণ কৰিব।" (১৯৭৩)

"আমাৰ লিখক সকলে বুৰঞ্জী নপঢ়াৰ ফলতেই শত্ৰু পৰিচিত কৰিব নোৱাৰে, চীনা জনগণৰ বাবে শত্ৰু কোনবোৰ?" [১৯৫১] (১৯৭৩)

"আমাৰ শত্ৰু কোনবোৰ আৰু বন্ধু কোনবোৰ? তুমি যদি বিপ্লৱ বিচাৰিছা, শোষিত জনগণৰ মাজত সবল সংগঠন বিচাৰিছা, প্ৰথমে শত্ৰু পৰিচিত কৰা, বন্ধু বিচাৰি উলিওৱা।" [১৯৬৭] (১৯৭৩)

"The organisation of people and mobilization of a tremendous revolutionary force are what the present revolution needs in its offensive against the reactionaries." [1967] (1973)

"লেখক, নাট্যকাৰ, চিত্ৰশিল্পী, চিনেমা প্ৰদৰ্শক, অভিনেতা—এই সকলোৰে যোদ্ধাৰ জীৱন" [ভিয়েৎ নাম] (১৯৭৩)

"প্ৰলেটকাল্ট, এলাইটকাল্ট, মানুহ সম্পৰ্কে Concrete understanding থকাতো বাঞ্ছনীয়।" (১৯৭৩)

" .......... . ........... ......... ...... . ...... ..." (১৯—)

" ................................ ................ .......” (১৯—)

সদ্যহতে, পাঠক পাঠিকাৰ সুবিধাৰ্থে মই উক্ত যুৱকজনৰ গল্পটোৰ পুনৰ্মুদ্ৰন কৰিব খুজিম; কিয়নো, তেওঁৰ বৰ্তমান অৱস্থান সম্পৰ্কে গল্পটোৱে এটা আকাংক্ষাৰ প্ৰতিশ্ৰুতি বহন কৰিছে নে? গল্পটো এনে ভাৱে আগবাঢ়িছে—

“ভাইটি ভণ্টিহঁতৰ পৰ্য্যাপ্ত ৰচনা কিতাপ কেইখনৰ পাত লুটিয়াই মই চলাথ কৰিলোঁ; কিন্তু ক'তো শগুনৰ বিষয়ে এখনো ৰচনা চকুত নপৰিল। বিচাৰি নেপালোঁ, আকাশত দেখোঁ নেকি বাহিৰলৈ ওলাই আহি চালোঁ। নাই, এটাও দেখা নেযায়। এৰা, বিচৰাৰ সময়ত একোকে বিচাৰি পোৱা নেযায়; এনেয়ে কেতিয়াবা পিচ চোতালত বহি থাকিলে, আকাশত ঢেৰ শগুন, লেখিব পাৰি। মন ভাল থাকিলে কবিতাও লেখিব পাৰি। তাৰে এটি নমুনা তলত দিলোঁ -

হে শগুণ, তোমাক স্বাগতম!
তুমি মহান!
মহান তোমাৰ সাধনা!
মানুহে বধ কৰিব নোৱাৰাকৈ তুমি,
বৰ লভিলা কাৰ পৰা?
এই যে মানুহে কয়,
হেনো তোমাক মৃত্যুদণ্ড দিব নেপায়!
জানা, কেতিয়াবা তোমালৈ মোৰ
ঈৰ্ষা হয়।
তুমি ভাই ইমান ভাগ্যবান;
মানুহ নামৰ জন্তুটোৰ পৰা তুমি
নিস্তাৰ পাইছা।

শগুণৰ কবিতা লিখিলে মন বেয়া হৈ যায়। কেৱল মৰাশ টনাতেই জীৱন অভ্যস্ত। 'মানুহ'ৰ হাতত মৃত্যুৰ পৰা নিস্তাৰ পাই সিহঁতৰ জীৱনৰ ‘আচল গতি’ সুচাইছে। ইহঁতৰ সম্পৰ্কত আৰু প্ৰয়োজন নাই সম্প্ৰতি। সময়ত বিচাৰ কৰা হৈছেই। শগুণৰ ওপৰত লাহে লাহে মোৰ অনাস্থা প্ৰকাশ হ'ব লাগিছে।

আনফালে মৰাশ। গৰুৰ মৃত্যুত গৰু এটা মৰাশ। মেকুৰীৰ মৃত্যুত মেকুৰী এটা মৰাশ। ছাগলী মৰিলে ছাগলী এটা মৰাশ। হাঁহ এজনী, পাৰ এটা মৰিলে সিয়ো মৰাশ।

পিছে যদিও মোৰ মৃত্যু হোৱা নাই, সমাজত এনে কিছুমান মানুহে নিজকে শগুণৰ গুণেৰে বিভূষিত কৰিব খোজে (প্ৰচলিত সমাজ-ব্যৱস্থাৰ

চিকাৰ নেকি?) যে মই জীয়াই থাকিও নিজকে এটা মৰাশৰ (অথবা এচপৰা গুৰৰ) ৰূপত আবিষ্কাৰ কৰি সিহঁতকো শগুণৰ ৰূপত 'স্বীকৃতি' দিছোঁ। জানিথোৱা ভাল, জীয়া মানুহো কেতিয়াবা মৰা শত পৰিণত হ'ব পাৰে; যেনেকৈ মানুহেই স্বয়ং শগুণো (বাদুলি শ্ৰেণীটো বিশেষ ভাবে) হ'ব পাৰে। জীৱনৰ আচল গতিৰ সূচক কোন?

মোৰ আয়ে কোৱামতে মোৰ জন্ম আইৰ আত্মস্থ দাবী আৰু কামনাৰ ফল। মোৰ বাইদেউ তিনিজনীৰ জন্ম দেউতাৰ বাসনাৰ ফল। প্ৰথম অৱস্থাত, মোৰ প্ৰতি স্বাৰ্থপৰ মোহ 'দুখীয়া' পিতৃমাতৃৰ। এতিয়া 'চহকী' পিতৃৰ মায়া। হঠাৎ এদিন মোক অবাক কৰি মোৰ 'চহকী' আয়ে ক'লে; কি ক'লে আয়ে? আয়ে কৈছিল, আয়ে কৈছিল——— কি কৈছিল আয়ে? ঠিক আছে পিচত কম। প্ৰথমে বাকী বোৰৰ কথা। মই ভাবোঁ আয়েই মোক সবাতোকৈ বেছি বুজি পায়! সেয়েহে পিচলৈ, একেবাৰে শেষলৈ থলোঁ। দেউতাৰ অদ্ভুত পৰিবৰ্ত্তন। দেউতাৰ অভিজ্ঞতা এতিয়া 'মাৰ' ৰক্তপ্ৰবাহত প্ৰবাহিত হৈছে।

অনুৰে আজিকালি মোক বৰ খাতিৰ কৰে। বিনুৱে আজি কালি সিহঁতৰ ঘৰলৈ গ'লে প্ৰথমে ওলাই আহে আৰু সোধে—'বৰ আহিল আজি!' ভণ্টিৰ লগত অহা বান্ধৱীহঁতেও চিনাকি হ'ব খোজে; ভণ্টিয়ে আপত্তি নকৰে। সিহঁতে কয়, 'আমাৰ ঘৰলৈ যাবচোন'। ৰিজুৱেতো সিহঁতৰ ঘৰৰ আগেদি যোৱা গম পালেই গেটৰ কাষত আহি বৈ থাকে। উভতি আহি সৌজন্যৰ খাতিৰত মাত লগাওঁ। চাইকেলৰ পৰা নামো। মুঠৰ ওপৰত মোক সমীহ কৰা, শ্ৰদ্ধা কৰা আৰু খাতিৰ কৰা প্ৰতিজনী ছোৱালীৰ লগতে মই সহজ ব্যৱহাৰ কৰোঁ। সিহঁতে ভুল কৰে। ভুল কৰে, যেনেকৈ মোৰ এটা গল্পৰ নায়ক সুশান্তই ভুল কৰে যে তাৰ প্ৰতি গোৰীৰ দুৰ্ব্বলতা আছে; ঐকান্তিক ইচ্ছা তাক হাত কৰাৰ। সেয়েহে তাৰ ঘূৰ্ণীয়মান ৰক্তস্ৰোত কোন দিশত ধাৱমান তাক নন্দন-ৰহস্যাবৃত কৰি সি গোৰীক ৰঙীন এজলাছ দেখুৱাব খোজে; নিৰ্ব্বাক কৰে, তন্ময় কৰে। গোৰীৰ 'ৰেশমী' চুলি এটা 'পাৰফেক্ট বেলেন্সড্ কণ্ডিশনত' ৰাখি তাক 'ডেম্প' হ'বলৈ দিব নোখোজে; আৰু শেষলৈ তাইৰ অপ্ৰাপ্তিবোধৰ 'কমিটমেণ্ট' তাৰ হাওঁফাওঁৰ লগত সন্নিবেশিত কৰিব খোজে। একাজলি

সংশয় গৌৰীৰ হৃদয়ত জমা হয় ; সুশান্তই ছাটিয়াই দিব খোজে, তাৰ ওপৰত এমুঠি মায়া।

প্ৰকৃততে ধাৰণাটো ভুল। অসত্য। অশুদ্ধ।

কিছুমানে এনেকুৱা আশাৰ নামত ভুল ধাৰণা এটাক গঢ় দিব পৰাকৈ সময়ৰ লগত খাপ-খোৱাই মইনো কি লভিলোঁ ? এটা প্ৰতিষ্ঠা ? এটা লোভ-নীয় সংস্থান ? স'চাকথা, এনেবোৰ ধাৰণাই আমাক এটা সমস্যাৰ কথাই কয়। সেইটো সমস্যা প্ৰকট কৰাৰ ভিত্তি হিচাপে মই এচপৰা গ'ুৰ নাইবা এটা মৰাশ'। গ'ুৰ চপৰা মুকলিকৈ পেলাই থলে জাক জাক মাখি তালৈ উৰি আহে ; মৰা গৰুৰ শ এটা পথাৰত পেলোৱা মাত্ৰকে জাক পাতি শগুণবোৰ তালৈ উৰি আহে। সৌভাগ্য মোৰেই, প্ৰকৃতাৰ্থ'ত মই নিজকে এতিয়াও মৰাশ বুলি ভাবিব পৰা নাই। নতুন বাট এটাত যাত্ৰাৰ প্ৰস্তুতি চলাইছোঁহে।

সিহ'তে ভুল কৰে, মোৰ নতুন পথটো যে এনে ধৰণৰ ধাৰণাক ৰূপ দিয়াৰ নহয় ; সিহ'তে বুজিবৰ চেষ্টা কৰেইবা কেনেকৈ যে কৰোবাৰ 'শতিকাজোৰা' নিঃসংগতাৰ সমাপ্তি ঘটোৱাৰ ক্ষেত্ৰত মই সকলোকে বহু-সময়ত সহায় কৰিব নোৱাৰিবও পাৰোঁ। পাৰিম হয়তোবা কোনোবা একৰ। এই নিঃসংগতাৰ সমাপ্তিয়েই জানো মুক্তি ?

মই বুজিবৰ চেষ্টা কৰোঁ নিশ্চয় মই এনে কিবা এটাৰ অধিকাৰী হৈছোঁ, যিটোৰ বাবে মোক আজিকালি বহুতে দায়গ্ৰস্ত ভাবে সমীহ কৰে ; খাতিৰ কৰে। নহলে নতুন হ'ব নোখোজা গতিশীল সমাজত জীৱ কিছুমানে মোৰ নিচিনা কঙাল এটাক সমীহ কৰাৰ প্ৰশ্নই নুঠে। মোৰ খং উঠে। তহ'তে সমস্যাৰ সমাধান বিচাৰিছ. অথচ এয়া কি ? সঠিক মূল্যায়ণ নে ? আজি মূল্যবোধৰ স্বাৰ্থপৰ, চকুত চাঁত মাৰি ধৰা প্ৰাবল্য দেখি মই চকুমুদি দিওঁ চকু নষ্ট হোৱাৰ দায়ত ) তেতিয়া মোৰ মগজুৰ চকু মেল খায়। মই আগবাঢ়োঁ।

এটা স্তৰ শেষ কৰি দিলোঁ। মোহভংগৰ নামত ! এতিয়া চলিছেহে মাথোন নতুন বাটত খোজ কঢ়াৰ প্ৰয়াস।

এনে দিনতে, শিক্ষা সাং কৰি, সুস্থ জ্ঞান লৈ ঘৰলৈ আহিছোঁ। যেন এটা মৰাশ আনি ঘৰত পেলালোঁহি কোনোবাই। এজাক শগুণ আহি আমাৰ বাৰীৰ চুকৰ শিমলুজোপাত পৰিলহি। কিছুমান অচিন মুখ।

মোৰে ভুল হৈছে। এনেভাৱে আওহেলা কৰাটো ভুল হৈছে। আয়ে মোক সোঁৱৰাই দিলে। মই বুজি পালোঁ; এতিয়া ঘৰত মই এটা মৰাশৰ বাহিৰে আন একো নহয়। মোৰ এটা সংস্থানৰ ভৱিষ্যত আছে, হেনো লোভনীয় ( চাকৰি-বাকৰিৰ মহাৰ্ঘৰ দিনত! ) মোৰ এটা প্ৰতিষ্ঠাৰ ভৱিষ্যত আছে, হেনো তাক সংস্থানে গঢ়িব। দুয়োপাত প্ৰবল পৰক্ৰমী অস্ত্ৰ মোৰ হাতত। মোৰ যৌৱনটো ওৰ'লি খোৱা নাই; হেনো তালৈ পূৰ্ণতা আহি-বহে এতিয়া। 'মায়ে' কৈছে, আৰু তিনি-চাৰি বছৰ পিচত মোৰ বিয়া-পতাৰ উপযুক্ত বয়স হ'ব। আৰু সকলো মানুহেই এযাৰ কথা মোৰ সম্পৰ্ক'ত এতিয়া কব খোজে—হেনো মই সুপাত্ৰ। ভাবি সন্তানৰ 'উজ্জ্বল ভৱিষ্যতৰ' কাৰণে বিবাহ শীঘ্ৰেই! অ' হয় নেকি? মই ভাবিবই পৰা নাই।

মোক লৈ দেউতাৰ গৌৰৱ। লোকে কয় অহংকাৰ।

মই শুনাকৈ দেউতাই আহি কৈ যায়, 'আগতে কোনেও পুছিবই নোখোজে। এতিয়া সকলোৱেই খবৰ লয়। এয়েই হৈছে সংসাৰৰ ৰীতি। আন এদিন হয়তো আহি কব; ডাঙৰ ডাঙৰকৈ, মই শুনাকৈ—'ছোৱালী-জনী ভাল। আমি ঘৰৰ সকলোটিয়েই গৈ চাই আহিছোঁ। সকলোৱেই মত দিছে। এতিয়া তোৰ মত হ'লেই বিয়াখন পাতি পেলাব পাৰোঁ।' লাহে লাহে মোৰ আপত্তিটো উঠিব; দেউতাও জ্বলি উঠিব।

মই বুজি পাওঁ, দেউতায়ো মোক এটা মৰাশ ৰূপেই পৰিচিত কৰাব খোজে। মই নিশ্চিত, মোক যেতিয়াই জীয়া বুলি চিনি পাব, শগুণ বোৰ তেতিয়াই আঁতৰি পলাব, মৃত্যুৰ ভয়ত? মই বুজি নেপাওঁ শগুণ কিয় মাৰিব নেপায়। মই উত্তেজিত হৈ উঠোঁ—মই যিখন সমাজৰ প্ৰতিভু, তাতেই মোৰ শত্ৰু। মুখৰ ভিতৰতে ভোৰ ভোৰাওঁ—মই মৰাশ! চিন্তা নাই মানুহৰূপী শগুণ, তহঁতক মই মাৰিব নোৱাৰোঁ।'

গাৰৰ ৰাণ্টাত বোকা উঠেই। আমি গ্ৰাহ্যই নকৰিলোঁ। মই, গগৈ, বৰঠাকুৰ হতঁক এটা প্ৰশ্ন কৰিছিলোঁ কিছুপৰ আগতে। হঠাতে গগৈয়ে কৈ উঠিল—এদিন দুদিন আহিলে আপুনি এই দুখীয়া মানুহবোৰৰ দুখ কিছু বুজিব। আপোনাৰ সহানুভূতি জাগিব। কিন্তু বছৰ ধৰি সিহঁতৰ লগত একাত্ম হ'ব নোৱাৰালৈকে আপুনি ভালকৈ নুবুজিব, সিহঁত জাগিবনে? চাৰ্টকৰে মোৰ মনৰ মাজত খেলাই গ'ল—ঘৰখনৰ

জগত মোৰ 'বান্ধোন' টুটি অহাৰ লগতেই জানো আন এক শ্ৰেণীৰ জগত একাত্ম হোৱাৰ প্ৰয়াসো হ'ব নোৱাৰে? বৰঠাকুৰে ক'লে— 'আমাৰ মানুহ-বোৰৰ এতিয়াও মোহভংগ ঘটা নাই। ইতিহাসৰ চকৰি ঘূৰিছে। তথাপি আমি উচ্ছিষ্ট খোৱা জীৱ।'

মোৰ আয়ে কি কৈছিল? আয়ে কোৱাৰ আগেয়েই যেন অদৃশ্য যোগা-যোগেৰে মই ধাৰণা কৰিব পাৰিছিলোঁ যে মোৰ মতামত আৰু সিদ্ধান্তৰ ওপৰত আইৰ জোৰ নচলে। আৰু সকৰে পৰা মোক 'স্বাধীনতা' অবাধ কৰি দিয়াৰ অৰ্থ? আয়ে আশা নকৰে মই ঘৰৰ এটা বোজা অনুভৱ কৰিম।

কিন্তু দুৰ্ভাগ্যবশতঃ মই এটা জীয়া মৰাশত পৰিণত হৈছিলোঁ। এতিয়াও শগুণবোৰে মোক সমীহ কৰি চলে; আগৰ দৰে আশাত আৰু থাতিৰ কৰাৰ উৎসাহত নহয়; ভয়ত, আশংকাত। মই গাভৰু ছোৱালীৰ মাজত জনপ্ৰিয়তা হেৰুৱাইছোঁ। মোৰ চেহেৰাটো হেনো আজিকালি ভয় লগা হৈ উঠিছে। তাহানিতেই মোৰ প্ৰেয়সীয়ে ভাল পোৱা সুদৰ্শন চেহেৰা আজি মোৰ নাই। থুতৰিৰ তলত দুডালমান দাড়িও মই ৰাখি-বলৈ লৈছোঁ। আকৰ্ষণ নাই, বিকৰ্ষন সুলভ, পৰ্য্যাপ্ত। কিবা নোপোৱাৰ অথচ বিচৰাৰ মায়াই মোৰ মুখাবয়বত হেনো এটা 'সমাজচ্যুত' লেবেল লগাই দিছে। এনে অৱস্থাত শগুণৰ সমাজত বাসকৰা 'ৰূপকথাৰ ৰাণী' আহিবনে মোক সংগ দিবলৈ?

অৱসৰৰ পৰত এইবোৰ কথা ক'লে মোৰ 'সমাজচ্যুত' বন্ধুবোৰে অৰ্থপূৰ্ণ হাঁহি মাৰে। সিহঁতৰ মুখত হাঁহি দেখি'ল মোৰ মুখমণ্ডলতো এটা আকৰ্ষণীয় ভংগীৰ সৃষ্টি হয়। এতেক প্ৰমাণ হয়, মোৰ মৃত্যু হোৱা নাই, মই জীয়াই আছোঁ।

যেতিয়াই মানুহ বা অন্য তেনে কোনো প্ৰাণী মৰা বুলি কথাটো প্ৰচাৰিত হয় তেতিয়াই সমাজৰ আকাশত জাকপাতি শগুণ উৰে। মই মোৰ বন্ধুবোৰক সোধোঁ—'তোমালোকে শগুণ চিনি পোৱানে?' সিহঁতে উত্তৰ দিয়ে—'পাওঁ'। মই পুনৰ সুধোঁ—'মৰাশ একা?' সিহঁতে তপৰাই মুখ মেলে— 'সেইটোও সুধিব লাগিছে নে?'

হেজাৰ বছৰৰ সঞ্চিত দাৰিদ্ৰই যেন এটা প্ৰকাণ্ড বিস্ফোৰণৰ ফালে আগবাঢ়িছে। '৭৩ত মানুহৰ মুখবোৰ যেন প্ৰতিবাদৰ একো একোটা সহজ পেটাৰ্ণ। ● ●

# আমি ক'লৈ যাম

ধীৰেন, বলো, কুশ, ভুতুকহঁতে আনৰ ওচৰলৈ যাবলৈ ভাল নেপায়। আনৰ ওচৰলৈ গলে কাম নিশিজে। মাহৰ শেষত সিহঁতক পইচা ধাৰলৈ লাগে। পইচা নাপালে পেট নভৰে। পেট নভৰিলে কাম কৰিব নোৱাৰে। কাম কৰিব নোৱাৰিলে দিন হাজিৰা নেপায়। সেয়েহে সিহঁত যতীন ইঞ্জিনীয়াৰৰ ওচৰলৈ যায়। যতীন ইঞ্জিনীয়াৰ কিছু উদাৰ প্ৰকৃতিৰ লোক। দুখত পৰিলে দুই চাৰিটকা দি সহায় কৰে। পইচা পুনৰ ঘূৰাই দিলে লয়, নিদিলেও খুজি নলয়। এনেকাৰণতেই বোধহয় ধীৰেন বলোহঁতে প্ৰায়েই যতীনক শলাগে। সিহঁতে তাক ভাল পায়। কাৰণ বিপদৰ সময়ত সিয়ে সিহঁতৰ বন্ধু। যতীনে কেতিয়াবা সিহঁতক কাষলৈ মাতি নিয়ে, সুখ-দুখৰ বতৰা সোধে। লগৰ অফিচাৰ বন্ধুবোৰে পোনকৈ একো নকলেও বেয়া পায়; যতীনে ভ্ৰূক্ষেপ নকৰে। বন্ধুবোৰে যতীনক এই-বোৰ মানুহৰ লগত বৰকৈ হলি-গলি নকৰিবলৈ উপদেশ দিয়ে। পিছে পোনকৈ নকয়, কয় বেকাকৈ; যতীনে বুজি পায়। তথাপি মাহৰ শেষত ধীৰেন, বলো, কুশ আৰু ভুতুক আহিলে সিহঁতক ধাৰলৈ টকা দিয়ে।

প্ৰতি বুধবাৰেই ধীৰেনহঁত বজাৰলৈ যায়। চাৰি সিকি দি কণী চাৰিটা আনে। তাৰে দুটা ইঞ্জিনীয়াৰ চাহাবক দি যাব খোজে। যতীনে নলয়। লবলৈ বেয়া পায়। সিহঁতে মাহৰ মূৰত মজুৰি পায়েই বা কিমান? সি বুজি পায়। ধীৰেন, বলোহঁত তাৰ ওচৰত কৃতজ্ঞ। তথাপি সি লব নোৱাৰে।

কেতিয়াবা কেতিয়াবা যতীন আবেলি সিহঁতৰ কেম্পৰ ফালে ফুৰিবলৈ যায়। সবকে লগ নেপায়। কিছুমানে মিকিৰ ভাইহঁতৰ বস্তিত চাউল বিচাৰি যায়, যদিওবা মিকিৰ ভাইহঁতে ইয়াত আনতকৈ বেচি শ্ৰম কৰি খেতিবাতি কৰে, সেই অনুপাতে জীৱনৰ মানদণ্ড বঢ়াব পৰা নাই;

বৰং সিহঁতৰ অৱস্থা সাধাৰণ মানদণ্ডৰো তলত। খেতিয়েই সিহঁতৰ এক-মাত্র সম্বল। বজাৰ সমাৰতো বহে।

কেতিয়াবা কেতিয়াবা যতীনো বজাৰলৈ যায়। নিচেই প্ৰায়ে যাব লাগে। নহলে বস্তু পোৱা নেযায়। পৰা আঠ-ন বজাৰ আগোয়ে বজাৰৰ পৰা মিকিৰ ভাইহঁত নিজ নিজ ঘৰলৈ উভতি যায়। তাৰ পাচত পথাৰলৈ নগলেই নহয়।

ইহঁতৰ ব্যৱসায়ো মন কৰিব লগীয়া। দুটা বা এটা কুকুৰাৰ কণী আগত লৈ বহি থাকে। গোটে একোটা সিকি নেপালে দিব নোখোজে। নতুন পইচা সৰহ ভাগেই চিনি নেপাইছিল। আজি কালি অসম ৰাজ্যিক বিদ্যুৎ বৰ্ড ইয়ালৈ অহাব পিচৰ পৰা চিনি পোৱা হৈছে। সিকিৰ অভাৱত বলোহঁতে পইচা থাকিলেও কণী কিনিব নোৱাৰে। সিকিৰ অভাৱত সিহঁতে বহুদিন কণী কিনিব পৰা নাই। যতীনে তিনি চাৰিটকাৰ কণী কিনিব খোজে। নোৱাৰে। ধীৰেন বলোহঁতে বেছি কিনিবৰ সাহস নকৰে। কিনে তিনি চাৰিটা। কণী বিক্ৰী নহলে ভাইহঁতে ওভোটাই নিয়ে।

বহুতে চাউলৰ পিঠা বিক্ৰী কৰে। টকাত দহোটাকৈ দিয়ে। যতীনে প্ৰথমে সুধিছিল, কেনেকৈ বনায়! খাবলৈ ভয় কৰিছিল। এদিন পিচে খাই চাওঁ বুলি জুতি পালে। সেইদিনাৰ পৰা প্ৰতি বুধবাৰেই সি পিঠা এটকাৰ কিনি নিয়ে। নিজে নাহিলেও ধীৰেণ বলোহঁতে কিনি নি দি আহে।

বজাৰত চাউলো ওলায়। চাউলবোৰ ৰঙা হলেও খাবলৈ বৰ সোৱাদ। সেৰে দুটকা। কিছুদিন আগৈ কেৰেবটকা আছিল। আজিকালি সিহঁত অলপ বুধিয়ক হৈছে। ইয়াত চাউলৰ ব্যৱসায়টো বিশেষ মন কৰিব লগীয়া। ইহঁতে বজৰত পাল্লা ব্যৱহাৰ নকৰে। ঘৰতে জুখি আনে। যতীনহঁতে কিলো হিচাবত কিনে। আচলতে জনা নেযায় সেৰতেই জুখি আনে নে কিলো হিচাবত। যতীনে প্ৰথমে প্ৰশ্ন তুলিছিল, ওজন কম; বেছিও হ'ব পাৰে। পিচে যুক্তি অবান্তৰ। এক কথা, কিনিলে কিনিব, নিকিনিলে নাই। ওভোটাই নিব। মলিয়ন কাপোৰ একো একোডোখৰত কোনোবাই দুসেৰ, কোনোবাই এসেৰ চাউল আগত লৈ বহি থাকে। সুধিলে ভগা ভগা অসমীয়াতে দৰ কৰে। চাৰিটকা বা দুটকা। ধীৰেন হঁতৰ মুখতেই যতীনে এদিন শুনিছিল, খাচীয়া পাহাৰৰ বেপাৰীবোৰ অহাৰ পৰাই চাউলৰ দাম বাঢ়িছে। যতীনে আজিকালি মিকিৰ ভাইহঁতৰ

বিশ্বাস কৰে। সিহঁতৰ শ্ৰম নিজ চকুৰে দেখিছে। অবৈজ্ঞানিক কৃষি পদ্ধতিৰ বাবে বাধ্যত, অত্যাধিক শ্ৰমৰ আগত তবধ মানিছে। তাৰ বেয়া লাগে। পুৰাই পজাৰ বাজ ওলায়। হালৰ পৰিবৰ্তে এপাল মহৰ পাছ লয়। মাটি চাহ হয়। মৈ দিয়ে। বোগা ৰোৱে। ধান গজে। সীশধন্না পুনৰ পঁজাত সোমায়। ভাইহঁতৰ দেহত অত্যাধিক শ্ৰমৰ চাপ, আকৰ্ষণ নাই। বেছি ভাগেই নিৰক্ষৰ। ধৰ্ম্ম ভীৰু। খৃষ্টান পাদুৰীয়ে ইহঁতক ধৰ্ম্মৰ মন্ত্ৰেৰে বশীভূত কৰি ৰাখিছে। ইয়াত হেনো ভাৰতৰ বৰ্তমান শাসক গোষ্ঠীৰ চলিত ধাৰাৰ ৰাজনীতিও চলে। সিহঁতে ভৈয়ামৰ চালাক মানুহবোৰক সন্দেহৰ চকুৰে চায়।

এদিন বজাৰত যতীনে দুটামান ঘোঁৰা নিজ চকুৰেই দেখিলে। তাৰমানে ধীৰেন, বলোহঁতে কোৱা কথাবোৰ মিছা নহয়। থাচীয়া পাহাৰৰ পৰা সস্তা দৰত চাউল কিনা বেপাৰী আহে ঘোঁৰা লৈ। ভৈয়ামত একে চাউলকে দুগুণ দামত বিক্ৰী কৰে। স্থানীয় মানুহৰ সহায়ত বেপাৰীয়ে নিচেই পুৰাই আহি কম দামত চাউল সংগ্ৰহ কৰে। যতীনহঁতৰ পলম হলে সেয়ে বেছি দামত চাউল কিনিব লগা হয়। এটা সময়ত নিজে খেতি কৰা ধান শেষ হয়। ঘৰত পোহা কুকুৰা, ফল-মূল য'ত যি পায়, সোপাকে বুটলি দোকানী, বিদ্যুৎ বৰ্ডৰ মানুহ, গাখীৰ ব্যৱসায় কৰা মানুহবোৰৰ ওচৰলৈ যায়। সেইবোৰ বেচি পইচা পালে, দোকানৰ পৰা চাউল কিনে। দোকানী, মহাজনে সিহঁতৰ পৰা কম দামত কিনা চাউল অধিক দামত বিক্ৰী কৰে। সিহঁতৰ ভোক পাতলে। শ্ৰম কৰিবলৈ গাত বল পায়।

এইবোৰ দেখি শুনি যতীন খিঙখিঙীয়া হৈ পৰে। ধূৰ্ত্ত মানুহবোৰক গালি বৰ্ষণ কৰে। সিহঁতক নচচী শূলত দিয়াৰ কথা কব খোজে ধীৰেন বলোহঁতক। ধীৰেন বলোহঁতে তভক মাৰি শুনি থাকে। সুবিধা বুজি ধীৰেন, বলো, কুশ কোনোটোৱে সিহঁতৰ দুৰাবস্থাৰ কথা কব খোজে। যতীনে তোঁতিয়া তভক মাৰি শুনি থাকে।

ধীৰেন, বলো, কুশ, ভুতুকহঁতৰ কাৰোৰেই ঘৰুৱা অৱস্থা ভাল নহয়। ধীৰেনে মেট্ৰিক পাচ কৰি প্ৰাক্‌বিশ্ববিদ্যালয়ো পাচ কৰিলে। সিমানলৈকে টানি-টুনি চলালে। তেল শেষ হ'লে গাড়ী নচলে। অৱস্থাই নেটানিলে পঢ়াও নচলে। ধীৰেনৰ মনৰ আশা মনতে মাৰ যায়। দিনকাল বেয়া

হ'ল। মানুহক অৱস্থাই বাধ্য কৰায়, ধীৰেনে কয়। সি কয় সিয়েই তাৰ জ্বলন্ত উদাহৰণ। এতিয়া সি দিন হাজিৰা কৰা বনুৱা। বলোৱে অষ্টম শ্ৰেণীলৈকে পঢ়ি এৰি দিলে। অৱস্থাৰ দাস সিয়ো। এতিয়া দিন হাজিৰা কৰা বনুৱা। পঢ়াত মন থাকিও লাভ নাই। নেটানে। খেতিৰ মাটি চাৰি হালিচা থকা যি, নথকাও সি, একেই কথা। খেতিৰ দিনত গাওঁ পানীৰ তলত। মাটি থাকিলেই জানো হ'ল? তদুপৰি খেতিত হাজিৰা কৰা বনুৱা কৃষকৰ ওপৰত মহাজনৰ নানান জুৰ জুলুম। নিস্তাৰ নাই ঘৰৰ দুৰ্দশা সহিব নোৱাৰি সি ওলাই আহিল। কুশৰ পৰিয়াল আছিল কৃষি মজুৰ। যি অলপ মাটি নিজাকৈ আছিল, মহাজনে চল কৰি নিজৰ নামত লিখাই ল'লে। আইনে শিকাইছে। জ্বালা যান্ত্ৰনা অবৰ্ণনীয়। ৭০ টকা ঘৰলৈ পঠায়। কি হৈছে খবৰ ৰখা নাই। বাকী ৫০ টকাৰে নোজোৰে নিজকে। বাকীবোৰৰ অৱস্থাও তদ্ৰুপ। এতিয়া বদমাচ বনুৱা ঠিকাদাৰৰ তলত। মুখ ফুটাই কোনেও কথা নকয়। পেটত গুঁজৰি গুমৰি থাকে। যতীনে সেই শব্দ শুনিব খোজে কেতিয়াবা। কেতিয়াবা সিহঁতে যতীনক খাটে বৰ্ডৰ মাষ্টাৰ ৰ'লত সুমাই দিবলৈ। হাৰামী বনুৱা ঠিকাদাৰৰ তন্ত দিনবোৰ সিহঁতৰ বেয়া চলে। মাহিলী মজুৰিৰ পৰা কাটি ৰাখে। সিহঁতে বুজি পায়। খুব ভালকৈ। আপত্তি কৰিলে কাম যাব। যতীনে একো নেমাতে। ঠিকাদাৰৰ শোষণ অব্যাহত থাকে যতীনে জানো নেজানে ইয়াৰ গুৰিত কোন? তথাপি মুখ ফুটাই কথা নকয়। কেতিয়াবা মাজে মাজে অৱশ্যে যতীনে কয়: "দুখীয়াৰ দিন একেদৰে নেযায় ধীৰেন।" সিহঁতে বুজি পায়। যতীন ইঞ্জিনীয়াৰ নিৰুপায়। তথাপি সিহঁতে তাক ভাল পায়; কিবা আপোন আপোন লাগে। যতীনৰ কথাবোৰে সিহঁতক আশ্বস্ত কৰি তোলে। সিহঁতে মনত বল পায়।

যতীনে গুৱাহাটীত পঢ়া দিনতে ডঃ সুশান্ত ফুকনক লগ পাইছিল। ডঃ ফুকনে কেম্ব্ৰিজৰ পৰা থেচিছ লিখি ইংৰাজী সাহিত্যত ডক্টৰেট লভিছিল। বৰ মেধাবী মানুহ। বুদ্ধি প্ৰখৰ। বহুতেই আশা কৰিছিল তেওঁ ভাৰত চৰকাৰৰ তলত ডাঙৰ অফিচাৰ হব। মোটা দৰমহা পাব। গাড়ী ঘৰীলৈ জীৱন যৌৱন উপভোগ কৰিব। পিছে ডঃ ফুকনে তেনে নকৰিলে গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপকৰ চাকৰিত সোমাল। বিশ্ববিদ্যালয়ৰ অধ্যা-

পকৰ চাকৰিটোও স্লেমাৰ নথকা নহয়। আজিকালি সেই আকৰ্ষণ বঢ়াবলৈ ভাৰত চৰকাৰে অধিক হাৰত দৰমহা বৃদ্ধি কৰা সিদ্ধান্তও ঘোষণা কৰিছে। ডঃ ফুকনে কিন্তু বাচি ললে সেই পথ, য'ত স্লেমাৰ নাই, আছে নিষ্ঠুৰ নাঙঠ বাস্তৱৰ লগত পৰিচিত হ'ব পৰাৰ পথ। বহুতো মানুহে তেওঁৰ এই কাম ভাল নেপাগে। ডঃ ফুকনৰ আজি সেই লৈ ভ্ৰূক্ষেপ নাই। যতীনে অকলশৰীয়াকৈ ডঃ ফুকনৰ কথাকে ভাবি আছিল। অলপতে তেখেতৰ পৰা চিঠি এখন পাইছে। তেখেতে নতুন প্ৰগতিশীল আলোচনী এখন উলিওৱাৰ যো-জা কৰিছে। পাৰিলে-বা-বাতৰি, ৰচনা পঠিয়াব লাগে। যতীনে ভাবি পোৱা নাই কি পঠিয়াব? এই, ধীৰেন, বলো মিকিৰ ভাই-হঁতৰ কথা লিখিব পাৰিনে? ইয়াত চলা ধৰ্মৰ প্ৰভুত্ব, সাম্প্ৰদায়িক ৰাজনীতি, চালাক মানুহৰ দালালি, মানুহৰ দ্বাৰা মানুহৰ শোষণ, এইবোৰ লিখিব পাৰিনে? পাৰি নিশ্চয়? মুখা খুলি প্ৰকৃত সমাধানৰ পথ কি উন্মোচন কৰিব পাৰি নিশ্চয়? যতীনে তাকে ভাবি আছিল অতপৰে।

তেনেতে ওলালহি ধীৰেন, বলো, কুশ, ভুতুক, পিয়ল কৌৰৰ, ভোলা আৰু পন্দি। যতীন একান্ত মনে চিন্তাত ব্যস্ত। খবৰ নাই গাত। সি বহি থকা কোঠাটোৰ আগফালৰ খিৰিকি খনৰ কাষত ধীৰেন, বলোহঁতে চুচুক চামাক কৰিবলৈ ধৰিলে। হঠাতে যতীনে চিন্তাত বিজুতি ঘটা যেন পালে। মূৰ তুলি চাই দেখে ধীৰেন, বলোহঁত। সিহঁতক আজি কিছু বিমৰ্ষ যেন দেখা গ'ল। যতীনে সুধিলে—

—"কি হ'ল ধীৰেন, বলো?"

—"এটা কথাৰ কাৰণে আহিলোঁ চাৰ।" বলোৱে প্ৰথমে মাত লগালে।

—"কি কথা কোৱাচোন।"

"শুনিছোঁ অহা মাহৰ পৰা আমাক হেনো কামৰ পৰা খেদাই দিব চাৰ।" ধীৰেনে সুধিলে, মাতত দুশ্চিন্তাৰ চিন। যতীন আচৰিত হ'ল কিছু পৰিমানে, সুধিলে,—

—"কোনে ক'লেহে তোমালোকক?"

—"আমি কালি শুনিবলৈ পাইছোঁ চাৰ।" ভুতুকে ক'লে। "এহ মিছা কথা, ক'তা আমিতো শুনা নাই?" 'নহয় চাৰ কথাটো মিছা

নহয়। আমাৰ ঠিকাদাৰৰ মহৰীয়ে কথাটো কালি শ্‌নাই গৈছে। আচল লিষ্টখন হেনো মাহৰ শেষতহে ওলাব।"

যতীন এইবাৰ কিছ্‌ অপ্ৰস্তুত হ'ল। হ'বও পাৰে। চাকৰিৰ এই বিকৃত সংবাদ।

কেৱল ইয়াতেই নে? এই ব্যৱস্থাত যে এনে হেজাৰ দ্ঃসংবাদ আহিব লগা আছে! যতীনে অকলে একো কৰিব নোৱাৰে। ওপৰৱালা আছে। হ্‌কুম তাৰ পৰা আহিব। যতীনৰ তাত কোনো হাত নাই।

তথাপি যেন সি কিছ্‌ উত্তেজিত হৈ উঠিছে। কোনো নিৰাপত্তা নাই ইহঁতৰ জীৱনৰ। কুকুৰ মেকুৰীৰ দৰে ব্যৱহাৰ কৰা হৈছে মাথোন। সিহঁতৰ শ্ৰমেই সিহঁতৰ জীৱিকাৰ সম্বল। ভিতৰি ভিতৰি যতীন জ্বলি উঠিল। মনৰ মাজত তাৰ বিষ এটা আৰম্ভ হ'ল। সি ক'লে—"ঠিক আছে বাৰু, মই খবৰ কৰি চাম।"

শেষ আৰু একমাত্ৰ ভৰসাৰ স্থল। ধীৰেন, বলোহঁতক কিছ্‌ আশ্বস্ত যেন দেখা গ'ল। সিহঁত আঁতৰি গ'ল। খবৰ কৰি যতীনে জানিব পাৰিলে যে কথাটো মিছা নহয়। অহামাহৰ পৰা প্ৰায় আধামান বন্‌ৱাক চাটাই কৰা হ'ব।

ওপৰৱালাৰ প্ৰতি অন্য ব্যৱস্থাৰ দৃষ্টি আকৰ্ষণৰ কথা মনতে পাঙিলে সি। ধীৰেনহঁতৰ ইউনিয়নো নাই। অস্থায়ী বন্‌ৱা সিহঁত।

পিচে ফল নধৰিলে। তেনেই স্বাভাৱিক কথা, ফল নধৰিবই। বিমৰ্ষ মনেৰে যতীন ঘূৰি আহিল। সি খবৰ দি ধীৰেন, বলোহঁতক মতাই আনিলে। সিহঁতে ভাবিলে কিবা সু-খবৰ আনিছে। যতীনে ওলোটাতো ক'লে—

"কাম নহ'ল। তোমালোক যাবই লাগিব।"

সিহঁতৰ প্ৰত্যেকৰে মূৰত যেন স্বৰগ ভাগি পৰিল। জীৱিকাৰ একমাত্ৰ সম্বল এই মাত্ৰ সিহঁতে হেৰুৱালে। সিহঁতৰ মুখবোৰ শেঁতা পৰি গ'ল, চকুবোৰ চল-চলীয়া হ'ল। যতীনে তলমূৰ কৰি আছে। মাজে মাজে আকাশ আৰু পাহাৰৰ ফালে চাইছে। হাবিৰ মাজত নিৰ্জ্জন প্ৰকৃতি।

"তেতিয়া হলে আমি যাওঁ চাৰ।" ধীৰেনে কোনোমতে সুধিলে

"তোমালোক এতিয়া কলৈ যাবা?"

যতীনে জানে সিহঁত ক'লৈ যাব লাগিব। সিহঁত প্ৰত্যেকৰে লগত তাৰ পৰিচয় ঘটিছে। তথাপি যন্ত্ৰ চালিতৰ দৰে তাৰ মুখৰ পৰা কথা কেইটা ওলাল।

ধীৰেনহঁতৰ দুৰ্দশাগ্ৰস্ত, শেঁতাপৰা মুখৰ লগতে অসহায় যতীনৰ চকুৰ আগত ভাঁহি উঠিল, তাৰ বিপ্লৱী বন্ধুবোৰৰ মুখ, যি সকলো, সাংসাৰিক বান্ধোনৰ পৰা মুক্ত হৈ কাম কৰিছে। তাৰ চকুৰ আগত ভাঁহি উঠিল ডঃ ফুকনৰ মুখ, মাকৰ মুখ, বাপেকৰ মুখ, হুষ্টেলত থাকি কলেজত পঢ়া ভায়েকৰ মুখ। তাৰ মনত পৰিল, তাৰ বিপ্লৱী বন্ধুবোৰে কৰা কটুক্তি বোৰ। তাৰ ওপৰত যেন আগতকৈয়ো সিহঁতৰ আস্থা কমি যাব লাগিছে। মোহ পাশৰ পৰা এতিয়াও সি মুক্ত হ'ব পৰা নাই। ধীৰেন-হঁতৰ নিচিনা শত সহস্ৰ মুখে তাক যেন বেঢ়ি ধৰি প্ৰশ্ন কৰিব লাগিছে— 'আমি ক'লৈ যাম আপুনিয়েই কওক চাৰ?" হাবিৰ মাজত কৰা সকলো কষ্ট, ত্যাগৰ যেন এইবোৰৰ আগত তল পৰি যাব ধৰিছে। যতীনে চিঞৰি উঠিল—নাই নাই, এনে ভাবে জীৱনক তুচ্ছ কৰিব নোৱাৰি। ●

# অসমাপ্ত

মহানগৰীত ইতিমধ্যেই আমাৰ সকলো কাম, বিশেষভাৱে মনোযোগ পোৱা মাৰ্কেটিং আদি, সময় পালে কেতিয়াবা বাচ-বিচাৰ নকৰাকৈ চিনেমা চোৱা, পুৰণি বন্ধু-বান্ধৱক হঠাৎ লগ পাই হোটেলত চাহ খোৱা, কিতাপৰ দোকানত গৈ দুই এখন কিতাপ আলোচনী কিনা, ভাল অসমীয়া সাংস্কৃতিক আলোচনী নথকাকলৈ দুখবোধৰ তাড়নাত হোৱা আলোচনা ইত্যাদি ইত্যাদি সমাপ্ত হৈছে।

সেয়ে আমি এতিয়া চলন্ত জীপ গাড়ীত—গুৱাহাটীৰপৰা বাসস্থান অভিমুখে। ঘণ্টাত ষাঠি মাইল বেগেৰে জীপ দৌৰিছে। মোৰ প্ৰিয় 'ডেইজী' ফুলৰ সোৰভে মৌমাখিৰ দৰে গুণ গুণ কৰি নাকৰ কাষ চাপিবনে? নেচাপে। হো-হো বতাহ। 'ও কে?' 'অ' বাতাস!' 'প্ৰশান্ত'ৰ কিছু কিছু ঠাণ্ডা লাগিছে। মাৰ্চ্চ মাহ। চাৰে ন বজা ৰাতি। একচিডেণ্ট-দুৰ্ঘটনা? নিৰাশা। চুৰেটাৰটোৰে ডিঙিটো মেৰিয়াই পকেটত হাত দি সি এটা চিগাৰেট উলিয়ায়; পিচৰকালে 'মহিন্দৰ এণ্ড মহিন্দৰ' জীপ গাড়ীত আয়তাকাৰ 'ষ্লেপিং' এখন ক্ষয় পাইছে। ঠাণ্ডা হোৱাৰ আক্ৰমণ। সন্মুখৰ ঔজ্জ্বল্য বিশেষ অগ্ৰসত, সীমাবদ্ধ বিষম ক্ষেত্ৰত পৰিব্যাপ্ত। অৰক্ষয়ী পি. ডব্লিও. ডি. ৰ ৰাস্তা—নাম 'নেচনেল হাইওৱে নং ৩৭।'

এই এটা হিচাপ। সাতত্ৰিশ। তিনি যোগ সাত সমান দহ। চিগাৰেটৰ তীব্ৰ শিখাত মই অথবা 'প্ৰশান্তই' যোগফলটোক নিঃশেষ হৈ যাবলৈ মনতে কলোঁ। লগে লগে ভস্মীভূত। ৩ আৰু ৭। নাইবা ৭ আৰু ৩। অথবা ৭৩—তেসত্তৰ। ১৯৭৩ চন। এটা সফল বছৰ। এইটো চনতে সি বি. ই. পাছ কৰিছে। এতিয়া ইঞ্জিনীয়াৰ। জীৱনৰ সাৰ্থকতা? অসমাপ্ত স্বপ্নৰ সমাপ্তি?

এখন প্ৰগতিশীল, উন্নত, সভ্য ঐতিহ্যবাহী দেশৰ প্ৰতিচ্ছু। প্ৰগতিৰ

আন এটা নাম? এৰা ইঞ্জিনীয়াৰ নোহোৱা হ'লে সি কি এতিয়া জীপ গাড়ীত এনেভাৱে ছুটিব পাৰে? এনে অৱস্থান লাভ কৰিব পাৰে? এনে পাত্তা পায়? পাত্তা—আজি তাৰ অজস্ৰ প্ৰতিপত্তি। সি ইঞ্জিনীয়াৰ হ'ব নোৱাৰা হ'লে হয়তো 'প্ৰেমিকো' হ'ব নোৱাৰে। অথবা ইঞ্জিনীয়াৰ হ'ব নোৱাৰা হ'লে গল্প-লিখক হ'ব পাৰিলেহেঁতেন নে? এই এক অন্য হিচাপ: "বেটাই গল্প লিখে? চৰিত্ৰহীন!!"

হাঃ হাঃ হাঃ!

এই আমেৰিকক সংগ দিলে বিজ্ঞাপনত নাম কৰা এবিধ চেলেউৰ আমেজে। মই দৃষ্টি ঘূৰালোঁ কোনোবাই কিবা ব্যংগ কৰিছে 'কিবা পাগল!" কোনোবাই মোক বা প্ৰশান্তক কিবা কৈছে? "আপোনালোকৰ মাজৰপঁৰা মোক কোনোবাই কিবা কৈছিলে নেকি এই মাত্ৰ?" নাই কোনেও একো ভবা নাই। শ কীয়া ড্ৰাইভাৰেও। সি কিবা হাঃ হাঃ হাঃ কৈ অট্টহাস্য চলন্ত গাড়ীৰ গতি জড়তাক ভেদ কৰি বাজ কৰি দিছে নে? সি মনতে ভাবিছেহে! যত মধ্যবিত্তীয় ৰক্ষণশীল কলহ! কাম নাই বন নাই……কাম নোহোৱা বন নোহোৱা নব্য নিৰক্ষৰবোৰৰ ৰুচি, মনন আৰু সাংস্কৃতিক আকাংক্ষা……এলেকৰ পেলেক …অমুকৰ ঘৰত সি আৰু তাই ……অমুকীৰ জীয়েক……বিয়নী মেলত লক্ষ্মীশ্ৰী ভদ্ৰমহিলা……ৰুচিহীন 'নিৰক্ষৰ' অকামিলা ভদ্ৰলোক……সিহঁতৰ জীৱন সম্পৰ্কে ধাৰণা, জীৱন সম্পৰ্কে অভিজ্ঞতাৰ গভীৰতা, অন্তদৃষ্টি -কি এক ঐতিহ্য কল্পনা—সংসাৰখন পৰিচালনা কৰাৰ জ্ঞান …কিমান শুনাবা?

ৰাতিপুৱা। সিদ্ধান্ত অনুযায়ী কাম। হাকিম লবে, হুকুম নলবে। ট্ৰাংকৰ তলিত পৰি আছিল সেইখন—বাণীকান্ত কাকতিৰ 'সাহিত্য আৰু প্ৰেম'খনৰ ওপৰত উঠি—মানে ক'টেশ্বনৰ কিতাপখন। পঢ়ি চাওঁচোন বোলোঁ—চৰিত্ৰৰ ওপৰত তথাকথিত মন্তব্যটো: আৰু মইহে যেন স্বগতোক্তি কৰিলোঁ "তোমালোকে ভাবা—'When money is lost nothing is lost ; when health is lost something is lost, but when character is lost everything is lost ?' মই কওঁ শুনা, মই যিদিনাই তোমালোকৰ স্থিতিশীল, শুদ্ধপথ দেখুৱাব নোৱাৰা নৈতিকতা বুজি 'চৰিত্ৰক' বাটত এৰি আহিছোঁ, তেতিয়াই মই নতুন উদ্যম পাইছোঁ, প্ৰেৰণা পাইছোঁ, উদ্দীপনা

পাইছোঁ, শৰীৰত নতুন বল সঞ্চয় কৰিছোঁ. মোৰ চেহেৰা ভাল হৈছে, মই আগতকৈ দ্বিগুণ উৎসাহেৰে কাম কৰিবপৰা হৈছোঁ ।”

কলেজত পঢ়িথকা দিনত সপোনতো ভবা নাছিলোঁ এইভাবে পাহাৰে-পৰ্ব্বতে ঘূৰি ফুৰিব লাগিব । পাহাৰ পৰ্ব্বত বুলিলেই বুজিব লাগিব হাবি-জংগলত কাম, নৈ, জান-জুৰি পাৰ হোৱা কাম । কষ্টকৰ কাম । মধ্যবিত্তীয় সুখৰ স্বপ্ন দেখা জীৱনবোধত—আপেক্ষিক বেয়া কাম, মৃত্যুৰভয় থকা কাম । কাৰণ, হাবিত বাঘ থাকিব পাৰে, থাকিব পাৰে ভালুক, বান্দৰ, সাপ, পহু, জোক, বিষাক্ত পোক-পৰুৱা ; আৰু বিশেষকৈ অসমৰ পাহাৰত হাতী । প্ৰথমে ভয় লাগিছিল, অকলে যোৱাৰ কথা নেভাবি-ছিলোঁৱেই । প্ৰকৃতিৰ লগত এতিয়া যথেষ্ট পৰিমাণে একাত্মবোধ স্থাপন কৰিব পাৰিছোঁ । হয়তো কৰ্ম্ম আৰু শ্ৰমৰ সাৰ্থকতা দেখিছোঁ, সম্ভাৱনা দেখিছোঁ, মানৱ জীৱনৰ চৰম লক্ষ্যৰ বাবে । হাবি-বননিৰ প্ৰাকৃতিক নিয়ম কিছু বুজিছোঁ । শক্তি উন্মোচনৰ অভিজ্ঞতা মোৰ চেতনাত এতিয়াও । কোনও যদি এইবোৰ ঠাইত কাম নকৰে, আমি যদি নকৰোঁ, আন-কোনোবা আমাৰ দৰে মানুহে যদি এইবোৰ কাম নকৰে, তেনেহলে মানৱ-জীৱনৰ লক্ষ্যৰ চূড়ান্ত সভ্যতাৰ অৱস্থালৈ প্ৰগতিৰ প্ৰক্ৰিয়া সফলতাৰে ভৰা হ'ব কেনেকৈ ?

এই এক মহান মানৱীয় আদৰ্শৰ কল্পনা । বাস্তৱত তাৰ নানান ঘাত-প্ৰতিঘাতেৰে ভৰা অভিজ্ঞতা লভিছোঁ । সমাজৰ নানান বৈপৰীত্যৰ মাজত চেপা খাই শিক্ষা লভিছোঁ -তথাপি কাম এৰা নাই : আগবাঢ়িছোঁ । সকলো তুলুঙা, স্বচ্ছল, এলেহুৱা জীৱনৰ বিপৰীতে পোৱা প্ৰতিহত আশাৰ মাজতো সংঘাতময় এক জীৱনবোধত নিচাচ্ছন্ন মই……এই জীৱন উপেক্ষিত হ'ব নোৱাৰে । ভ্ৰমণ বিৰতিত মোৰ সাময়িক হতাশা । বন্য জীৱন অধিকাংশ । তথাপি ভাল লাগে । লাহে লাহে এই জীৱনৰ এক অপূৰ্ব্ব মাদকতা বিচাৰি পাওঁ । নানান ঘাত-প্ৰতিঘাতক আদৰি লৈ, নানান আশংকাৰ মাজতো এক অপূৰ্ব্ব জীৱনবোধৰ যুক্তি বিচাৰ কৰোঁ । অতীতৰ সাংস্কৃতিক ক্ষুধাক, চৰ্চ্চাক সান্ত্বনা দিওঁ ; নতুন জীৱনৰ অভিজ্ঞতা সঞ্চয় কৰোঁ ন·পুৰণিৰ একাত্মবোধৰ মাজত বিচাৰোঁ মোৰ সঠিক গতিপথ ।

সম্ভাৱনাৰ পিছত বাবেই জীৱনৰ উপলব্ধি । যেতিয়াই সম্ভাৱনাক সমাজে হতাশ কৰে, মোৰ মানসিক আৰু শাৰীৰিক উভয় বিধৰ শ্ৰমেই

প্ৰতিহত হয়। তেতিয়া অৰ্থনৈতিক কাৰণত মোৰ আকাংক্ষা আৰু শ্ৰমৰ পথত থিয় হয় স্থিতি। স্থিতি আৰু গতিৰ সন্ধিক্ষণৰ চেতনাত নিজকে বিচাৰোঁ। অতীতৰ, ৰঙীণ দিনৰ স্বপ্নই মোক মোৰ সকলো আকাংক্ষাকে যেন পুতো কৰিব খোজে।……নিৰাশ সম্ভাৱনা আমাৰ গুমৰি উঠে, অভিজ্ঞতাৰ ৰস ইফালে শুকাই যোৱাৰ উপক্ৰম, একান্ত ব্যক্তিগত জীৱনৰ সান্নিধ্যৰ পৰা আঁতৰত আৰু যেন মোক নানান অন্য উপসৰ্গই়ো আগুৰি ধৰে। দৃষ্টিত চেতনা লৈ লক্ষ্যক চাব খোজোঁ, ইতিহাসৰ, মানৱ ইতিহাসৰ পাত লুটিয়াব খোজোঁ যেতিয়া, তেতিয়া অন্য এক সঠিক চেতনা লভোঁ, মোৰ দৃষ্টি অসীম নহয়। মোৰ সকলো কেন্দ্ৰাভিমুখী আকাংক্ষাই যেন আদবাটতে থমকি ৰয়। ক'তা, ক'তা তোমাৰ কৰ্ম্ম আৰু শ্ৰমৰ ফলাফল?

মোৰ ফ্ৰাষ্টেটেড্ শ্ৰমৰ অন্ত পৰা নাই। কাম কৰিবলৈ মন নেযায়; কাৰণ মোৰ কামৰ এতিয়াও কোনো নিশ্চিত ফলাফল নাই। তথাপি যন্ত্ৰচালিতৰ দৰেহে যেন মই এতিয়া কাম কৰিছোঁ। প্ৰথমে বৰ ভাগৰ লাগে, পিচলৈ এটা যন্ত্ৰৰ দৰে গৈ থাকোঁ, সেয়ে ভাগৰ কি পাহৰি যাওঁ।

থিয় পাহাৰত লুও লুঙীয়া, ঠেক, শেলুৱৈ ধৰা বাটত মোৰ খোজ পিছলে—বাগৰি পৰোঁ, দুখ পাওঁ। ভ্ৰমণৰত অৱস্থাত সূৰ্য্যৰ প্ৰখৰ ৰ'দত অণ্ঠ-কণ্ঠ শুকাই যায়, অসম্ভৱ তৃষ্ণাৰ জন্ম হয়; 'ৱাটাৰ বটল'ত মুখ লগাই তৃষ্ণা দূৰ কৰিব খোজোঁ। মেছিনৰ কাষত থিয় হোৱা মোৰ কাৰি-কৰটোৰ মুৰত প্ৰখৰ ৰ'দ, কেতিয়াবা ছাতি; কৰঙণত জোক আৰু পোকে কামোৰে ৰঙা কেচা তেজ বাজ ওলায়, মাংসপেশীত বিষ পুঁজ জমা হয়। ভালুকৰ ভয়ত, নাকটো খাই পেলোৱাৰ ভয়ত, শুকান পাহাৰত জুই জ্বলাই দিয়া হয়; সেই জুইয়েই থিয় পাহাৰত উঠোঁতে, ৰাস্তা ভুল কৰি—(কোনো দিন যোৱা নাই আগেয়ে) পিচে পিচে খেদে, জীৱনৰ মায়া শেষ হোৱাৰ উপক্ৰম হয়। গজৰাজৰ ভয়ত ষষ্ঠ ইন্দ্ৰিয় (Sixth sense) সচেতন হয়—অজানিতেই দুই হাত যোৰ কৰি, নতশিৰে নেদেখাজনৰ কৃপা, দয়া বিচাৰোঁ……ইত্যাদি ইত্যাদি।

ভ্ৰমণ-বিৰতিৰ দুপৰীয়া এইবোৰৰ মাজত হঠাতে মই অনুভৱ কৰোঁ: মোৰ এটা জীৱন, আৰু এটা জীৱন এতিয়াও অসমাপ্ত অৱস্থাত—মই বহুদিন, মনৰ সন্তোষেৰে একো লিখা মেলা কৰা নাই। এটা জীৱন, এটা আংশিক সত্য, এটা ক্ষুদ্ৰ হলেও সত্য-ক্ষুধা—মই যেন বহুদিন অনা-হাৰেই আছোঁ; অথচ হেজাৰ বাধা-বিঘিনিয়েও যেন মোক টলাব পৰা নাই,

চিৰন্তন শিল্পী মনে যেন মোক কৈ আছে পৃথিৱীখন শিল্পীৰ ঘৰ আৰু আমি প্ৰত্যেকেই একো একোজন শিল্পী। মোৰ মনত এজন প্ৰকৃত শিল্পীৰ ঐতিহ্য কল্পনা, মনুষ্যত্বৰ প্ৰক্ৰিয়াগত আকাংক্ষা ; ভাবো, কিবা এটা সপোনৰ স্পন্দন কিবা এটা লিখা যাওক। গল্প? কবিতা? •নিব- মনত কলাৰ মহিমা মই দেখোঁ, অভিজ্ঞতাৰ মাজত মোৰ উপলব্ধি, কলাৰ মহিমা?

কি লিখোঁ? চাৰিওফালে মাখিৰ উপদ্ৰৱ—মোৰ সোঁফালে, মোৰ বাওঁফালে, মোৰ ওপৰফালে মোৰ তলফালে প্ৰাচীৰ। চীনৰ মহা প্ৰাচীৰ? তলৰফালৰ পৰা সিহঁতে মোক বিন্ধিব নোৱাৰে। মোটা তুচক। হয়তো তলফালৰ পৰাও সিহঁতে আক্ৰমণ চলালেহেঁতেন! ভাগ্যে মোৰ অজ্ঞাতেই অগণিত ৰণ কৌশলৰ এক অস্তিত্ব। যেন সযত্নে সংৰক্ষিত। সিহঁত আছে জাক পাতি, লেউ-লেউ মাখি—পিলো পিলো মাখিৰ জাক; মোৰ এলেহুৱা প্ৰতিৰক্ষাৰ হুংকাৰ শুনি দুষ্ট শত্ৰুৰ জাক ওফৰি পৰে কেতিয়াবা, শূন্যত যুঁজ লাগে কেতিয়াবা। কাম-যুঁজ নে, নে কিবা হিংসানীতিৰ চক্ৰান্ত? মই সিহঁতক দেখিছোঁ, টেবুলৰ ওপৰত এজনীৰ ওপৰত পৰি 'কামাতুৰ' এটাই 'যৌনতৃষ্ণা' সংগঠন কৰিছে। এই এক সচেতনতা—বংশ-বৃদ্ধিৰ মন্ত্ৰণাত অভিসাৰী কালিলৈ আহিব এজাক, সংখ্যাধিক—মোৰ প্ৰতিৰক্ষাৰ অস্থিৰতা বৃদ্ধি পাব ক্ৰমাৎ!

মোৰ সন্মুখত এটা ফ্লিটগান। তম্বুৰ তলত আছোঁ মই। জাতিৰ, দেশৰ, সমাজৰ প্ৰগতিৰ স্বাৰ্থত লিখা আছে মোৰ দায়গ্ৰস্ততা। এই কাম ভাল লাগিছে নে? ঠিক তাৰ উত্তৰ নহয়। অথচ মই কণ্টক প্ৰশয় দিয়া নাই : এই অলপ-অচৰপ জিৰণি, আজৰি। সেয়ে মই এখন অভাৱগ্ৰস্ত, হিংসুক মাখিৰ ৰাজ্যত। তম্বুৰ তলত। সেয়ে এতিয়া মোৰ সন্মুখত মোক বিনামূল্যে ব্যৱহাৰ কৰিবলৈ দিয়া এটা ফ্লিটগান।

ফ্লিট মাখিৰ শত্ৰু নে মহৰ শত্ৰু? নেজানো। মোৰ প্ৰতিৰক্ষা প্ৰতিহত। দুপৰীয়া নাতি-প্ৰচুৰ ৰদ। তম্বুৰ তলত -সিহঁত মোৰ তেজৰ দ্বাৰেই পৰিচিত হৈ পৰাৰ দুৰ্দশাত, মই অনুভৱ কৰিছোঁ- ইয়াত ভেপুচা গৰম। মাৰ্চ্চ মাহ। মই আচলতে জিৰণি লোৱাৰ বাবেই বিচনাত পৰিছোঁ। জংগলৰ মাজত ব্যৱহাৰ কৰা 'মাচাঙ'ৰ বিপৰীতে মোৰ তলফালে মজবুত প্ৰাচীৰ সদৃশ নাতিকোমল বিচনা—কেম্পকট! সম্ভৱতঃ এই কাৰণতেই,

ক'ববাত সুকণ্ডা পাই মোৰ মন আৰু হাত সক্ৰিয় হৈ উঠিছে; ইয়াৰ লগে লগে মোৰ মনত এটা অদ্ভুত 'ৰাজকীয়' খেয়াল আৰম্ভ হৈছে।

"মই ঠিক ধৰিব পৰা নাই কেতিয়াৰ পৰা এই খেয়ালটো এটা চেতনা-সমৃদ্ধ কল্পনালৈ উন্নীত হ'ল। পাহাৰত কাম কৰোঁতে, পাহাৰৰ হেলনীয়া গাত হাতীৰ খোজ দেখি আশংকিত হৈ উঠিছোঁ— আগত ডাঠ হাবি। অথচ সেই ফালেই হাবি কাটি ডাঙৰ ডাঙৰ গছ বোৰৰ কাষে কাষে লুংলুঙীয়া বাট সাজি, আমি আগ বাঢ়ি যাব লাগে। কিবা এটা, নিশ্চয় মানবাত্মাৰ অভিন্ন, মহান লক্ষ্যৰ স্বাৰ্থত কাম কৰা শক্তিয়ে আমাক সাহস দিছে। আমিতো হাবিৰ মাজেদিয়েই পাহাৰ উঠানমা কৰিয়েই আগবাঢ়ি আহিছোঁ—মই, মোৰ এজন সহকৰ্মী ইঞ্জিনীয়াৰ আৰু আমাক সহায় কৰা খালাচী বনুৱাবোৰ। বনুৱাবোৰৰ মাজত আশংকাৰ গুণ গুণনি— আমি পাহাৰৰ ওপৰত। তলত অটব্য হাবি বেলিৰ পোহৰ নপৰা জেকা ঠাই—মহ-ডাঁহৰ উপদ্ৰৱ, বিষাক্ত পোক পৰুৱাৰ আক্ৰমণ। হয়তো বন্য জন্তুও বাটত লগ পাব পাৰোঁ। আনফালেও এটা বাট আছে—কোনোবা এটা বনুৱাই কৈছে। সশব্দে সকলোবোৰে তাৰ হাবিৰ মাজত এই উপস্থিত বুদ্ধিৰ অভিজ্ঞতাক ডিফেণ্ড কৰিবলৈ তৎপৰ হৈছে। মোৰ চিন্তা, মোৰ সংকল্প তাৰ বিপৰীত –মই যাব লাগে এই ফালেহে, হাতীৰ ভয়ত আন-ফালে নহয়। মোৰ অন্যৱত ষষ্ঠ ইন্দ্ৰিয়ই মোক সাহস দিছে—তুমি তোমাৰ কাম কৰিবা, হাতীৰ খোজ ঢেৰ পাবা, হাতীয়ে তোমাক কিয় গচকি মাৰিব? মই মেচিনটো খালাচী এটাক চমজাই দিছোঁ। হাতত দা এখন লৈ প্ৰথমে মই নামি গৈছোঁ পাহাৰৰ তললৈ, পিচে পিচে কোনো মন্তব্য নকৰা নিৰ্জ্জু-প্ৰকৃতিৰ মোৰ সমবয়সীয়া সহকৰ্মী। মই আদেশ কৰিছোঁ বনুৱাবোৰক—'মোৰ পিচে পিচে আহি থাক।' তথাপিতো যেন মই সম্পূৰ্ণ-ৰূপে সবল হ'ব পৰা নাই। গজৰাজৰ লগত গজেন্দ্ৰ-সাক্ষাৎ হ'ব পাৰে? মোৰ দেশভক্ত তৰুণ ৰাম ফুকনৰ হাতী চিকাৰ কাহিনী বোৰলৈ মনত পৰিছে! ভালুক কোন কুত্তা!

"তেতিয়াতো মোৰ মনত হাতীক লৈ এই অদ্ভুত খেয়ালটোৰ জন্ম হোৱা নাছিল। ক'ত, কেতিয়া কেনেকৈ ইয়াৰ জন্ম হ'ল? হাবিত কাম কৰিব লগা হোৱাৰ পিচৰ পৰা বিভিন্ন প্ৰসংগত হাতীৰ বিভিন্ন কাহিনী শুনিছোঁ, অথচ কোনো দিন ভবা নাই মই যমুনামুখ নে কি নাম কৈছিল,

ঠাই ডোখৰৰ বজাৰৰ পৰা এটা হাতী কিনিম।

"অৱশ্যে এটা কথা হ'ব পাৰে। অলপতে মই বনৰীয়া হাতী এটাক বশ কৰি পাহাৰত তাঙ্গলনৰ দৰে ঘূৰিফুৰাৰ সপোন দেখিছিলোঁ। হাবিৰ মাজত, নিশ্চুপ ক্লান্তিক প্ৰশ্ৰয় নিদি গৈ থাকোঁতে এনে ভাব মনলৈ কেইবাদিনো আহিছে।

"কল্পনা মোৰ অদ্ভুত কল্পনা। গাড়ী-মটৰ নেযায়, পাহাৰত ওৰে দিনটো, বহুদূৰ মেচিনৰ পিচত ঘূৰিব লাগে। কেতিয়াবা বহুদূৰে খোজ কাঢ়ি গৈয়ো কাম আৰম্ভ কৰিবলগীয়া হয়। হাবিৰ মাজত কামৰ তাড়নাত সকলো ভয়, আশংকা পৰিহাৰ কৰি তম্বুত তাঁৰ থাকিব লগা হয়। এনে কৰিলে বাৰু কেনে হয়-যদি মই এটা হাতী কিনি লওঁ। কাৰণ, বনৰীয়া হাতীৰ লগত বন্ধুত্ব কৰি তাঙ্গান হোৱা আৰু মোৰ দ্বাৰা নহ'ব। এটা হাতীৰ দাম কিমান হ'ব পাৰে? পোনে পোনে হাবিৰ পৰা ধৰি অনা হাতী কিনিলে ভাল হ'বনে? শিক্ষা দিয়া হাতীও কিনিবলৈ পোৱা যাব পাৰে? পোৱালী হাতীৰ দাম হেনো সৰ্বাধিক, তাৰ উপাৰ্জ্জন বয়স অধিক। এটা ভাল উপাৰ্জ্জন। কাঠ টানিব, কাঠ কঢ়িয়াব। দুৰ্ঘটনা বশতঃ পাহাৰৰ তলত পৰা মটৰ গাড়ী তুলিব। সহকাৰী ৰাজহ বিষয়াৰ লগতগৈ কৰনিদিয়া প্ৰজাৰ ঘৰ ভাঙিবগৈ।

"ভাবিলোঁ, বিয়া পাতিলে হাতীত উঠি ছোৱালী আনিবলৈ যাম। লাগিলে আনকো তেনে কামত হাতীটো ভাড়ালৈ দিম। বিজ্ঞানৰ যুগত মোৰ এই অদ্ভুত ৰাজকীয় চখ দেখিলে বাটৰ মানুহে ঘূৰি ঘূৰি চাব—বিশেষকৈ যেতিয়া মই সুন্দৰৰ প্ৰিয়তমাক বিয়া পাতি আনিবলৈ সাতদিন মানৰ আগতেই ঘৰৰ পৰা ওলাম। বৰ অদ্ভুত কাণ্ড এটা হ'ব। ভালেই লাগিব যেন পাইছোঁ।

"আৰু, কিবা এটা অৰ্থকৰী আঁচনিৰ কথা কলেই লগৰ বন্ধু বান্ধৱবোৰক মই কবলৈ ধৰিছোঁ—'প্ৰথমে হাতী এটা কিনি লওঁ।' বন্ধু বান্ধৱে মোৰ চিৰিয়াচনেচ্ দেখি তবধ মানিছে। মোৰ জটিল চৰিত্ৰৰ কথা মানুহক কব ধৰিছে। ক্ৰমাৎ যেন হাতী এটাক কেন্দ্ৰ কৰিয়েই মই সকলো কাম কৰিব লাগিছোঁ। মই অৰ্থপূৰ্ণ মৃদু হাঁহিছোঁ মনে মনে, মানে নিজকে কৈছোঁ এয়াই মোৰ ইংগিত, হাতীহেন ইংগিত। ...'হাতীত উঠি পানীৰাম ঘৰলৈ যায়/আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়।'

...তেনেতে যেন কৰবাত বিজুতি ঘটিল। মোৰ সৌহাত সক্রিয় হৈ উঠিল আৰু হাতৰ পৰা কলমটো উফৰি গৈ মাটিত পৰিল——।

মোৰ প্রতিৰক্ষা আহত। মাথিবোৰ সিহঁত আহে জাক পাতি—হো হোৱাই মোৰ মুক্ত ৰাজ্যৰ চৌপাশে এতিয়া যুদ্ধৰ উৰাজাহাজৰ দৰে সিহঁতে উৰা মাৰিছে। ধূর্ত্তশত্রু? উপায়ন্তৰ মই। অগ্নিশৰ্ম্মা মই—খণ্ডত। হঠাৎ মোৰ ৰাজ্যৰ সচেতন, সন্নিকটস্থ ৰাজ্যৰ ৰজা জনে এটা অপ্রত্যাশিত প্রশ্ন কৰিলে "অগ্নিশৰ্ম্মা শব্দটোৰ উৎপত্তিৰ কিবা কাৰণ আপুনি জানে নে মহাৰাজ?" মই ৰজাৰ দৰে উত্তৰ দিলো—"শৰ্ম্মা ধৰি লওক অগ্নি শৰ্ম্মা ময়েই। আৰু আপুনি চাই যাওক স্বৰ্গদেউ খণ্ডত অগ্নিশৰ্ম্মা হৈ ময়েই অস্ত্রধাৰণ কৰিছো। এয়া চাওক মোৰ হাতত মোৰ অস্ত্র—ফ্লিটগান। মোৰ এলেহুৱা অথবা সুবিধা কৰিব নজনা প্রতিৰক্ষাৰ নিষ্ক্রিয়তাত সিহঁতৰ এই অতপালি। সিহঁতক মই আজি শিক্ষা দিহে এৰিছো যে এনে ব্যক্তিকেন্দ্রিক, বিদ্রোহৰ কোনো অৰ্থ নাই, কোনো কাৰ্য্যকৰী মূল্য নাই। আপাততঃ মাথিৰ উপদ্রৱত অতীষ্ঠ, মোৰ সহকৰ্ম্মী, 'স্বৰ্গদেৱে' (এই বুলিয়ে মাতিছো।) মোক শুভেচ্ছা জনালে। হাতত অস্ত্রলৈ এইবাৰ মই আক্রমণ আৰম্ভ কৰিছো। সিহঁতক পদ তলত ৰখাৰ অথবা সিহঁতৰ ৰাজ্য লোৱাৰ লোভ মোৰ নাই। মই আক্রমণ কৰিছো। সিহঁতৰ ৰাজ্যত উপনিবেশ পতাৰো মোৰ কোনো গোপণ উদ্দেশ্য নাই। মই আক্রমণকাৰী, এইবাৰ মই অস্ত্র ধাৰণ কৰিছো—মানুহক কৰ্ম্ম আৰু শ্ৰমৰ অন্তত কিছু জিৰণি লোৱাৰ অৱসৰ লাগে। একান্তই ব্যক্তিগত জীৱন এটা লাগে। সিহঁতে নুবুজে বাবেই মই আজি সিহঁতক বুজাই দিব খুজিছো, মই আজি কিয় এই আক্রমণ ৰচনা কৰিব লগা হ'ল।

এটা প্রকাণ্ড দৈত্যৰ দৰে মই হাতত মোৰ অস্ত্র লৈ আক্রমণ কৰিছো। নিঃস্ব সিহঁত এই আক্রমণত তিষ্ঠিব নোৱাৰি ছেদেলি ভেদেলি হৈ পলাব ধৰিছে। হায় স্থূল বিদ্রোহ! ক্ষুদ্রাতিক্ষুদ্র কিছুমান তৰল কণিকা মোৰ 'পৰমাণৱিক' অস্ত্রৰ মাজেৰে নিক্ষেপ কৰা হৈছে। কণিকাবোৰে আকাশে বতাহে উৰি ফুৰি সিহঁতক আক্রমণ কৰিবলৈ লাগি গ'ল। দেখা গ'ল সিহঁতে যথেষ্ঠ পৰিমাণে 'অস্বস্তিবোধ' কৰিব লাগিছে। স্থূল বিদ্রোহৰ ভুল ক'ত, বুজি পাইছে হয়তো। মই কামনা নকৰো বিষ কণিকাবোৰ

সিহঁতৰ ৰক্ত প্ৰবাহ প্ৰণালীৰ মাজত সুমাই পৰি সিহঁতক জহন্নামে যোৱাত সহায় কৰক। সিহঁত ছেদেলি ভেদেলি।

কিন্তু ই কি! মোৰ সোঁহাতখন ক্ৰমাৎ অৱশ হৈ আহিছে, মগজুটোও যেন!

মোৰ চিলমিলকৈ টোপনি আহিব ধৰিছিল। অকস্মাতে উৰাজাহাজ এখন যেন মোৰ কাণৰ কাষেদিয়েই উৰি গ'ল। মোৰ সচেতন অনুভূতি তৎপৰ, মই সজাগ হৈ উঠিছোঁ। সেকেটা শত্ৰুৰ পাল্লাত? প্ৰকৃত অৰ্থত মোৰ সংৰক্ষিত প্ৰতিৰক্ষাক সিহঁতে একো কৰিব নোৱাৰে। But, but their presence মই চিঞৰি উঠিলোঁ–"চালা, ইহঁতক 'ব্লাস্টিং'কৰি উৰাই দিব লাগে।"

প্ৰকৃতিস্থ অৱস্থাত মই। সিহঁত মাখিবোৰে তেতিয়া আক্ৰমণ নকৰি মোৰ তিনি দিশত উৰি ফুৰিছে। মোৰ দেহত মোৰ চোকা প্ৰহৰী। প্ৰতিৰক্ষা জাগ্ৰত। আৰু মোৰ সন্নিকটস্থ ৰাজ্যৰ 'স্বৰ্গদেৱে' এটা 'লাউড স্পীকাৰ' যোগে এটা সাধু কৱৰ আৰম্ভ কৰি দিলে "এখন দেশত এসময়ত এজন মানুহে বনৰ পৰা ধৰি অনা বান্দৰ এটা পুহি ৰাখিছিল। বান্দৰটো বৰ প্ৰভুভক্ত হৈ উঠিছিল। মানুহজনে প্ৰতিটো গধুৰ দায়িত্বকে বান্দৰ টোক অৰ্পন কৰিব পৰা হৈছিল। তেনেতে এটা ঘটনা ঘটিল। গৰমৰ দিন, মহ, মাখিৰ উপদ্ৰৱৰ পৰা হাত সাৰিবলৈ, বান্দৰটোক পহৰা ৰাখি মানুহজন দুপৰীয়া পাটিত পৰিল। তেনেতে এটা মাখি আহি মানুহজনৰ গালত পৰিল। বান্দৰটোৱে খেদি দিলে। দ্বিতীয় বাৰ আকৌ আহি মাখিটো মানুহজনৰ গালত আহি বহিল। সেইবাৰো বান্দৰটোৱে মাখিটো খেদি দিলে। মাখিটো পুনৰ আহি মানুহজনৰ গালত পৰি ইফাল সিফাল কৰিবলৈ ধৰিলে আৰু বান্দৰটোৱে তৃতীয় বাৰৰ কাৰণেও মাখিটো খেদি দিলে; কিন্তু ধুৰ্ত্ত মাখিটো পুনৰ আহি মানুহজনৰ গালত বহিলহি বিৰক্ত হৈ মাখিটোক একেবাৰে মাৰি পেলাওঁ বুলিয়েই বান্দৰটোৱে হাতত এখন দা লৈ খাপ দি থাকিল আৰু এবাৰ অব্যৰ্থ লক্ষ্য ভেদেৰে মাখিটোক বধ কৰিবলৈ দাৰে ঘাপ বহুৱালে। দাৰ কোব কিন্তু মাখিটোৰ গাত নপৰিল, পৰিল মানুহজনৰ গালত, ফলত, কি হ'ব পাৰে অনুমান কৰক মহাৰাজ, অনুমান নহয়, নিশ্চিত হওক মহাৰাজ।" ইমানখিনি কৈয়ে

ইংগিতপূৰ্ণভাৱে স্বৰ্গদেউ বৈ গ'ল। মই নিশ্চুপ। মোৰ একাগ্ৰতাই উক্ত ইংগিতৰ অনুধাৱনত ইতিমধ্যে গতি লভিছে।

প্ৰথম দিনা আছিল সিহঁত চাৰি পাঁচটা। এতিয়া শ দেৰশ। ৰাতি তম্বুৰ চালত, ৰচীত সিহঁতে আশ্ৰয় লয়। পুনৰাই আক্ৰমণ আৰম্ভ কৰে, পলমকৈ।

মাখিৰ উপদ্ৰৱ আমাৰ তম্বুৰ তলতেই সীমাবদ্ধ নহয়। মই অভিজ্ঞতাক স্মৰণ কৰি জানিব পাৰিলোঁ মাখিৰ উপদ্ৰৱ, থাবলৈ নোপোৱা এই বিধ মাখিৰ উপদ্ৰৱ আজি সমগ্ৰ পৃথিৱী জুৰি।

সময় বাগৰে। সন্ধিয়া নামে।

নিৰ্জ্জনতাত মোৰ বাওঁহাতৰ ঘড়ীৰ টিক্ টিক্ শব্দই কাণত হাতুৰীৰ কোঁব মাৰে।

এই নতুন জীৱনত, অকস্মাতে, মৃত্যুৰ ভয়ত আত্মা আশংকিত হৈ উঠে। ভয় লাগে, মোৰ বৰ ভয় লাগে মৃত্যুলৈ। বহুতো আশালৈ বাচিব লাগিছোঁ; হয়তো অকল নিজক লৈয়ে বচা নাই। গাকত কাণ লগাই মই হৃৎপিণ্ডৰ স্পন্দন শুনিব খোজোঁ। ভয় লাগে মোব বৰ ভয় লাগে, এই স্পন্দন বন্ধ হৈ গ'লে? চিৰন্তন জীৱন্ত প্ৰতীক শিল্পীমনা মানুহ। শ্ৰেষ্ঠ কল্পনাক জীৱনৰ মাজত পাবলৈ মৃত্যুক ভয় কৰে। তথাপি আশংকাক বহুসময়ত প্ৰশ্ৰয় নিদিয়ে সফলতাৰ বাবে।

যান্ত্ৰিক ক্ষিপ্ৰতাৰে মোব সোঁ হাতখন আগবাঢ়ে সন্ধিয়াৰ এন্ধাৰৰ মাজে মাজে। সি কিবা এটা থামুচি' ধৰে—ট্ৰেনজিষ্টৰ ছেটটো—চুইচ্ অন—ডায়েল ঘূৰে। মোক যেন জীৱন-দৰ্শন, গভীৰ জীৱনবোধেৰে ভৰা লোকসংগীতৰ ভাবানুসাৰী এটা গীত লাগে, এটা লোকগীত লাগে—-- ব্যৱসায়ৰাদৰ মাজত মই যেন পাহৰি যাওঁ - কি শুনিছিলোঁ—মই উৎকৰ্ণ হৈ শুনি ৰওঁ … হঠাৎ অপ্ৰত্যাশিত ভাবে এথন বিজ্ঞাপন—কলিকতাৰ ব্যৱসায়িক ৰেডিঅ' ষ্টেচন! মাখি ধ্বংসকাৰী বিষ-ঔষধ—টুগন। অভাৱগ্ৰস্ত মাখিবোৰৰ উপদ্ৰৱ বন্ধ হওক—মই নিশ্চয় হিটলাৰৰ দৰে নেভাবোঁ অভাৱগ্ৰস্ত মানুহবোৰক মই মোৰ প্ৰতিৰক্ষাৰ হেতু বিহ খুৱাই মাৰিম! মই এটা মহামাৰীৰ সৃষ্টি কৰিবলৈ আগ্ৰহী? মোৰ হাতত যে সেই বিজানুৰ সন্ধানকাৰী!

বেডিঅ'ৰ চুইচটো মই অফ্ কৰি দিলোঁ।

নিঃসংগ অস্থিৰতা। এটা পৰিচ্ছন্ন বিচাৰ নাই, নোহোৱা হৈছে—মই ভাবিব পৰা নাই।

মই চকু দুটা মুদি দিছোঁ। আৰু লগে লগেই মই যেন ক্ৰমান্বয়ে অন্ধকাৰ গহ্বৰ এটালৈ খহি পৰিছোঁ। ভয়ত মই পুনৰ চকু দুটা মেলি দিছোঁ—বহলকৈ। ইফালে, সিফালে চাইছোঁ। লেম্পৰ পোহৰত মই ছাঁয়াময়াকৈ দেখিলোঁ কৰবীক—মোৰ প্ৰেয়সীক। লাহে লাহে মোৰ দৃষ্টিৰ পৰিসৰটো উজ্জ্বল হৈ উঠিল। এখন পৰিপূৰ্ণ, পুৰঠ ফটোগ্ৰাফ···কৰবীৰ। মোৰ বাসনাটোৱে লাহে লাহে প্ৰাণ পালে—মই তাক সাহস দিলোঁ।

এতিয়া মোৰ নিঃসঙ্গ অস্থিৰতাৰ মাজত দোলা দিছে এটা উৎকৰ্ণ প্ৰতীক্ষা; কিবা মধুগুঞ্জন—মৌবৰষা উৎকণ্ঠিত সংগীতময় ব্যঞ্জনা, যিটো দেখা নেযায়, যিটো শুনা নেযায়; অনুভৱ কৰা যায়। ক্ৰমাৎ মোৰ দেহৰ ভাঁজে ভাঁজে, ৰক্তপ্ৰবাহত সন্নিবেশিত হয় ৰোমাঞ্চকৰ নিশ্চয়তা। মোৰ হৃদয়জুৰি একক, অন্ধ প্ৰেম স্বয়ংসম্পূৰ্ণ। সুদূৰৰ প্ৰিয়তমাৰ মুৰত পৰিত্যক্ত অস্বস্তি নিখোজ। প্ৰেয়সীৰ দেহত যেন কামনাৰ জুই সংশয়গ্ৰস্ত—পিলো পিলো মাখিৰ জাক উৰি ফুৰিছে—ইফালে সিফালে, চাৰিওফালে—উদ্দেশ্যবিহীন, যেন ইহঁতৰ বিদ্ৰোহ সকলোৰে দৈনন্দিন জীৱনযাত্ৰাৰ উপকৰণ মোৰ প্ৰেমৰ ৰাজ্যতো ইহঁতৰ অনুপ্ৰবেশ। বিৰক্তিকৰ - ভাবিলোঁ মইহে; স্নায়বিক দুৰ্ব্বলতা—মই ছটফটাই আছোঁ। মোৰ প্ৰেয়সীৰ দেহত এটা অসতৰ্ক, উত্তেজক ভংগী। চকুত দুঃসাহসিক ভুলৰ প্ৰশান্তি; সিক্ত, প্ৰতিপত্তিশীল আকাংক্ষা। মোৰ সতৰ্ক উক্তি। শাসনাধীষ্ঠ চক্ৰৰ মাজত সম্মোহিত, কাঁজলীয়ে কাঁজলীয়ে মোৰ প্ৰেমৰ সৌৰভ। হঠাতে মই নতুন অনুভূতিৰ প্ৰচ্ছন্ন বোধৰ ৰাজ্যত, তেতিয়া সিহঁত, মাখিবোৰৰ আক্ৰমণ অব্যাহত। কিন্তু মোৰ হৃদয়ৰ ৰাণী নিৰ্ব্বিকাৰ, তন্ময়। মোৰ মগজুত সোমাল সিহঁত মাখিবোৰৰ দৰেই হয়তো মোৰ অন্ধ প্ৰেমিকাৰ প্ৰতিৰোধ ক্ষমতা (হেজাৰ বাধাবিঘিনিয়েও টলাব নোৱাৰে বুলি পাইছে। মোৰ মাজ্জিত দৃষ্টিত ৰাণী স্থিতপ্ৰজ্ঞ! অটল, ধৈৰ্য্যশীলা নে মাখিৰ, বিশেষ অভাৱৰ, হতাশাৰ, বিদ্ৰোহৰ আক্ৰমণ-চেতনা শূন্য। হয়তো প্ৰতিৰক্ষা সংৰক্ষিত—তাইৰ প্ৰেমৰ জীৱন, যাক হেজাৰ বাধা বিঘিনিয়েও টলাব নোৱাৰে। সেয়ে 'মোৰ প্ৰেমৰ অনুচ্চাৰিত শব্দ/ৰাণী, তোমাৰ সংৰক্ষিত প্ৰতিৰক্ষাত জব্দ'। তুমি গভীৰ-

তাৰে ভৰা, প্ৰেমজীৱন সম্পৰ্কে তোমাৰ অন্তৰ্দৃষ্টি, গভীৰ অভিজ্ঞতা - গভীৰ নীলাভ চকুত তাৰ জখুমী প্ৰতিশ্ৰুতি! ……অপাৰ আনন্দেৰে মোৰ হৃদয় পূৰ্ণ হ'ব ধৰিছে………।

ৰাতিপুৱাল। সূৰ্য্য উঠিল। এদিন দুদিন কৈ সময় বাগৰি যাব। কাৰ সাধ্য আছে সময়ক, পৃথিৱীৰ, সমাজৰ গতিক ধৰি ৰাখিব? আছে যদি, একমাত্ৰ মানৱ-জীৱন সম্পৰ্কে অন্তৰ্দৃষ্টিৰ, গভীৰ অভিজ্ঞতাৰ, এক মহান মানবীয় ঐতিহ্য-কল্পনাৰেই যেন সেই শক্তি আছে। সময় বাগৰে; বিৰতিৰ অন্ত পৰে, আকৌ আৰম্ভ হয় কৰ্ম্মময়, শ্ৰমময় জীৱন। কষ্ট, ভাগৰ একো মনত নৰয়। অৱসাদ ক'ৰবাত হেৰাই যায়। পুৰাৰ ৰ'দে অদৃশ্যে অস্ফুট কণ্ঠেৰে কাণে কাণে কৈ যাব 'আৰু কাম কৰিব লাগিব—দেশৰ প্ৰগতিৰ হকে, সমাজক বচাই ৰাখিবৰ বাবে, মহান লক্ষ্যৰ সফলতাৰ বাবে। আধাজীৱনতো শুই বহিয়েই কটালা!' তোমাৰ উৎপাদিকা-শ্ৰম কিমান? বহুতৰে নজৰত তুমি ডাঙৰ মানুহ ৰজা। তুমি যিমান শ্ৰম কৰা দেশৰ অধিকাংশ জনতাৰ তুলনাত কম। মই প্ৰতিবাদ কৰিলোঁ—মোৰ মগজুৰ শ্ৰম ক'ত গ'ল? তুমি কি মোৰ অভিজ্ঞতাক কায়িক শ্ৰমৰ কথা কব খুজিছা?

তেনেতে পুনশ্চ মাখিৰ আক্ৰমণ আৰম্ভণ। মোৰ প্ৰতিৰক্ষাত সূক্ষ্ম আঘাত সক্ৰিয়। এজাক মাখিৰ প্ৰচণ্ড শব্দত বিচাৰিছোঁ, মোৰ প্ৰতিৰক্ষা ক'ত?

আছে? ক'ত?

কথাটো এনেকুৱাও হ'ব পাৰেঃ ঠিক এনে সময়তে ভৈয়ামৰ ফালৰ পৰা এখন জীপ গাড়ী আহিল। হঠাতে মোৰ ৰাজ্যখনত এটা মৃদু খলকণি লাগিল। ক্ষন্তকতে মোৰ ৰাজ্যখন সম্ভাৱনাত মুখৰ হৈ উঠিল। জৰুৰী দিনৰ অৱস্থা? তেওঁলোক আহিল—ওপৰৱালা। ৰজাৰ ৰজা। আদেশ কৰিলে, কোনো সম্ভাৱনাৰ প্ৰতিশ্ৰুতি নাই; অথচ নতুন কাম কৰিব লাগে। যেনে আদেশ তেনে তৎপৰতা। [দৰমহা কেইটা যে পাই আছোঁ!] একাগ্ৰচিত্তে মই শুনি গৈছোঁ আদেশ অথবা নতুন অভিযানৰ প্ৰস্তুতি—প্ৰস্তুতিৰ খচৰা তালিকা। অসমত এটা নতুন বিজুলি শক্তি উৎপাদন শিল্প হ'ব—তাৰেই প্ৰস্তুতি। বহু মানুহৰ কৰ্ম্ম-সংস্থান হ'ব। অসম, তথা সমগ্ৰ ভাৰতবৰ্ষ প্ৰগতিৰ পথত. নানান বৈষম্য, অভাৱ অনাটনৰ মাজতো এখোজ আগবাঢ়ি যাব। বহুত কাম কৰিব লাগিব আমি—কাম, কাম, আৰু কাম। কষ্ট, ত্যাগ।

মই অলপ-অচৰপ ইফাল সিফাল কৰিছোঁ। কৰ্ম্ম-বিৰতি, ভ্ৰমণ-বিৰতিৰ পিচত নতুন উদ্যমেৰে মগজু, শৰীৰ প্ৰস্তুত।

কিন্তু, মোৰ গল্পটোৰ কি হ'ব ?

মোৰ এই সামান্য ইফাল-সিফালক ভংগ কৰি ভেনেতে কোনোবা এটাই আহি এখন চিঠি দিলে—ভৈয়ামৰ পৰা কাঢ়িয়াই অনা হৈছে। বিজুতি ঘটিল—মোৰ। মোৰ একাগ্ৰতা পুনশ্চ এবাৰ ফালৰি কাটি গ'ল: চিনাকি হাতৰ আখৰ যে! কোমল হাতৰ আখৰ। কাৰ ? মই জানো। কোনেও নসুধিলেও, ময়ো নকলোঁ। নিঃশব্দে মই আলোচনাৰ মাজৰ পৰা প্ৰস্থান কৰিলোঁ।

মই বৰ আশা কৰিছিলোঁ অন্ততঃ ঘৰৰ পৰাও, মাৰ পৰাও এখন চিঠি পাম। দেউতাই কামৰ পৰা অৱসৰ লৈছে; ভাইটোৱেও কলেজত নতুনকৈ এডমিশ্বন লৈছে, হোষ্টেলত থাকিবলৈ লৈছে। মোৰ মূৰৰ ওপৰত বোজা। ভাবিছোঁ, কিছু আত্মত্যাগেৰে চলাই দিম। চলাই দিছোঁ। ঘৰটো বনোৱা শেষ হোৱা নাই। দেউতা বৰ ব্যস্ত থাকিব পায়। চাওঁ কি হয়।

কৰবীৰ চিঠিখন মই খুলি ললোঁ। অতীতে মোক ৰিঙিয়াই মাতিলে। মই উচ্ছ্বাস আবেগেৰে আগবাঢ়িলোঁ। কৰবী—অৰ্থাৎ মই যাক বিয়া নকৰাওঁ, কৰাবগৈ হয়তো নোৱাৰিম, অথচ অবাধ মিলামিচাৰ ['বিয়া নকৰোৱা কথা নাই. মই জানো কৰাবই লাগিব বুলি তোমাক কোনোবাদিনা দায়বদ্ধ কৰিব খুজিছোঁ; মই বিচাৰোঁ, অন্ততঃ তুমি মোক তোমাৰ হৃদয়ৰ পৰা খেদি নপঠিয়াবা] অৱসৰ পাওঁ। মোৰ মাৰ দৃষ্টিত কৰবী এজনী 'চৰিত্ৰহীণা' ছোৱালী। সেয়ে আজিকালি মই নিজকেও 'চৰিত্ৰহীন' বুলি ভাবোঁ। মাৰ কথা মানিও যে মই 'কৰবীক' ঠেলি আঁতৰাই পঠাব পৰা নাই। এয়াই নেকি প্ৰেম ? মোৰ প্ৰেম ভেনেহলে নৈৰাশ্যৰে ভৰা ?

মোৰ মন আবেগ-বিহ্বল হয়, আৰু সেয়ে কৈতিয়াবা—"বিস্মৃতিত শুই পৰিছোঁ/দিনতে এন্ধাৰ দেখিছোঁ/মোৰ যৌৱনটো হেজাৰ ধুমুহা বৰষুণত তিতি জেলেপা হ'ব খুজিছে যেন/যেন কণ্ঠত চেপা মাৰি/আমাৰ প্ৰেম-সুৰৰ সমাধি ঘটাব খুজিছে কোনোবাই।" আৰু "মনলৈ আহে ভাঁহি কত বিষন্ন ভাৱনা/হতাশাত ভাঁগি পৰোঁ মই/প্ৰেমে যেন মিলন নকৰিব ৰচনা।" আঃ! Look forward! প্ৰেমৰ দাম আছে, প্ৰেমৰ মহত্ব বিচাৰা। সেয়ে

হতাশা আহিলেও আবেগত মই ভাগি পৰা নাই, মদৰ আশ্ৰয় লোৱা নাই। মোৰ সন্মুখতহে মোৰ দৃষ্টি, লগত এটা মগজু, বুদ্ধি, সংস্কৃতি। দুখন হাত, দুটা ভৰি, বাহুত বল, খোজত ভাবৰ স্থিৰতা।

কৰবী, তুমি হয়তো ভাবি আচৰিত হোৱা, তোমাৰ পবিত্ৰতা হেৰাল কেতিয়া? তুমি চৰিত্ৰহীণা হলা কেতিয়াৰ পৰা? ওহ! এনে কথা শুনাতকৈ তিল তিলকৈ জীৱন্ত লাচত পৰিণত হোৱাতকৈ পলকতে মৰাই শ্ৰেয়ম্। ক'তা তোমাৰতো মনত নপৰে। পুৰুষ সংগীৰ লগত দুটা চাৰিটা কথা পতাৰ ছবি? এবাৰ তোমাৰ বিয়া ভাগিছে? হ'ব লগা স্বামীৰ পক্ষৰ পৰাও নিজক ঢাকিবলৈ তোমাৰ চৰিত্ৰৰ বিৰূপ প্ৰকাশ পাইছে? মই যে কৈছিলোঁ—তুমি ৰবীন্দ্ৰনাথৰ মানস কন্যা। পবিত্ৰতাৰ বৈজ্ঞানিক যুক্তি? তুমিতো ৰবীন্দ্ৰনাথৰ মানস কন্যা! মোৰো মনত ধৰা দিলা অলক্ষিতে —উচ্ছল, স্বতঃস্ফুৰ্ত তোমাৰ যৌৱনসুলভ প্ৰাণশক্তি; ভাল লাগে...... অথচ তুমি দুৰ্ব্বল...কান্দিছা আৰু কান্দিছা, ক্ৰন্দন কন্যাদায়গ্ৰস্ত; অতপৰে সম্বিৎ ঘূৰিল নে? নে তোমাৰ দুৰ্ব্বলতাৰ কোনো আদৰ্শ নাই? মোৰ হৃদয়ে প্ৰেমৰ মাজত উপলব্ধি কৰিলে—বুকুভেদি ওলোৱা কান্দোন, —যত মিছা অভিযোগ!

চৰিত্ৰ কি?

'Is virginity the sole critcrion for marriage ?'

'Now-a-days it is like a surprise gift ?'

মোৰ পিতৃ-মাতৃয়ে, শুভাকাংক্ষী মিতিৰ কুটুম্বই বৈজ্ঞানিক প্ৰমাণ সহ এজনী ছোৱালী (জীৱন-সংগী) মোক বিচাৰি দিব পাৰিবনে? পবিত্ৰতা, চৰিত্ৰ বিচাৰি দিব পাৰিবনে? পবিত্ৰতা, চৰিত্ৰ বিচাৰ কৰাৰ জোখমাৰিডাল হাতত তুলি দিব পাৰিবনে?

মোৰ চকুত বোজা, মোৰ শ্বাসত বোজা, মোৰ কান্ধত বোজা, মোৰ হিয়াত বোজা। মোৰ সমগ্ৰ দেহত, মনত বোজা। মই যাত্ৰী, মোৰ যাত্ৰা এতিয়াও শেষ হোৱা নাই। যাত্ৰাৰ শেষ ক'ত? মোৰ চিন্তাত বোজা, মোৰ কৰ্ম্মত বোজা, মোৰ শ্ৰমত বোজা; মোৰ আশাত বোজা, মোৰ আকাংক্ষাত বোজা; মোৰ অভিজ্ঞতাত মেটমৰা বোজা, সেয়ে মই মানুহ মুক্ত হ'ব খোজা'''।

তেনে সময়তে এজন সহকৰ্মী প্ৰৱেশ কৰক, কওক—"মোৰাপলৈ

যাব লাগিব, ৩০ মাইল মান খোজ কাঢ়িব লাগিব।" মোৰ সামান্য খং উঠিছে। আৰে, খোজ কঢ়াৰ বাবে যাত্ৰীৰ গোটেই জীৱন টোৱেই পৰি আছে, কন্তেক মোক এতিয়া ব্যক্তিগত জীৱন দিয়াচোন, যাব লাগে যাম।

......খং উঠিবৰে কথা। অলপ গোলমালতে মোৰ খং উঠে। মই হেনো খুউব 'ছৰ্ট টেম্পাৰ'। আচল কথা, খং উঠিবৰ থাকিলে মই পলম নকৰোঁ; তৎক্ষণাতেই খণ্ডত আপোন পাহৰা হওঁ! কাৰণ, মোৰ কাম কৰিব পৰাৰ শক্তি আছে বৰ্ত্তমানে, যোগ্যতা আছে, বিশ্বাস আছে, দূৰদৰ্শীতা আছে, আছে সংকল্প। তেনে স্থলত সিহঁতে কয়, আজি নহ'ব, কালি নহ'ব। তাৰ অৰ্থ কি? মানুহে কৰো বুলিলে কৰিব নোৱাৰা কাম কি আছে? মানুহেই আজি অসম্ভৱক সম্ভৱ কৰিছে। মই কি পঢ়ি থকা অৱস্থাত ভাবিছিলোঁ নেকি যে এই ভাবে হাবিয়ে জংগলে, পৰ্ব্বতে-পাহাৰে ঘূৰি ফুৰিব লাগিব? মোৰ দেখুন কলেজৰ প্ৰফেছৰ কামটোৱেই ভাল আছিল; আৰাম আছিল, সন্মান আছিল, সন্মানীয় বেতন আছিল। এখন 'সুসংস্কৃত' সমাজ পাইছিলোঁ। মই তেনেহ'লে ইয়াত মৰিবলৈ আহিলোঁ নেকি? মই তেনেহ'লে কষ্ট দেখা পাই পলাই যাব লাগিব নেকি? কাম নকৰি ফাঁকি মাৰি দৰমহা খাব লাগিব নেকি? তহঁতক কামৰ পৰা ৰেহাই দি তম্বুৰ তলত ফষ্টি মাৰি শুই থাকিবলৈ কব লাগিব নেকি? তহঁতেতো তাকেই কামনা কৰ। কাম কৰিবলৈ দিলেই, কষ্ট পালেই মই তহঁতৰ মানত বেয়া। যি তহঁতক আৰামত এলেহুৱা কৰি ৰাখিব খোজে, তহঁতৰ মানত সিয়েই ভাল, উদাৰ বজা।

"নহয় চাৰ।"

"তেনেহ'লে? মোৰ কি ভাগৰ লগা নাই? মই কি খোজ কঢ়া নাই, পাহাৰ বগাই অহা নাই?"

সিহঁতে একো মতা নাই। মোৰ সন্মুখত মোৰ দৃষ্টি। মোৰ ভাগৰ লাগিছে, অথচ মনত কল্পনা। কৰ্ম্মময় জীৱনৰ কল্পনা আৰু সেয়ে মোৰ খোজত ভাবৰ স্থিৰতা। আজি যেনে তেনে ৰাতি হোৱাৰ আগে আগে গৈ আমাৰ গন্তব্যস্থলী পাবই লাগিব।

ঠিক এন্ধাৰ হোৱাৰ আগে আগে নহয়, এন্ধাৰ হোৱাৰ খন্তেক

পিচতেই আমি গৈ আমাৰ গন্তব্যস্থলী পালোঁগৈ। ভাগৰত আমি ৰজা প্ৰজা সকলো লালকাল।

বহাগ বিহুলৈ তেতিয়া আৰু বেচি দিন নাই। সেয়ে কামৰ এটা, ৰাতি পেলাই ভৈয়ামৰ কেম্পটোলৈ নামিলোঁ। কেম্প পাই কৰবীক এবাৰ চাওঁ বুলি চ্যুংকেচটো মেলিছোঁ, দেখোঁ, মোৰ অসমাপ্ত গল্পটোৰ পাণ্ডু-লিপিটোৱে হাঁ কৈ মুখ মেলি মোৰ ফালে চাই আছে—তেনেতে চাঁতকৈ মোৰ অনুভূতি সক্ৰিয় হৈ উঠিল—গুঁ গুঁ শব্দ, মাখিৰ শব্দ। বাজ ওলাই ওলাই দেখোঁ—সিহঁত প্ৰজা কেইটামান। কি লাগে সিহঁতক? পইচা। খাবলৈ নাই··।

আজি তাৰ দহ দিন মানৰ পিচত আমাৰ সকলো চৰকাৰী কামৰ ফলাফলৰ ৰূপত এজন ওপৰৱালাই মোক ক'লে—"Next time you will be coming with your baby!"

মই বৰ আচৰিত হলোঁ। মোৰ মনত সকলো যেন ওলট পালট হৈ গ'ল! মই যেন কিবা এটা Blunder কৰি পেলাবলৈ চেষ্টা কৰিছোঁ, বিহুৰ বন্ধত ঘৰলৈ যাওঁতে, নগৰীয়া কৰবীক মই কিবা কৈছিলোঁ। কিবা কৰিছিলোঁ? ('যাবৰ পৰত তুমি মোক এটা উপহাৰ দি যাবানে?' কি উপহাৰ? লজ্জিত হৈছোঁ। হৃদয়ৰ ৰাণীয়ে হতাশাত খোজে—যিটো হয়তো মই উপযাচি দিব লাগে। 'তুমি যি বিচাৰা সীমাৰ ভিত-ৰত থাকিলে মই নিশ্চয় দি যাম।' মই দেখিছোঁ, সামান্য পোহৰৰ আভা-সত—কৰবীৰ সমগ্ৰ মুখমণ্ডল অভিমানত ফুলি উঠিছে, চকুযোৰ চলচলীয়া হৈছে, ওঁঠ দুটা কঁপিছে। প্ৰত্যাশিত ভাবেই কৰবীৰ আলিংগন মই স্বীকাৰ কৰিলোঁ—থুকা-থুকি মাতেৰে তাই ক'লে—'তুমি বৰ আত্মকেন্দ্ৰিক, কেৱল নিজক লৈয়ে ব্যস্ত!' মই একো উত্তৰ নিদিলোঁ। দিম কি? তাৰ বিনিময়ত দুটা ওঁঠৰ পৰশ, কৰবীৰ কপালত—তাৰ পিছত বিদায়! মই পলাই সাৰিলোঁ) ক'তা, মোৰতো মনত নপৰে, মই তেনে Blunder কৰিছোঁ! অসমত জলবিদ্যুৎ প্ৰকল্প এটা চৰকাৰৰ দ্বাৰা অনুমোদিত হোৱাৰ সম্ভাৱনা থকাৰ অথবা মোৰ বহুতো গুৰুত্বপূৰ্ণ কাৰিকৰী কাম কৰিব লগাৰ অৰ্থতো এনেকুৱা নহয়?

আমি তেতিয়া পাহাৰৰ মাজত, নদীৰ পাৰত, আলোচনাৰত অৰ-ন্যাত। মোৰ ওপৰত গুৰুত্বপূৰ্ণ কামৰ ভাৰ পৰিছে। অতদিনৰ পৰিশ্ৰমৰ

মুৰত এটা সম্ভাৱনাই দেখা দিছে। সেয়েই Next time—মই পুনৰ ইয়ালৈ আহিব লাগিব,—

"with what?"

মোৰ অপ্ৰস্তুতবোধৰ সংগোপণতাক বুদ্ধিৰে (তেখেতে ইংগিত কৰা, কথাটো মই মোৰ 'প্ৰথম' শ্ৰেণীৰ বুদ্ধিৰে বুজি পাব লাগিছিল, সোনকালে ততালিকে বুজো, আজি ব্যতিক্ৰম—সেয়ে, তেখেতো আচৰিত হৈছে!) উপেক্ষা নকৰি, সৰলভাবে ৰহস্য ভেদ কৰিলে—

"with your theodolite"।

সকলো ইংগিতেই মোৰ ততালিকে বোধগম্য হ'ল। মোৰ বুদ্ধি এতিয়া তীক্ষ্ণ।

"তাৰ মানে?"

তেখেতে নুবুজিলে। মই কলোঁ,—

"Project টো হ'বগৈ নে?"

তেখেতে কিছু কৰ্তৃত্ব, কিছু ইংগিত মিশ্ৰিত কৰি উত্তৰ দিলে,

"Let us first complete our investigation works!" ●

# দৃষ্টিদান

তাৰানাথে লাহে লাহে সৌহাতখন বাদ্‌লাইৰ চকু দুটাৰ আগত তল-ওপৰ কৰিবলৈ ধৰিলে। আৰু লগে লগে সুধিবলৈও ধৰিলে—'কিবা গম ধৰিব পাৰিছনে?' প্ৰথমে বাদ্‌লায়ে একো গম ধৰিব পৰা নাছিল; কিন্তু লাহে লাহে তাৰ দৃষ্টিৰ পৰিসৰটো উজ্জ্বল হৈ উঠিছিল। সি ক'লে—'অলপ অলপ দেখিছোঁ।' তাৰানাথে তাতালিকে সুধিলে—'কি দেখিছ?' 'কিবা এটা তলওপৰ কৰি আছে'—বাদ্‌লায়ে উত্তৰ দিলে।

"কথাটো মই এতিয়াও বিশ্বাস কৰিবপৰা নাই চাৰ।"

তাৰানাথক সহানুভূতি জনাবলৈ মোৰ মুখত ভাষাৰ অভাৱ।

বাদ্‌লাই তাৰানাথৰ আপোন ভায়েক। বৰ বেচিদিনৰ কথা নহয়। মাত্ৰ এমাহ হৈ গৈছে। এদিন বাদ্‌লাইৰ চকুদুটা খচ্‌খচাবলৈ ধৰিলে। দুইহাতেৰে সিয়ো খজুৱাই গ'ল। চকুদুটা ৰঙা পৰি গ'ল। দুদিন পিচত দেখা গ'ল যে তাৰ চকুৰ মণিদুট্যৰ ওপৰত বাকলি গুচোৱা লিচু এটাৰ বৰণৰ বগা বিজলুৱা চামনি এটা বান্ধিবলৈ আৰম্ভ কৰিছে। আৰু সিও অস্থিৰ হৈ উঠিছে—ক'তা একো নেদেখি!

তাৰানাথে ক'লে—

"চকুদুটা ৰঙা পৰা দেখি আমি প্ৰথমতে ভাবিছিলোঁ, বসন্ত-চৰন্ত ওলাব। আই আহিছে যেতিয়া বেলেগ চিন্তা কৰা ভাল নহ'ব।"

মই সুধিলোঁ—

"ডাক্তৰক দেখুৱাইছিলানে?"

"দেখুৱাইছিলোঁ। যেতিয়াই ভাবিলোঁ, এই কথাই কথা নহয়। সি চকুৰে একোকে দেখা নোপোৱা হ'ল। আঃতো নাহিলেই। বগা তৰপটোৱে তাৰ মণিটো ঢাকি পেলালে। সি দেখে কেনেকৈ? বৰবাৰী পালোঁগৈ। প্ৰথমে ডাক্তৰে ভাল হ'ব বুলিয়ে কৈছিল। কিন্তু এসপ্তাহমান থকাৰ পিচত

ক'লে যে ভাল হোৱাৰ আশা নাই।"

মই পুনৰ সুধিলোঁ—

"পইচা-পাতি ভালকৈ দিছিলা জানো ?"

তাৰানাথে উত্তৰ দিলে—

'যি পাৰোঁ দিছিলোঁ। দুখীয়া মানুহ কিমান দিম চাৰ ? এতিয়ালৈকে প্ৰায় পাঁচশমান সাঁচতীয়া ধন খৰছ কৰিলোঁ। এতিয়া তলি উদং। ডাক্তৰক দিবলৈকো নাই।"

মই ক'লোঁ—

"পইচা শেষ হ'ল, ডাক্তৰেও কলে ভাল নহয়, আৰু তুমি গুচি আহিলা।"

মোৰ কথাষাৰ তাৰানাথে বুজি নেপালে যেন লাগিল। পুনৰ কলোঁ—

"দুখীয়া মানুহৰেই বিপদ বেচি।"

তাৰানাথে এইবাৰ কিছু বুজি পালে—

"হয় চাৰ। উপাই নোপোৱা হৈছোঁ। অলপতে চাইকেলখনো বেচিলোঁ। আপোন ভাই। তাক কেনেকৈ চাই থাকিব পাৰোঁ ?"

"আৰু ক'ৰবাত দেখুওৱাৰ ব্যৱস্থা কৰিছিলা নেকি ?" মোৰ মগজুৰ জোখ-মাখ ভেদ কৰিহে যেন ওলাল প্ৰশ্নটো।

অলপদিনৰ আগতে খবৰ কাগজত মোৰো চকু পৰিছিল—কোনোবা এটা ক্লাবে বিনামূলীয়াকৈ অসমৰ বিভিন্ন ঠাইত চকু-চিকিৎসা শিবিৰ কিছুমান খুলিছে। বৰবাৰীৰ আশা নেদেখি, তাৰানাথে খবৰ পাই তেনে এটা শিবিৰলৈকে ভায়েক বাদুলাইক লৈ গৈছিল। কিন্তু গৈ দেখিছিল কি ? বাদুলায়ে একো দেখা পোৱা নাছিল। কেৱল তাৰানাথেহে দেখা পাইছিল, চকু চিকিৎসা শিবিৰটোত সেই বৰবাৰীত লগ পোৱা ডাক্তৰকেইজনেই। তাৰানাথক চিনি পাই তাৰে এজনে হাঁহি এটা মাৰি সুধিছিল—

'কিহে, কি খবৰ তোমাৰ ?'

তাৰানাথে উত্তৰ দিছিল—

'এয়া চাৰ। ইয়ালৈকে ভাইটোক লৈ আহিছোঁ।'

'কিয় তেওঁ ভালপোৱা নাইনেকি ?'

'নাইপোৱা চাৰ। শুনিলোঁ বোলে অসমৰ বাহিৰৰপৰা ইয়ালৈ চকুৰ ডাক্তৰ আহিব। গতিকে ভাইটোকো লৈ আহিছোঁ। একেদৰেই আছে যদিও

মোৰ বিশ্বাস নহয় চাৰ, সদায়ে এনেদৰে থাকিব বুলি। কাৰণ মাজে সময়ে জলক-তপককৈ হ'লেও সি অলপ অলপ দেখে। সেটো সি বহি আছে।'

'আমিতো চাইছোঁৱেই। তুমি ভাবিছা অসমৰ বাহিৰৰ পৰা ডাক্তৰ আহিলেই তেওঁৰ ভাল হ'ব। আমি কিবা মিছাকৈ কৈছোনে? চোৱা, আশা দেখা বহুতকে আমি অপাৰেশ্যন কৰিছোঁ।'

'সেইটো কথা মই কোৱা নাই চাৰ। মোৰ বিশ্বাস হয়, সি চকুৰে দেখিবই। মনত অশান্তি, কাকোৱেই বিশ্বাস কৰিব নোৱাৰা হৈছোঁ চাৰ।'

বাদলুাইক তাৰানাথে ঘৰলৈ ওভোতাই লৈ আহিছিল। তেতিয়াৰ পৰাই বাতিপুৱা বাতিপুৱা নিতৌ বাদলুাইৰ চকুদুটাৰ ওপৰত তাৰানাথে নিয়ৰৰ পানী ফুৰাই দিয়ে; আৰু হাত এখন তাৰ চকুৰ আগত তল-ওপৰ কৰি সোধে—'কিবা গম ধৰিব পাৰিছনে?'

তাৰানাথে লক্ষ্য কৰিছে বাদলায়ে আগতকৈ অলপ বেচিকৈ দেখিবলৈ আৰম্ভ কৰিছে। তাৰ বিশ্বাস সেয়ে দিনে দিনে যেন দৃঢ়হৈ আহিবলৈ ধৰিছে : বাদলাই ভাল হ'বই, বাদলাই ভাল হ'বই লাগিব।

তাৰানাথক নিস্ফলভাৱে হ'লেও সান্ত্বনা দিয়াৰ মানসেৰে মই কলোঁ –

"তুমি ভায়েৰাক আনফালে নিবৰ চেষ্টা কৰা তাৰা। তুমি হাৰ নেমানিবা। দুখীয়াৰ দিন একেদৰে নেযায়।"

"আশা এৰা নাই চাৰ। টকা অলপ থৈছোঁ। চাইকেলখনো বেচিলোঁ। এইবাৰ গুৱাহাটীৰফালে যাম বুলি ভাবিছোঁ। সিনোহোৱাৰ পৰা মোৰ হাত এখন ভগাৰ দৰেই হৈছে।" তাৰানাথে সহাঁৰি জনালে।

হঠাতে মোৰ আন এটা কথা মনত পৰিল। তাৰানাথেই কৈছিল তাৰ ঘৰ কলেজৰপৰা ৯ মাইল আতিৰত। চাইকেলেৰেই অহাযোৱা কৰে। ঘৰত ঘৰ চাওঁতা মানুহ নাই। সহায় বুলিবলৈ বি এটা ভায়েক আছিল, তাৰো চকুদুটা ঘৃণীয়া হ'ব ধৰিছে। সেয়ে মই সুধিলোঁ—

"চাইকেলখন যে বেচিলা, এতিয়া অহা-যোৱা কৰিছা কিহত?"

এই প্ৰশ্নটোৰ উত্তৰ দিবলৈ যোৱাৰ আগতে তাৰানাথে মোক আন এটা ঘটনা ক'লে। চাইকেলখন বেচাৰ পিচদিনা চৰকাৰী বাচেৰেই সি কলেজলৈ আহিছিল। পাব্লিক বাচলৈ বুলি বাটলৈ ওলাই আহোঁতে অপ্ৰত্যাশিতভাবেই সি চৰকাৰী বাচখনত উঠিবলৈ পালে। ঘূৰি যাবৰ পৰতো সি চৰকাৰী বাচেৰেই যোৱাৰ সিদ্ধান্ত লৈছিল। কিন্তু ষ্টেচনত যি দেখে যে মানুহৰ অভাৱনীয় ভিৰ

চলিছে। ইয়াৰ কাৰণ বিচাৰি সি জানিব পাৰিছিল যে পেট্ৰলৰ দাম বাঢ়িবৰ দিনাৰপৰাই বাচত মানুহ বেচি হৈছে। টেক্সিবোৰত হেনো ভাড়া বৰ বেচি। কোনোৰকমেও সি টিকেট কৰিব নোৱাৰিলে। পইচা থকা মানুহে বেচি দাম দি হলেও টিকেট কিনিছে, এই ধৰক শিৱসাগৰ টাউনলৈ যাব লগা যাত্ৰীয়ে তাৰপৰা ১৮ মাইল আঁতৰৰ সোণাৰীৰ বাচত সোণাৰীলৈকে টিকেট কাটিছে। হেনো তথাপি টেক্সীতকৈ ভাড়া কম। এতেকে পইচা নথকাৰ তাত স্থান ক'ত? আগতেতো এনে নাছিল।

মই সুধিলোঁ—"কিবা গম ধৰিব পাৰিছা জানো?"

তাৰানাথে ক'লে—"ওঁহো?"

"সেইদিনা পিচে ঘৰলৈ গ'লা কেনেকৈ?"

'চৰকাৰী বাচ নেপাই পাব্লিক বাচ ষ্টেণ্ডলৈ গলোঁ। তাতো মানুহৰ কি ভিৰ চাৰ! কোনোমতে শেষ বাচখন পালোঁগৈ। পান জপাদি জাপি নি ঘৰ পোৱালেগৈ। এতিয়াও পাব্লিক বাচতে অহা-যোৱা কৰি আছোঁ। তাতো ভাড়া বাঢ়িল। আগৰ দিন আৰু নাই। পইচাৰ বৰ টনাটনি চলিছে চাৰ।"

"পাব্লিক বাচেই ভাল"-মই কলোঁ।

তাৰানাথে কিন্তু বিৰক্তি প্ৰকাশ কৰিলে, ক'লে—

"আজিকালি ক'তো ভাল নহয় চাৰ। আপুনি বাৰু কেতিয়াবা পাব্লিক বাচত উঠিছেনে?"

"বহুত বাৰ উঠিছোঁ। তুমি ঠিকেই কৈছা তাৰা। আজিকালি ক'তো ভাল নহয়। সকলো ফালেই ক্ষয় পাইছে। সকলো ভাঙি গঢ়িব লাগিব, তেহে ভাল হ'ব।"

তাৰানাথ মই কাম কৰা কলেজখনৰ চকিদাৰ। এদিন ওচৰলৈ পইচা বিচাৰি অহাৰ সূত্ৰ লৈ তাৰ লগত মোৰ চিনাকি হয়। লাহে লাহে, ইটো সিটোকৈ আমি দুয়ো কথা পাতিবলৈ আৰম্ভ কৰি দিছিলোঁ। মই লগ পালেই তাৰ খা-খবৰ সুধিছিলোঁ। মই জানিব পাৰিছিলোঁ যে তাৰ ঘৰ চহৰৰ পৰা ন মাইল আঁতৰত, গাঁৱত। ঘৰত মাটি অলপ আছে। নোজোৰে। আধিমাটি লৈ কোনোৰকমে আঠজনৰ পৰিয়াল চলাইছে। কিছুদিন হৈছে, বিধবা বায়েক আৰু তেওঁৰ লৰা-ছোৱালী হালও আহি তাৰ লগ লাগিছেহি।

এদিন মষে ইচ্ছা কৰি তাৰানাথক তাৰ ঘৰলৈ যোৱাৰ প্ৰস্তাৱ দিলোঁ।

'আমাৰ দুখীয়া মানুহৰ ঘৰলৈনো কি যাব' এনে জাতীয় হীনাম্মিকাৰে প্ৰথমে তাৰানাথে তাৰ টনা-আজোঁৰা কৈ চলা সংসাৰখনৰ কথা ক'লে। তাৰ পিচত সুধিলে—"যাব জানো চাৰ ?"

মই উত্তৰ দিলোঁ—"দুখীয়া হ'লেই যাব নেপাই নেকি ? ময়োতো চহকী নহওঁ।"

তাৰানাথেই কৈছিল সিহ'তৰ গাৱঁত এতিয়া দুখীয়া মানুহৰ সংখ্যাই সৰহ। লোকৰ খেতিৰ মাটিত কাম কৰা, লোকৰ মাটি আধিলৈ লোৱা কাৰোবাৰ তিনিমাহ খাবলৈ জোৰে, কাৰোবাৰ চাৰিমাহ। এই কেইমাহ উকলি গলেই বহুতে ভিক্ষাৰ জোলোঙা লৈ ঘৰে ঘৰে ঘূৰি ফুৰে। কিছুমানে দিন হাজিৰা কৰে ; ওচৰৰ চাহ বাগিচাবোৰলৈ যায়। মুঠতে কিবা কিবি কৰি চলি যায়। পেটৰ জ্বালা। লাজৰ প্ৰশ্নটো অবান্তৰ। ন্যায়-অন্যায়ৰ বিচাৰো লুপ্তপ্ৰায়। ধৰ্ম্মৰ কথা ক'লে তেওঁলোকৰ খং উঠে। খাবলৈ পোৱাৰহে ধৰ্ম্ম কৰিবলৈ সময় থাকে। গোটেই দিনটোৱেই যি দুবেলা দুমুঠিৰ বাবে হাহাঁকাৰ কৰিব লাগে, এনে বিলাসৰ বাবে তেওঁলোকৰ সময় ক'ত ? কোনোবাই হাবিত বোটলা ঢেকীয়াৰ জোল এবাটি আৰু দুটামান খুজি মাগি অনা চাউলৰ ভাতেৰে পেট ভৰাইছে ; কোনোবাই গোটাই অনা দুটামান আটা আৰু ৰঙালাউ পানীত সিজাই তাকে সানি পিটিকি পেট ভৰাইছে। এইবোৰ মানুহৰ হাতত খৰছ কৰিবলৈ পইচা এটকা নাই। চেনি, ডাইল, তেল আদি খাবলৈ এইবোৰ মানুহে পাহৰি গৈছে। কেতিয়াবা ক'ৰবাত পোৱা মাছ এটা পুৰি খাইছে। মাছ মাৰিবলৈ জাল ক'ত ? পুখুৰী ক'ত ? সম্পত্তিবান জনৰ কোনোবা এজনৰ ঘৰত ডাক্তৰ, কোনোবা এজনৰ ঘৰত ইঞ্জিনীয়াৰ আছে ; প্ৰফেছৰ আছে, মাষ্টৰ আছে, ভাল দৰমহা পোৱা চৰকাৰী চাকৰিয়াল আছে। টাউনতো একোখন ঘৰ আছে। গাৱঁত ভঁৰাল ভৰা ধান আছে, তেওঁলোকৰ দুই এজনৰ মাছ জীয়াই ৰখা পুখুৰীও আছে। এনে মাতব্বৰী লোকৰ জনৰ ঘৰৰ মাটিতে কাম কৰা বা আধি মাটি লৈ খেতি কৰা দুখীয়া খেতিয়কে খাবলৈ নেপাই বাৰমাহে গৰু মহৰ দৰে বাতি-পুৱাই বাহিৰ ওলায় আৰু সন্ধিয়া প'জাত সোমাইহি।

"বৌডিঅ'ত খেতি-বাতিৰ কথা ক'লে হাঁহি উঠে চাৰ। সব মিছা, গোকাট ফাঁকি, যদি কিবা হৈছে তেনেহলে সম্পত্তিবান জনৰ।"

সামন্তবাদীয়া শোষণেৰে ভৰপূৰ এয়া আমাৰ 'শুৱনি' গাৱঁৰ ছবি।

চৰকাৰ আজি গঞ্জা ৰাইজৰ বাবে এটা প্ৰবল প্ৰতাপী ঠগ। চৰকাৰে প্ৰচাৰ কৰে স'চা, বাস্তৱত গঞ্জা ৰাইজে একোকেই নেপায়।

মই সুধিছিলোঁ—

"তোমালোকৰ সমষ্টিৰ এম, এম, এ জন কংগ্ৰেছ নে অন্য পাৰ্টিৰ?"

"কংগ্ৰেছী।" তাৰানাথে উত্তৰ দিছিল।

"তেওঁ খবৰ লবলৈ আহে নে?"

"ভোটৰ সময়তে আহিছল। আৰু এবাৰ আহিছিল। আমাৰ কোনো আস্থা নাই চাৰ। চহৰত গৈ লগ ধৰিবলৈ গ'লেও তেওঁৰ ঢেৰ কাম। আমালৈ চাবলৈ সময় নাই। চাহ-বাগানৰ আবাদী মাটি পৰি আছে। গঞ্জা খেতিয়কে একগোট হৈ গলেও পুলিচে বন্দুক দাঙি খেদি আহে। গাঁৱৰ গাভৰু বোৱাৰীবোৰৰ গালি খায়ো সিহঁতে লাজ-চৰম নেপায়। সেই-বোৰ টনা-আঁজোৰা দেখিলে আপোনাৰো গা জ্বলি উঠিব চাৰ। এনেয়ে পৰি আছে অতসোপা মাটি।"

"তুমি যে কৈছিলা সৰহ ভাগৰে বাৰমাহে খাবলৈ নাটে, বাকী সময়ত কি কৰে?"

"কৈছোঁৱেই, ভিক্ষা কৰে। কিছুমানে দিন হাজিৰা কৰে। গাঁৱৰ কেইবাজনো মেট্ৰিক ফেল ল'ৰা গৈ চৰকাৰী মাণ্টাৰ ৰ'লত সোমাইছেগৈ। কিছুমানে ঠিকাদাৰৰ লগত হাজিৰা কাম বিচাৰি ক'ত চাহ-বাগিচাৰ কাম, ক'ত মাটি কটা কাম, মুঠতে দিহিঙে-দিপাঙে ঘূৰি ফুৰিছে। হাজিৰা বিচাৰিও পোৱা নাই কতই। বন কৰিবলৈ বিচাৰি নেপালে বোৱাৰীবোৰে ঘৰে ঘৰে মাগি খুজি ফুৰিবই। পায় জানো! প্ৰায়বোৰৰেই নাই, দিব কৰ পৰা? চৰকাৰে দিব নে? কিবা এটা বিচাৰিলেও তাৰ বাবে যি জীয়াতু ভুগিব লাগে, নিবিচাৰিলেই তাতকৈ কিছু ভালকৈ চলি যায়। চৰকাৰে আমাক দিনে দিনে মৰিবলৈহে ঠেলি দি আছে।"

তাৰানাথ যেন ভিতৰি ভিতৰি গুমৰি উঠিছিল। ইমানবোৰ হোৱা সত্ত্বেও গাৱঁৰ দুখীয়া খেতিয়কে মন নেভাঙি বাচি আছে। আচলতে কৰ্ম্মী মানুহ মানেই সংগ্ৰামশীল। আমি চহৰীয়া মধ্যবিত্তই কি বুজিম, গাৱঁত কি শোচনীয় অৱস্থা হৈছে। অথচ আমিও সমাজৰ ৰয়স বাঢ়ি যোৱাৰ লগে লগে যেন তললৈ খাহি পৰিছোঁ। ইয়াত শ্ৰমিকে দাম যুঁধি, চৰা দামৰ প্ৰকোপত ৱাহি ৱাহি সংৰিৰিছে; অসং অধ্যৱসায় কৰিবলগীয়াও

হৈছে। ছাত্র, কৰ্ম্মচাৰী—কি চৰকাৰী, কি কোম্পানীৰ সকলোৱেই আজি বিক্ষুব্ধ। তেওঁলোকে চৰকাৰৰ, মালিকৰ বিৰুদ্ধে ধৰ্ম্মঘট কৰিছে। ঘোৰ আৰ্থিক সংকটে আমাকোতো পানী খুৱাইছে। বজাৰত প্ৰয়োজনীয় সামগ্ৰবোৰ পাবলৈ নাই। যি দুই এপদ আছে তাৰো জুই ছাই দাম। চৰকাৰে ধান চাউলৰ পাইকাৰী ব্যৱসায় নিজৰ হাতত ললে সঁচা, কিন্তু কোনো কালে নুশুনা দাম উঠিল প্ৰতি কিলোত, প্ৰতি কুইণ্টলত। ৰেচনত চাউল নাই। কাপোৰৰ দোকানত কাপোৰ চুবই নোৱাৰি। আজি সবৰে মনতে অকাল পতনৰ হতাশা। তাৰানাথে হয়তো নেজানে যে আমিও হাহাঁকাৰ কৰিছোঁ। আমিও যে সন্তুষ্ট নহয়। আমিও যে সঞ্চিত ক্ষোভ লৈ বিচাৰিছোঁ এই দিনৰ অন্ত পৰিব কেতিয়া? তাৰানাথে বুজেই বা কেনেকৈ? সিহঁতৰ মানদণ্ড যে আমাতকৈও বহু তললৈ খহি পৰিছে। গাওঁ, চহৰ সকলোতে আজি জুই জ্বলিছে। তৰোঁতা কোনো নাই। কোনো বন্ধু নাই। ৰক্ষা কৰিবলৈ কোনো ঈশ্বৰৰ আবিৰ্ভাব হোৱা নাই। এতিয়া এই সংকটৰ পৰা মানুহবোৰক তৰে কোনে?

তাৰানাথৰ গাওঁ সোমায়েই আমি সিদ্ধান্ত লব লগাত পৰিছিল: গাৱঁৰ দুঘৰমান ধনী খেতিয়কৰ উন্নতিয়েই সমস্ত কৃষকৰ উন্নতি নহয়। গাৱঁৰ মাজে মাজে দুই তিনিটা পকীঘৰ উঠিলেই ঠাইডোখৰৰ উন্নতি হোৱাটো নুবুজায়।

আমি জানিব পাৰিছিলো, -তাৰানাথেই আমাক কৈছিল, চাহ-বাগিচাৰ আবাদী মাটি, মাটি নোহোৱা দুখীয়া ৰাইজক দিবলৈ, তেওঁলোকে মাজে মাজে আন্দোলন কৰে; মাজে মাজে ডেকা, গাভৰু-বোৱাৰী সকলো একহৈ দলেবলে গৈ সেই আবাদী মাটি দখল কৰেগৈ; কিন্তু পুলিচৰ সহায়ত পুনৰ তেওঁলোকক খেদি পঠোৱা হয়। সমষ্টিটোৰ এম, এল, এ জনে ইয়াৰ একো মীমাংসা কৰিব নোৱাৰে। আমি বুজি পাওঁ জনবিক্ষোভৰ এনে দৃষ্টান্ত কেৱল অসমতেই সীমাবদ্ধ নহয়। সমগ্ৰ ভাৰতবৰ্ষতেই আজি এনে দুৰ্দ্দশা। কিন্তু জনতাই আজি বুজি পাইছে, চৰকাৰৰ পৰা কিবা এটা বিচাৰিবলেই জীয়াতু ভুগিব লাগে। ইয়াৰ অৰ্থ কি?

গঞা কৃষক ৰাইজ, শ্ৰমিক দুখীয়া আনকি কিচু পইচা থকা নগৰীয়া মধ্যবিত্তৰ মনতো সম্প্ৰতি অদ্ভুত হতাশা নামিছে। ভৱিষ্যতৰ কথা ভাবি তেওঁলোক আতংকত শিয়ৰি উঠিব লগা হৈছে। তাৰানাথহঁতৰ আৱস্থ

কৰিবৰ চেষ্টা কৰি সেয়েহে আমি কৈছিলোঁ আজিকালি দেশ, সমাজ বদলাব পৰা ৰাজনৈতিক সংগ্ৰামৰ অবিহনে উদ্ধাৰৰ অন্যপথ নাই। অন্য পথ ললে তালৈ মুক্তি নাহে, নাহে আৰ্থিক স্বাধীনতা।

তাৰানাথ আৰু গাৱঁৰ দুজনমান বুজন দুখীয়া খেতিয়কে প্ৰশ্ন কৰিছিল—"কোন সেই দেৱদূত? কোন সেই বন্ধু? কোন সেই ৰাজনৈতিক পাৰ্টি?"

আমি দৃঢ়তাৰে কৈছিলোঁ—

"তোমালোকৰ হাততেই দেখোন আছে সেই শক্তি। কোনো সৰগৰ দেৱদূত নহয়, কোনো মেজিকৰ বলেৰে মাতি অনা বন্ধু নহয়। সেই শক্তি তোমালোক। তোমালোকই এক গোট হৈ যুঁজিব লাগিব তোমালোকৰ শত্ৰুৰ বিৰুদ্ধে। তোমালোক কেতিয়াবা হাৰিব পাৰা; কেতিয়াবা হাৰিবাও। বিচলিত নহ'বা। শেষত জয় তোমালোকৰেই। তোমালোকৰ দাৰিদ্ৰতা আৰু হোজা স্বভাৱৰ সুবিধা লৈছে শত্ৰুবোৰে। তোমালোকে শ্ৰমিকৰ লগ হৈ সংগঠিত ভাবে ৰঙা জুইৰ দৰে জ্বলি উঠাচোন, চাওঁ সিহঁত পুৰি ছাৰখাৰ হয় নে নহয়।"

তাৰানাথে সমূহীয়াকৈ উত্তৰ দিছিল—

"আমি ববকৈ আওভাও নেপাওঁ। আপোনালোকেই আমাক বহুত সজাগ কৰিব পাৰে। আপোনালোকৰ দৰেই পঢ়া-শুনা জনা মানুহক এম, এল এ পাতিলোঁ। ক'তা, ক'ৰ দিহা পৰামৰ্শ দিব, কিবা কবলৈ গলেও জক জকাই উঠে। আমাক আগ বঢ়াই নিবলৈ তেওঁ ক'ত আহিব চাৰ। তেওঁ ভণ্ড। তেওঁ স্বাৰ্থপৰ। আমাৰ আপোন নহয়। দেখাত ভয়াতুৰ আৰু নিৰীহ যেন লাগিলেও গঞা ৰাইজে মিলি কৰিব নোৱাৰা একো নাই চাৰ। এইবাৰ আমি যুঁজি চাম চাৰ। দিহা পৰামৰ্শ দিব।"

মোৰ মানস পটত তেতিয়া ভাঁহি উঠিছিল অন্য এখন গাৱঁৰ ছবি। এটা ঘৰ। এই ঘৰতেই থাকে এজন দেশলৈ পৰিবৰ্তন আনিব পৰা যুঁজাৰু। ভাৰতৰ প্ৰায়বোৰ গাৱঁতেই এনে ঘৰেই আজি বেচি। ঘৰটোৰ বেৰ চাল বোৰ জহি খহি গৈছে। পদুলিৰ কোনো চিন মোকাম নাই। নঙলা নাই। পুৰণি, পচা জেওৰা কেইখন ঢাপত হাউলি পৰিছে। বাৰীখন উদং। বাটৰ কাষৰে এচুকত, বাৰীত দুজোপামান ভীম কলৰ গছ। তাৰ এজোপা পৰি আছে। এজোপাৰ কলধোকাৰ পৰা কলাডিলটো কাটি নিছে।

বাৰীৰ মাজত সেৰেঙাকৈ দুজোপামান তামোল গছ। উৰ্ঘলি যোৱা চালেৰে গোহালি উদং। সৰু, চাপৰ এটা ভঁৰাল। উদাস মন লৈ মুক্তি যুঁজাৰু জনে চোতালত থিয় হৈ আমাৰ ফালে চাই আছে; তেওঁৰ পিন্ধনত এখন মলিয়ান ধুতি। কান্ধতে এটা ফটা হাফপেণ্ট পিন্ধা লম্বা। বিবৰ্ণ চেহেৰা……।

আমি কেউজনেই তাৰানাথৰ ঘৰলৈ আহিছিলোঁ। তাৰানাথৰ ঘৰটো আৰু পাৰিপাৰ্শ্বিকতা তুলনামূলকভাৱে কিছু উন্নত। বেৰবোৰে মিহিকৈ বগা মাটিৰে লিপা। গোহালিত এহাল হালোৱা গৰু আৰু এজনী গাই গৰু। ভঁড়ালটো আছে যদিও সৰু। ভঁড়ালৰ আগত এখন ভগাছিগা গৰু গাড়ী। চোতালত বোকা নাই। ঘৰটোৰ খিৰিকিবোৰ সৰু। গোহালিটোৰ এটা অংশত বাঁহৰ জেওৰা দি ধানখেৰ কিছুমান দ'ম কৰি থোৱা আছে। চালৰ খেৰবোৰ সিমান পুৰণি নহয়। তৌতিয়া সন্ধিয়া নামিবলৈ বেচিপৰ নাছিল। দৃষ্টি ঘূৰাই পদূলিমুখেৰে সোমাই যাওঁতে আমাৰ চকুত পৰিছিল, চোতালত মূঢ়া এটা পাৰি সেই দিনাও নিষ্পলক দৃষ্টিৰে বাদুলায়ে যেন সম্মুখৰ ফালে কিবা এটা উমান লব লাগিছে। অভ্যস্ত দুৰ্দশাৰ গতানুগতিকতাক নিজৰ ৰক্ত প্ৰবাহৰ লগত সন্নিবেশিত কৰিও যেন সি বিশ্বাস কৰিব পৰা নাই যে সি চিৰজীৱন অন্ধ হৈয়ে থাকিব লাগিব। চিৰজীৱন ঘূণীয়া চকু দুটা লৈয়ে কটাই দিব লগা কথাটো যেন সি মানি লব পৰা নাই।

মই তাৰানাথলৈ চালোঁ। কেউজনেই নিশ্চুপ হৈ আগ বাঢ়িলোঁ। সকলোৰে দৃষ্টি বাদুলাইৰ ওপৰত নিবন্ধ। কাষ চাপি তাৰানাথে বাদুলাইক প্ৰশ্ন কৰিলে—

"সোণ কিবা গম ধৰিব পাৰিছ নে?"

প্ৰথমে বাদুলাই 'হুঁ' উচ্চাৰণ কৰি ক্ষন্তেক ৰ'ল; তাৰ পিচত লাহে লাহে ক'লে—"তহঁত ঘূৰি আহিলি? চাৰ, আপোনালোকো আহিল?"

আমি সহাঁৰি জনালোঁ। তেনেতে তাৰানাথৰ বিধবা বায়েকে ভুমুকিয়াই চালে। তেওঁৰ পাচবছৰীয়া ছোৱালীজনী ঘৰৰ পৰা বাজ হৈ চোতাললৈ আহিল। তাইৰ গাত এটা কপাহী ফ্ৰক। বিবৰ্ণ। তাৰানাথে ক'লে, গাৱঁৰে বেজে বাদুলাইৰ চিকিৎসা কৰিছে। সি আগতকৈ অলপ বেচি দেখিছে। তাৰানাথে পুনৰ সুধিলে—

"চাৰ সোণে আকো দেখিবনে?"

আমি তাৰানাথক আশ্বস্ত কৰি কলোঁ?

"দুখীয়াৰ দিন একেদৰেই নেযায় তাৰানাথ!" ●

# শুচিমুখীৰ প্ৰয়োজন

এটা বৰ আমোদজনক কথা অথবা, সম্ভাৱনা। কথাটো প্ৰথমে কোনে উলিয়াইছিল, সি সিমান দৰকাৰী নহয়; প্ৰকৃততে কথাটোৰ জোৰ কিমান, সেইটোহে বৰ দৰকাৰী। এটা বিশেষ নাম মোৰ আগত উৰি আহি পৰি-বহি নোৱাৰে। কেনেবাকৈ তাৰ উপস্থাপন হ'বই লাগিব। বিজ্ঞান বুজা মানুহে অন্ততঃ এই সত্যটোক শ্ৰদ্ধাৰ চকুৰে চাব বুলিয়েই বে-পৰোৱা ভাৱত ঘোষণা কৰিলো—"কল্পনাৰ পাটমাদৈ, তোমাৰ হাতত মোৰ ওঁঠেৰে লিখি দিওঁ তোমাৰ নাম।"

কাৰ? কাৰ নামনো? এটা বিশেষ "আভ্যন্তৰীণ সম্ভাৱনা" অথবা মোৰ উতনোৱা আকাংক্ষা? নেদেখাকৈ স্বীকৃতি নিদিয়াতো মোৰ স্বভাৱত তেজৰ দৰে প্ৰবাহিত হৈছে। চালো বাবেই দেখিলো—মোৰ স্বৰ্ণালি হ'ব খৰা যৌৱনৰ আকাংক্ষা বেশ-ভূষাৰে একেবাৰে বঞ্চনা হবলৈ ওলাইছে। ই-কি! এটা সম্ভাৱনা? এটা চিৰন্তন সম্ভাৱনা? সুনন্দা যৌৱন কাৰ? এইবোৰকেই বিচাৰিছো? সুগভীৰ দৃষ্টি, কোমলতা মন্দিত উজ্জ্বলতা আৰু কমনীয়তা কাৰ? বিকশিত সেই বিস্ময়ৰ অধিকাৰী কোন? দুপাহ ফুলৰ মৌৰে ভিজাই ৰখা দুটা উজ্জ্বল ওঁঠ কাৰ? এইবোৰকেই বিচাৰিছো? সম্ভাৱনাটোৱে ক'লে - "বিবেক আহি তোৰ আগত থাড়া, শুন, শুন, তাৰ আদেশ শুন, দূৰদৰ্শী হ, সাত-পাঁচ ভাবি অনুভূতিপ্ৰৱণতাক, অহৈতুক অনুৰাগক নিয়ন্ত্ৰণ কৰ।" কৰিলো।

এইবোৰৰ মাজতো কথাটো কেৱল মইয়েই বোলে ইমান বেছিকৈ উলিয়াবলৈ ধৰিলো, পিছত এনেকুৱা হ'লগৈ যে কথাটো হেনো প্ৰথমে মইহে উলিয়াইছিলো। আপত্তি নাই—নাই কোনো অভিযোগ। একপক্ষীয়-ভাৱেই প্ৰাণ দিলো ক্ৰমাৎ বাঢ়ি-অহা অনিশ্চয়তাক।

কোনে জানো কৈছিল—ধঁৰিলি-কঁৰিলি এতিয়া—"তোমাৰ ভাগ্য আৰু

দুৰ্ভাগ্য তোমাৰ হাতত; কিন্তু তোমাৰ ভবিষ্যত দুৰ্ভাগ্যৰ প্ৰতিকাৰ কেতিয়াবা আমাৰ হাততো থাকিব নোৱাৰেনে? ভয় লাগে তোমাক, তথাপি সুধি চোৱাতনো আপত্তি কি? নে কি কোৱা? এটা সুতীব্ৰ জোকাৰণি—মোৰ তেজৰ ধাৰত সমুদ্ৰৰ খলকনি শুনা পাইছিলোঁ নেকি তেতিয়া? আশংকিত তেওঁ গণনা কৰিব খোজা বস্তুধাৰণ কৰিব পাৰি নেকি? কথাটোৰে উদ্যোগ নাপালে, নেপালে কোনো উদ্যম। মনৰ কথা মনতেই থাকিল।

অৱশ্যে এইটো ঠিক যে সেই নামটোৰ এটা নতুন নাম হ'ব পৰাৰ সম্ভাৱনাটো মোৰ অধ্যৱসায়ৰ ফল। দেউতাই ভবাৰদৰে গুৰু আসনত বহি মোৰ বয়োজ্যেষ্ঠ মিতিৰ কুটুম্বই কেতিয়াও মোক বেয়া কাম কৰিবলৈ এৰি নিদিয়ে। মইনো কি বেয়া কাম কৰিলোঁ? নাম শুনিয়েই ক্ষান্ত নেথাকিলোঁ। অৱশেষত অধিকাৰিণীক চালোঁও। ভাল লাগিল, কৈ থলোঁ মই এটা নতুন নাম দিম। আৰু কথাটো মই হেনো ইমান বেছিকৈ উলিয়াবলৈ ধৰিলোঁ যে বাকী সকলো মোৰ উৎপাতত ঘৰৰপৰা পলাব লগা হ'ল।

লাহে লাহে মোৰ বাসনা উজ্জ্বল হ'বলৈ ধৰিলে। এতিয়া মোৰ কৰৰ মন গৈছে, কওক; মানুহে কওক, কথাটো কওক; কওক যে কথাটো এক পক্ষীয়। কেৱল মইহে তাক নিয়ন্ত্ৰণ কৰিব লাগিছোঁ। ময়েইতো বেছি ভাবিছোঁ, প্ৰাণ দিছোঁ; যাৰ ঔজ্জ্বল্যত, বাকী সকলোৰে ভূমিকাবোৰ নিষ্প্ৰভ হ'ব লাগিছে। কব নোৱাৰোঁ এই নিৰ্মীয়মান অনুভূতিটোৰ সমীক্ষা কেনেধৰণৰ হয়। মোৰ অন্তৰত বীৰত্বব্যঞ্জক মনোভাব। আজি কালি যেন সি অহোৰাত্ৰি বগা ঘোঁৰাৰ পিঠিত উঠি এটা নিৰ্দিষ্ট লক্ষ্যৰ অভিমুখে যাত্ৰা কৰে। আলসুৱী, নিৰ্জ্জন মুহূৰ্ত্তত মোৰ সংগবিহীন মহাকাশত এটা চিৰন্তন উজ্জ্বল জ্যোতিষ্ক। মই অগ্ৰগতিৰ হাত ধৰি সকলো সীমাবদ্ধতাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছোঁ। মোৰ সম্মুখত যেন বহুতো বাধা-বিঘিনি আহি খাড়া। মোৰ মনৰ আশংকা, পাৰ্থিৱ দুৰত্ব, সময়, আপোনজনৰ, শুভাকাংক্ষীৰ অনুশাসন। মোৰ সম্মুখত যেন খাড়া হয় এজাক শুভাকাংক্ষী সৰ্ব্বশ্ৰী আৰু স্পষ্ট কণ্ঠৰে চিঞৰে 'প্ৰত্যাহাৰ কৰ।'

কেনেকৈ প্ৰত্যাহাৰ কৰোঁ? অপৰূপা এটা অৱলম্বন। বিটো মোৰ সকলোকে ভাল লগা এই বয়সত নিষিদ্ধ নহয়। প্ৰেম নামৰ বগলিৰ মন্দগত মোৰ ব্যতিক্ৰম এক পুণ্যাশ্ৰম। এই ব্যতিক্ৰম ৰন্ধক উন্মিলিত কৰিব খোজোঁ আৰু আথেবেথে তাৰে নাম দিব খোজোঁ কি? সংস্থাপিত কৰিছোঁ নিষ্ঠা, বিশ্বাস। নৱমপন্থী চেতনাতহে চকুচৰহাৰ দলে তাৰ নাম দিব সংশয়। মোৰ জীৱনলৈ কোনো শুভক্ষণৰ অচিন সম্ভাৱনা। নেজানোঁ, কি নাম দিয়া উচিত—এটা আধুনিক অসমীয়া প্ৰেমৰ গল্পনে, কোনোবা অচিন ছলনাময়ী লুক্ৰেজীয়া যে মোৰ এই সম্মুখ অচিনিৰ প্ৰতি উধাৰ লগা কৰ্ত্তব্য, সহানুভূতি, ইত্যাদিৰ প্ৰতি বিমুখ হৈ ঘৰচীয়া মেকুৰীয়ে চৰাই-চিৰিকতি ধৰি খেমালি কৰাৰ দৰেই মোৰ অচিন সম্ভাৱনাটোৱে,—বিটো মোৰ বাবে সম্প্ৰতি সবাতোকৈ কুঁৱলীৰে ভৰা মিঠা ৰহস্য—মোৰ মন সাময়িকভাৱে ধৰি ৰাখি আঁতৰি গুছি যাব? অপৰূপাৰ প্ৰতি আশংকাতো সুপ্ৰাচ্য নহ'ল। সেয়ে তাৰ নাম দিলোঁ—কি? বোধহয়, এয়া মোৰ মনৰ ছট-ফটনি নহয়। অৰ্থাৎ দুৰ্লভ প্ৰকৃতিৰ মানুহৰ উদ্বোধনী প্ৰজ্ঞান বাঞ্চিত বুলি দাবী কৰাৰ স্পৰ্দ্ধাও নাই। নামকৰণত মোৰ এটা সুস্থ আকাংক্ষা আছে—ইমানেই প্ৰস্তাৱনাৰ বাবে যথেষ্ট নহ'বনে?

মহৎ লোকেও কেতিয়াবা ৰূপহী দেখি চুপতি কৰিছিল। চকুৰে দেখিও আঙুলি নাকত ভৰাওঁ কেনেকৈ? সাফ্ কথাত কেনেকৈনো প্ৰত্যাহাৰ কৰোঁ। পিচত সিদ্ধান্ত ললোঁ যে এইসব মোৰ মনৰ দুঃচিন্তা। আচল কথা, মই যি বুজিছোঁ, ঠিকেই বুজিছোঁ, অৰ্থাৎ মই কৰি থকা আকাংক্ষাটো প্ৰতিহত হ'ব লগা আকাংক্ষা নহয়। কাৰণ মোৰ ইয়াত মিত্ৰৰ কুটুম্বৰ শুভেচ্ছা আছে। মা-দেউতাইয়ো সম্মতি জনোৱাৰ সম্ভাৱনা উজ্জ্বল।

কিন্তু কথাটো, মনৰ আচল খবৰ, আচল ঠাইলৈ প্ৰেৰণ কৰা যায় কেনেকৈ? সিদ্ধান্তটো ললোঁ, এই কাম মই নিজেই কৰিব লাগিব। মীনা [illegible] চিঠি আহিব আহিব বুলি [illegible] টেপল দি পৰ দিওঁতেই এই [illegible] ভৰি ঠেকেচা লাগিল, চকু বিষাল। বহুতো চিন্তা কৰাৰ [illegible] মনত [illegible] বুলি [illegible]। আৰু সেই [illegible] পৰামৰ্শমতেই [illegible] তলত উল্লেখ কৰা ধৰণে এটা [illegible] লিখি [illegible]:

"[illegible] [illegible] এজন [illegible] আছিল—[illegible] [illegible]

ব্ৰহ্মাক সুপ্ৰসন্ন কৰি বৰ লভিলে যে তেওঁ দেৱতাসকলৰ অবধ্য হ'ব। বৰ লভিয়েই তেওঁ ব্ৰজপুৰ নামে নগৰ এখন নিৰ্মাণ কৰিলে আৰু ব্ৰজপুৰৰ পৰা মাজেসময়ে ওলাই গৈ তেওঁ দেৱতাসকলক জোকাবলৈ ধৰিলে।

"অসুৰৰ শ্ৰীবৃদ্ধি হোৱাত দেৱৰাজ ইন্দ্ৰই ৰাজ্য যাব বুলি শ্ৰীকৃষ্ণৰ ওচৰ চাপিল। শ্ৰীকৃষ্ণই তেতিয়া অভয় দি ক'লে,—বজ্ৰনাভ দেৱতাৰ অবধ্য হ'লেও দেৱ-পুত্ৰ প্ৰদ্যুম্নৰ হাতত তাৰ মৃত্যু হ'ব। ব্ৰজনাভৰ প্ৰভাৱতী নামৰ ৰূপৱতী ছোৱালী এজনী আছিল। তাইৰ পণ আছিল স্বয়ম্বৰ পাতি কোৱৰ বাচি লব। কিন্তু দেশ দেশান্তৰৰ পৰা অহা কোঁৱৰ সকল বিফল হৈ লাজে অপমানে উভতি যাবলগাত পৰিল। শেষত কোনো নহাত পৰিল। প্ৰকৃততে প্ৰভাৱতীয়ে শ্ৰীকৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰ ৰূপ-গুণৰ গৌৰৱ শুনি, তেওঁতেই হিয়ামন সমৰ্পণ কৰিছিল। কিন্তু কেনেকৈ মিলন হ'ব, সেইটো ভাবিহে ওৰ নেপাইছিল।"

"এই ছিদ্ৰৰ সম্ভেদ পাই শ্ৰীকৃষ্ণৰ পৰামৰ্শমতেই ইন্দ্ৰ দেৱতাই হাঁহ এজাক কূটনীতিৰ চৰিয়া হিচাপে প্ৰভাৱতীৰ মনৰ বুজবাজ লবলৈ বজ্ৰনাভৰ অন্তেষপুৰৰ পুখুৰীলৈ পঠাই দিলে। শ্ৰীকৃষ্ণৰ পৰামৰ্শ অনুসাৰেই যথাবিধেয় কৰা হ'ল। হাঁহজাকৰ ভিতৰত প্ৰণয়ৰ দূতী স্বৰূপে কাম কৰিলে শুচিমুখী নামৰ হাঁহজনীয়ে। ছেগবুজি শুচিমুখীয়ে প্ৰভাৱতীৰ অন্তৰবো বুজ-বাজ ল'লে আৰু প্ৰদ্যুম্নৰো গুণ-গান কৰিলে। ক'লে যে— প্ৰদ্যুম্নক প্ৰভাৱতীয়ে ভাল পায় সঁচা; কিন্তু যি মুহূৰ্ত্তবে তেওঁ পণ কৰিছে, কি ভৰসাৰেই বা প্ৰদ্যুম্ন তেওঁৰ ওচৰলৈ আহে। প্ৰভাৱতীৰ দুৰ্বলতাৰ সুযোগ লৈ শ্ৰীকৃষ্ণ আৰু ইন্দ্ৰৰ পৰামৰ্শমতে শুচিমুখীয়ে বজ্ৰনাভৰ আগত ভদ্ৰ নামে নটৰ কথা ক'লে আৰু তেওঁৰ আচৰিত গুণাৱলী বখানিলে। বজ্ৰনাভৰ ভদ্ৰনটৰ প্ৰতি কৌতুহল হ'ল আৰু তেওঁক চাবলৈ বিচাৰিলে। পিতা-পুত্ৰী দুয়োৰে দূতী হিচাবে শুচিমুখীয়ে গৈ ইন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ কাষ পালেগৈ।

"এইবাৰ শ্ৰীকৃষ্ণৰ দৈৱিক মায়াৰ বলত বথাকপত প্ৰদ্যুম্নক প্ৰধান ভাৱৰীয়া ভদ্ৰনটৰ সাজ দি যদুবংশী ডেকা সকলক অন্যান্য ভাৱৰীয়াৰ বেশত সজাই ৰাজপুৰীলৈ পঠাই দিয়া হ'ল। ভাৱৰীয়া সকলৰ ভাও দেখি বজ্ৰনাভ অতিশয় আনন্দিত হ'ল।

ইতিমধ্যে প্ৰভাৱতীৰ মনৰ খবৰ লৈ শুচিমুখীয়ে নটবেশী প্ৰদ্যুম্নৰ

ওচৰত প্ৰভাৱতীৰ প্ৰণয় বাৰ্তাৰ জনালে। প্ৰদ্যুম্ন মায়াৰ বলেৰে মৌ মাখি এটা হৈ ফুলৰ মালা এধাৰিত খামুচ মাৰি ধৰি প্ৰভাৱতীৰ শয়ন কক্ষত প্ৰৱেশ কৰিলেগৈ। কাম-জ্বৰত প্ৰভাৱতী কাতৰ হৈ উঠিল। তেতিয়াই প্ৰদ্যুম্নই নিজ ৰূপ ধাৰণ কৰি আপোন পৰিচয় দিলে।

"এইভাবেই শুচিমুখীৰ জৰিয়তে শ্ৰীকৃষ্ণ আৰু ইন্দ্ৰৰ সহায়ত প্ৰভাৱতী আৰু প্ৰদ্যুম্নৰ শুভমিলন সম্ভৱ হ'ল।"

"আধুনিক যুগ বিজ্ঞানৰ যুগ। এই যুগতো আগৰ দিনৰ দৰেই প্ৰেম-বিৰহ, প্ৰেমানুভূতি বিৰল নহয়। সচৰাচৰ ঘটি থকা ঘটনা। আধুনিক অসমতো তেনে এক সাদৃশ্যসম্পন্ন প্ৰণয় কাহিনী শুনা যায়। উজনি অসমৰ ফালৰ ল'ৰা এটাৰো তেনে এটা কাণ্ডই ঘটিছিল। সেই ল'ৰাটোৰ নাম আছিল প্ৰদ্যুম্ন। আচৰিত হ'বলৈ কথা যে যিজনী ছোৱালীৰ প্ৰেমত পৰিছিল, তেওঁৰ নামো আছিল প্ৰভাৱতী।"

"ল'ৰাটো দেখাই-শুনাই, পঢ়াই-শুনাই আৰু স্বভাৱ চৰিত্ৰয়ো বেয়া নাছিল। বেচ বুদ্ধিমান ল'ৰা। নিজা বিদ্যাবুদ্ধি, লগতে ভাগ্যৰ বলতো অতি কম বয়সতে ল'ৰাটোৱে এটা দায়িত্বপূৰ্ণ চাকৰিত (চৰকাৰী) নিযুক্ত হ'ল। ওজন বাঢ়িল। তেনে সময়তে এদিন সি দেখা পালে প্ৰভাৱতীক অলপ সময়ৰ বাবে। আগেয়ে প্ৰভাৱতীৰ ৰূপ-গুণৰ কথা মিতিৰ-কুটুম্বৰ মুখে শুনিছে; কিন্তু সেইদিনা স্বচক্ষে দেখি বিভোল গ'ল। প্ৰভাৱতীয়েও প্ৰদ্যুম্নৰ গুণ-গান শুনিছিল। কিন্তু প্ৰদ্যুম্নই জানিবপৰা নাছিল যে প্ৰভাৱতীয়েও তাৰ প্ৰতি অনুৰক্তি প্ৰকাশ কৰেনে নকৰে! এনে আশংকা, কিজানিবা আগ্ৰহহীনতাই তাইক নিৰাশ কৰি থৈছে। পিচত যদিওবা তেওঁলোকৰ বিবাহ হৈছিলগৈ, বিবাহৰ আগত, এই প্ৰথম সাক্ষাতৰ এছোৱা সময় অপূৰ্ব্ব ঘটনা সমষ্টিৰে বৰ বৈচিত্ৰময় আছিল।

"আমি কথাতেই কওঁ, গোলাপ ফুল চিঙিবলৈ হ'লে গোলাপৰ কাইটলৈ ভয় কৰিব নেলাগিব। প্ৰদ্যুম্নই প্ৰভাৱতী নামৰ গোলাপ সদৃশ ছোৱালী-জনীৰ ৰূপ-গুণত মুগ্ধ হ'ল সচা; কিন্তু গোলাপ ফুল চিঙিলে বিন্ধে কাইটেও বিন্ধে, তেনেকৈয়ে প্ৰদ্যুম্নৰ সন্মুখতো বহুতো আশংকাই কাইট হৈ থিয় দিলে। সৰ্ব্বসাধাৰণতে যিটো দেখা যায়, আঠাইশবছৰ ত্ৰিশৰ ভিতৰত বিয়া কৰাব লাগে—ল'ৰাৰ ক্ষেত্ৰত। ছোৱালীৰ কমেও বিশ বছৰ হোৱা উচিত। কিন্তু যি বয়সত প্ৰদ্যুম্নই সংগোপনে প্ৰভাৱতীৰ প্ৰতি

ম্ৰিয়মান চালি দিছিল, তেতিয়া তাৰ বয়স মাত্ৰ পঁচিশ বছৰ। এই কথাটো প্ৰথম সাক্ষাতত প্ৰভাৱতীয়ে জানিব পাৰিছিল। নিজ কাণেৰে শুনিছিল যেতিয়া প্ৰদ্যুম্নই বৰ দেউতাকৰ আগত দহ হেজাৰ টকাৰ জীৱন বীমাৰ আঁচনি এখনৰ কথা ঘোষণা কৰিছিল। এই বয়সৰ কথাটোৱেই প্ৰথমে আহি প্ৰদ্যুম্নক বেচিকৈ দিগদাৰী দিলে। কাৰণ, অলপ দিনৰ আগতে বায়েকে তাক কৈ থৈ গৈছে যে এতিয়া বিয়া পতাৰ নাম ল'লে মানুহে তাক হাঁহিব—ইমান সকতেইনো বিয়া পাতেনে? তাৰোপৰি বিয়া পাতিব পৰাকৈ টকাও জমা কৰিবলৈ শিকা নাই। আগৰ ধোঁৱাখলীয়া স্বভাৱটো এৰিবলেই বিপদ। তাৰ দয়া পৰৱশতাক আঘাত কৰা হ'ব। আশাশুধীয়া মানৱতা স্থূলও হৈ যাব পাৰে। কথাটো এনেকুৱা হ'লগৈ—প্ৰেমত পৰিল সচাঁ কিন্তু প্ৰভাৱতীৰ লগত কেনেকৈ মিলন হ'ব তাৰহে যেন কোনো ওৱাদিহ নেপালে—"হৃদিমে বৰ্ত্ততে নিত্যম প্ৰভাৱতী ঃ খলু সত্তমে। হেতুঃ স নাস্তি ব্যাস্তেন যথা মম সমাগমঃ॥"

"ছিদ্ৰৰ সন্ধেদ দিব কোনে? পাৰ্থ সাৰথি হ'ব কোন? শ্ৰীকৃষ্ণক পাব ক'ত? বিজ্ঞানৰ যুগ, শচীমুখীৰ প্ৰয়োজন আছিল, হাঁহে কথা নকয়।"

"প্ৰভাৱতী থাকে মহানগৰীৰ কোনো এক ছোৱালী কলেজৰ ছাত্ৰীবাসত। অধীক্ষকৰ কেনা চকু, অনুশাসন চলিছে তাত। লগ কৰাৰ পথ বন্ধ। আদৰ্শৰ, নীতিৰ প্ৰতি শ্ৰদ্ধা আছে, সেয়ে নানাবিধ অন্তৰ্দ্বন্দ্ব আছেই। তাৰোপৰি প্ৰদ্যুম্ন ল'ৰাটো হ'ল যেলেগা ধৰণৰ। মান, সন্মান, আত্ম-সচেতনতা প্ৰশ্নটোকো সাঙুৰিব খোজে, পাতল হ'ব নোখোজে। অথচ অন্ত-ৰ্দ্বন্দ্বৰ মাজতো প্ৰিয়তমাক লগ কৰিব নোৱাৰাৰ বিৰহত ৰাতি টোপনি কটি।

"হেলেইহাই প্ৰিয়তমাক লিখিছিল—I will withhold my hand from writing whenever I am unable to control my words—অৰ্থাৎ মই যেতিয়া ভাষা সংযত কৰিব নোৱাৰিম তেতিয়া মই তোমালৈ লিখিবলৈ এৰিমেই। হেলেইহাই ভাষা সংযত কৰিছিল বাবে লিখিব পাৰিছিল; কিন্তু আমিজ, ভাষা সংযত কৰিও প্ৰদ্যুম্নই প্ৰভাৱতীলৈ মনৰ এখন চিঠি লিখিব নোৱাৰে। লিখালিখা অধীক্ষকৰ হাতত পৰিলে—ফেৰ হৈ যায়; লিখালিখা স্বয়ং প্ৰিয়তমাৰ আগতেই ফেৰ হৈ যায়।

"সংগোপনে প্ৰেমতত্ত্বৰ পৰিচয় দিবলৈ যাওঁতে প্ৰদ্যুম্নৰ দোস্ত শুচিস্মুখী নামৰ হাইজনীয়ে প্ৰভাৱতীক কৈছিল—'হে জাহ্নৱী, ভয়াতুৰে দিনে দিনে যৌৱনৰ কাল উকলি যায়। যিটো দিন পাৰ হয়, পানীৰ সোঁতৰ দৰে, সি উভতি নাহে। তুমি সয়ম্বৰ পণ কৰিছা সঁচা, কিন্তু লাজ অপমানৰ ভয়ত কোন তোমাৰ ওচৰলৈ আহিব? তুমি প্ৰদ্যুম্নক ভাল পোৱা, কিন্তু কি সাহ আৰু ভৰসাৰেই বা তেওঁ তোমাৰ ওচৰলৈ আহিব?' উত্তৰ স্বৰূপে প্ৰভাৱতীয়ে কিবা কৈছিল। বিজ্ঞানৰ যুগৰ নিমাতী কন্যা প্ৰভাৱতীৰ কথা ক'বলৈ শুচিস্মুখীও যে নাই।

"অৱশেষত প্ৰদ্যুম্নৰ বুদ্ধিমান, সৃষ্টিশীল মনত বিজ্ঞানে শ্ৰীকৃষ্ণও হে ভূমুকি মাৰে। বহু চেষ্টা আৰু সৎ অধ্যৱসায়ৰ মূৰত নিজৰ সৃজনী প্ৰতিভাৰ পৰিচয় পালে প্ৰদ্যুম্নই। যিটো সূক্ষ্মানুভূতি-প্ৰৱল, স্পৰ্শকাতৰ যন্ত্ৰ (ইলেক্ট্ৰনিক) সি সাজি উলিয়ালে—সি তাৰ নাম থলে—'শুচিস্মুখী'। আৰু এদিন সংগোপনে কায়দা কৰি যন্ত্ৰটো ওৰফে 'শুচিস্মুখীক' প্ৰভাৱতীলৈ উপহাৰ স্বৰূপে পঠাই দিলে। যন্ত্ৰতো এনে আছিল যে—ই মানুহৰ হৃদয়ৰ সঁচা গোপন আবেগ অনুভূতিৰ ফলত উদ্ভৱ হোৱা তৰংগৰ আঘাত পালেই (ক) অনুকূল অৱস্থাত সংশয় আৰু আশংকা মিষিমূৰ কৰি (খ) নাইবা প্ৰতিকূল অৱস্থাত সংশয় আৰু আশংকা মিষিমূৰ নকৰাকৈ প্ৰেৰকৰ সকলো যন্ত্ৰৰ মাজলৈ ঐক্য সম্বন্ধ কৰে, যাৰ প্ৰকৃত প্ৰতিক্ৰিয়া ধৰা পৰে গ্ৰাহকৰ লগত মজুত থকা যন্ত্ৰৰ লগৰ বিশেষ অবিচ্ছিন্ন অংশত। এই অংশত যি তৰংগৰ সৃষ্টি হয়, সি প্ৰেৰকৰ অনুভূতিৰ যথাযথভাৱে প্ৰতিক্ৰিয়াৰ সূচনা কৰে। এইভাৱেই গ্ৰাহকে বিশেষ জনৰ গোপণ আবেগ-অনুভূতিৰ যথাযথ প্ৰতিক্ৰিয়াৰ সন্ধান পাব পাৰে। বিশেষ জনৰ মনৰ ঋণাত্মক সহযোগত যি ধৰণৰ প্ৰতিক্ৰিয়াৰ সংকেতৰ সৃষ্টি যন্ত্ৰটোত হয়, ধনাত্মক সহযোগত অন্য ব্যতিক্ৰম প্ৰতিক্ৰিয়াৰ সংকেত সৃষ্টি হয়, যিটোৰ পাৰ্থক্য গ্ৰাহকৰ জনা থাকে। প্ৰদ্যুম্নই সাজি উলিওৱা এই যন্ত্ৰৰ লগত, যন্ত্ৰৰ চালন প্ৰক্ৰিয়া, বিভিন্ন অংশ কেনেভাৱে পৰিচালনা কৰিব, যন্ত্ৰৰ উদ্দেশ্য কি, কি অৰ্থত ইয়াক ব্যৱহাৰ কৰা যায়, ইত্যাদিৰে উদ্দেশ্য প্ৰণোদিতভাৱে কায়দা কৰা এখন পত্ৰিকাও দিয়া হ'ল।

প্ৰথম অৱস্থাত ছাত্ৰীসকল মেৰাপানীসকলৰ ঘৰতকৈ একো উলা-মলা বিচাৰি নেপালে। বিজ্ঞানৰ আটাইবোৰ শাখাতে, বিভিন্ন ধৰণে নিৰ্ভীক-

মোহাৰি চালে। পত্ৰিকাৰ নিয়মানুযায়ী পৰিচালনা কৰিও চালে, কিন্তু সকলো অল্পনা কল্পনা, আন্তৰিকভাবে প্ৰিয়তমাৰ নামত কৰা গোপন সংবাদ অথলে গ'ল। কেনেবাকৈ কথাটো গৈ অধীক্ষকৰ কাণত পৰিলগৈ। অধীক্ষকেও একো টঙা-নলা উলিয়াব নোৱাৰিলে। প্ৰভাৱতীক সোধা হ'ল,— যন্ত্ৰটো কেনেকৈ আহিল, ক'ৰ পৰা আহিল, কোনে দিলে? একো উত্তৰ দিব নোৱাৰিলে প্ৰভাৱতীয়ে। কোনোবা অপৰিচিতে আহি ছাত্ৰীবাসৰ চকিদাৰৰ হাতত দি গ'ল এটা টোপোলা আৰু কৈ গ'ল প্ৰভাৱতীৰ নাম। যন্ত্ৰটোৱে একো বিশেষ কাৰ্য্য সম্পাদন কৰিব নোৱাৰাত সি যি কৌতুহল আৰু চাঞ্চল্যৰ সৃষ্টি কৰিছিল, তাক ক্ৰমান্বয়ে হেৰুৱাই পেলালে। এদিন দেখা গ'ল, সি মকৰা জাল, ধূলি-বালি আদিৰে আবৃত হৈ প্ৰভাৱতীৰ বিচনাতলত স্থান পাইছে। কথাটো বাৰু কেনেকুৱা হ'ল? বহুমূলীয়া সোণ বোকাত পোত গ'ল নেকি? যন্ত্ৰটোৰ তড়িৎকোষবোৰ একা?

"দিন পাৰ হৈ যাবলৈ ধৰিলে। কালক্ৰমত এদিন প্ৰভাৱতীয়ে ছাত্ৰীবাসৰ নিজ কোঠাত অকলশৰীয়াকৈ থাকিবলগাত পৰিছিল। লগৰ বান্ধৱীজনীয়ে হঠাতে এখন চিঠি পাই ঘৰলৈ যাবলগাত পৰিছিল। কিবা হেনো বিয়াৰ কথাত। ভাল লৰা এটা আহিছে, সেয়ে ঘৰৰ পৰা খবৰ আহিছে, ততা-তৈয়াকৈ যাব লাগে। একেদিনাই অন্যবান্ধৱীৰ লগত আবেলি মহানগৰীৰ ব্যস্ত বজাৰ অঞ্চলৰ ফালে যাওঁতে প্ৰভাৱতীয়ে অকস্মাতে, অভাৱনীয় ভাবে প্ৰদ্যুম্নক দেখা পালে। লৰাটোক যেন তাই চিনি পাইছে, লৰাটোৱেও যেন তাইক চিনি পাইছে। অথচ এক বুজাব নোৱাৰা সীমাহীন অভিমানত যেন তাইৰ পৰিচিত এজন পুৰুষ চল কৰি আঁতৰি গুচি গ'ল। কিবা হয়তো চৰকাৰী কামত মহা নগৰীলৈ আহিছিল। চকুৰে চকুৰে এই দ্বন্দ্ব, ক্ষন্তেক মাত্ৰ।

"পুনশ্চ যেন প্ৰভাৱতীৰ মন প্ৰাণ হেৰাই যোৱা প্ৰদ্যুম্নই অধিকাৰ কৰিব খুজিলে। ৰাতি নিৰ্জ্জনতাত, বান্ধৱীৰ অনুপস্থিতিত কিয় জানো বাৰে বাৰে তাই প্ৰদ্যুম্নৰ কথাই স্বতঃস্ফূৰ্ত্ত ভাবেই ভাবিবলৈ আৰম্ভ কৰিলে। অপূৰ্ব্ব দুশ্চিন্তাত প্ৰভাৱতী কাতৰ হৈ উঠিল। কিবা এটা অদৃশ্য শক্তিয়ে যেন তাইৰ মন প্ৰাণ প্ৰদ্যুম্নৰ কাষলৈ টানি নিব খুজিলে। তাইৰ মনৰ ভিতৰত সংৰক্ষিত সৌন্দৰ্য্যৰ সকলো পদ, অহংকাৰ যেন কিবা এটা বৈষম্য দোষত নিঃশেষ হৈ যাবলৈ ধৰিলে। অদ্ভুত ভাবে তাইৰ বুদ্ধি

সক্ৰিয় হৈ উঠিল। বিচনাৰ পৰা তাই তৎপৰতাৰে নামিল। আৰু বিচনাৰ তলৰ পৰা সেই বহুদিনৰ আগেয়ে অনাদৰ কৰি পেলাই থোৱা যন্ত্ৰটো উলিয়াই তাক পঢ়া টেবুলৰ ওপৰত প্ৰতিষ্ঠা কৰিলে। তাঁড়ৎ কোষবোৰ বেয়া হৈ গৈছিল। তাই নিজৰ গাকৰ তলৰ পৰা টৰ্চটো উলিয়াই, তাৰ কোষবোৰ যন্ত্ৰটোত লগাই দিলে। লগে লগে যেন তাই সচকিতও হৈ উঠিল। ই কি! কোঁ, কোঁ কৈ সেইটো কিহৰ শব্দ? এটা দেখোন চিনাকি কণ্ঠ। কোন, কোন তুমি? প্ৰভাৱতীৰ সকলো বোধগম্য হ'ল। এইটো প্ৰদ্যুম্নৰ কণ্ঠস্বৰঃ 'হে সুন্দৰী, লাজুকী প্ৰিয়তমা, ভয়ত বা অহংকাৰত যৌৱনৰ কাল উকলি যায়, যিটো দিন পাৰ হয় পানীৰ সোঁতৰ দৰে, সি উভতি নাহে। কি পণ ধৰিলো তুমি মোৰ চকুৰ, মিতিৰ কুটুম্বৰ আলোচনাৰ ভাষা শুনিও মৌন হৈ আছা? তুমি কিয় মৌন হৈ আছা অতদিনে মই বুজিব পৰা নাই। লাজ অপমানৰ ভয় তুমি ভালপোৱা বুলি নেজানিলোঁ। কি মৰসাহ লৈয়ে বা মই তোমাৰ কাষলৈ আহোঁ।' এইবাৰ প্ৰভাৱতীৰ আবেগ আৰু আশংকাই পাৰ ভাঙিব খুজিলে। সংযত মুহূৰ্তবোৰত তাইৰ এটা নিৰ্ভুল উপলব্ধি হ'ল– অতদিনে, অতদিনে কি হৈ আছিলোঁ!"

সাংস্কৃতিক মানৱৰ লক্ষ্যৰ স্বাৰ্থত আজিৰ দুদিনৰ এবিধ একঘৰী বণৰ এটা ডাঙৰ সম্ভাবনা লক্ষ্য কৰা অথচ কবিতাৰ সমালোচকৰ দ্বাৰা অৱহেলিত (অস্বীকৃত) মোৰ এজন প্ৰগতিশীল বুদ্ধিমান বন্ধুৱে মোৰ এই গল্পটোত ঘাম আৰু শ্ৰমৰ স্থূল গোন্ধ নেপাই নিশ্চয় মোক স্থূল প্ৰেমিক বুলি ঘোষণা কৰিবলৈ চেষ্টা নকৰিলে যদিও ক'লে—"সমাপ্তিত বক্তাৰ কিবা কব লগা নিশ্চয় থাকিব লাগিব?"

মই উত্তৰ দিলোঁ—"গল্পৰ সমাপ্তিত মোৰ অৰ্থাৎ এই বক্তাৰ একো বিশেষ বক্তব্য নাই। মুঠ কথা, হৃদয়ত, মগজুত, সচাঁ আন্তৰিকতাৰে সম্ভাৱনাময়, অপৰূপা এটা অৱসম্বন জুটিছে, কেনেকৈনো প্ৰত্যাহাৰ কৰোঁ?"



# অৱসৰৰ স্বভাৱ

মটৰৰ শব্দ শুনিলেই চেঙেলীয়া ল'ৰাবোৰে "দৰা আহিলে" "দৰা আহিলে" বুলি হুলস্থূল লগাই দিয়ে। ফলত কন্যাঘৰীয়া ছোৱালীবোৰৰ, যি কেইজনী 'বুদ্ধিমতী' ছোৱালীৰ নিজকে সজাই লোৱাৰ ইচ্ছা, সিহঁতে খং জড়িত ক্ষোভ আৰু অসুবিধা—এই দুই প্ৰধান আক্ৰমণত প্ৰতিহত হোৱাৰ উপক্ৰম কৰে। সাজ-সজ্জা কৰি অ'তোৱা ভালকেইজনীয়ে ইতিমধ্যেই খুঁত লাগে বুলি পলাই ফুৰিছে; জানোচা, দময়ন্তীৰ মাকে ঠেহেৰু ঠেহেৰু কৈ জাৰি দিয়ে: "সোৰোৰ বন তাতে পাঁৰ আছে, তহঁতে গা দেখুৱাবৰ হ'লেহি। ঘৰৰ বোৰে নকৰিলে কি দৰাঘৰীয়া বোৰক কামত লগাবি নেকি? কাম কৰিবলৈ পাওঁ বুলি সাজি-কাচি তহঁত পলাই ফুৰিছ......" দময়ন্তীৰ মাকৰ মাত শুনিলেই সেয়েহে এতিয়ালৈকে সজাব নোৱাৰা কেইজনীয়ে ভাবি থকাতেই তাপ মাৰে। মনৰ মাজত তেতিয়াও উতলা পানীৰ দৰে খং আৰু অভিমানৰ যুগ্ম ক্ৰিয়া চলি থাকে। পানী খাওঁতে কেনা লাগিলে যেনে ভাবে পানীয়ে ডিঙিত গৈ খুন্দা মাৰি উশাহ-নিশাহ বন্ধ কৰি দিব খোজে; ঠিক তেনেকৈ যেন সিহঁতকো হিপ্‌ গিলোঁতেই ডিঙিৰ ভিতৰ ফালে কিবা এটাই অবিৰাম খুন্দিয়াব লাগিছে। তথাপি সিহঁতৰ দুই এজনীৰ কৌতূহলৰ উত্তৰত কন্যাৰ ভনীয়েক মীনাই ব্যস্ততাৰ মাজতো কবলৈ নেপাহৰে—চেঙেলীয়া ল'ৰামখাক জানো তহঁতে দেখা পোৱা নাই কেনেকৈ চাৰিওফালে পিত পিতাই ফুৰিছে। কেনেবাকৈ ভাঙে বুলিয়েই দেউতাই আয়নাখন গোদাম ঘৰত তলা লগাই থৈছে। তহঁতে বেয়া নেপাবি ভাই! দেখাকৈ বেয়া নেপালেও, মীনাই নেদেখাকৈ সিহঁতে বেয়াই পাইছে: কাৰণ মীনাই যে পুৰা ফাঁকি মাৰিছে সিহঁতে বুজি নোপোৱাতো মূৰ্খামি হ'ব। কেইজনীমানে ঠেহপাতি কৈয়েই দিলে, কাম নকৰে। পিচত মীনাই বুজিব পাৰি চুপকৈ তলাটো খোলি দিলে......।

"হয়নে হেৰা! এই ড্ৰেচিং টেবুলখন সো গোদাম ঘৰতে ভৰাই কাপোৰ এখনেৰে ঢাকি থওঁ। আমাৰ গাঁৱৰ ছোৱালীবখা বিহে উঠিছে আজিকালি, সেইখন পালে কাম-বন আৰু নহ'ব। খালি পাকে পতি সাজটো হ'তহে চাৰগৈ।"

"ভালো! আপোনাৰহে কথা, থয় যদি থওক গৈ।"

এইটো ৰৱদেউতাৰ হিচাপ। আজিকালি বিবোৰ ছোৱালী উঠিছে একো কৰই নোৱাৰি, তিতিৰি তুলা। কিবা ক'লেই অভিমান কৰিব; ওফোন্দ পাতিব; ঠেহপাতি বিয়াঘৰত মিছাতেই হুৰা-দুৰা লগায় অমংগল চিন্তিব।

তথাপিতো কেনেবাকৈ সিহঁতে গম পালে। ইচ্ছা কৰিয়েই মীনাৰ দেউতাকে ড্ৰেচিং টেবুলখন আয়নাসহ গোদাম ঘৰত তলা লগাই থৈছে। ছোৱালী আৰু আয়না—ইয়াতকৈ বাহুল্য কৰাৰ প্ৰয়োজন নাই।

বিয়া বুলিয়েই ৰৱদেউতাই সৰু চাইজৰ দুখন আয়না কিনি আনিছিল। এনেয়ে সিহঁতৰ কুটুম্ব ঢেৰ। সেই হিচাপে সম্পৰ্কীয়ও ঢেৰ, আলহী দুলহীকো দৰকাৰ হয়। কামত আহিব। কিন্তু পিচত ছোৱালীহঁতৰ কথা-কাণ্ডৰ পৰা বুজা গ'ল যে সেইবোৰে হেনো নুহুজে। মুখখন চাবলৈকে নহয়। দেহৰ আনুষংগিক আকৰ্ষণবোৰবোতো এটা জিলিকা, 'চকুত চাঁত মৰা' ৰূপ লাগে। অৰ্থাৎ ডাঙৰ আয়না লগা ড্ৰেচিং টেবুলখন নহ'লে, ঘৰত ভগা আয়নাৰ টুকুৰা এটা লৈ মুৰ আচোঁৰা ছোৱালীজনীয়েও "অই মীনা তহঁতৰ ড্ৰেচিং টেবুলখন ক'লৈ গ'ল অ' " বুলি কথা শুনাই শুনাই মীনাৰ ভাগকৰা কাণৰ পৰ্দাখন এনেয়েই কঁপি থকা কৰিলে। বেচেৰী মীনাই বাৰু কি কৰিব!

চাৰিওফালে খদমদম লাগিছে। অলপ পিছতে দৰা আহি পাবহি, চাৰে আঠ বাজিলেই। এইখন বিয়াত চকলং নকৰে। ৰৱদেউতাই ঠিক কৰিছে। কাৰণ ডাঙৰ বাইদেউ বীণাৰ বিয়াত চকলং কৰা হৈছিলেই। এতিয়াৰ কন্যা বীণা—মীনাৰ বায়েক হ'লেও আমাৰ জেনেহটো কোনো গুণেই কম নহয়। গাঁওকে দৰা আহিব বুলি জানি আমাৰ মনত ৰেখা লাগিছে। মনবোৰ খোৱা হৈছে। আমি মিতিৰ কুটুম্ববোৰে প্ৰায়বোৰেই কিবা কামৰ অজুহাত দেখুৱাৰ চলেৰে কন্যাৰ ওচৰত একোবাৰ ভুমুকি মাৰিছো। গাঁৱৰ ছোৱালীবিখাতকৈ আলহী ছোৱালীবিলাকেহে কন্যাক বেঢ়ি

ধৰি আছে। হাঁহিৰে কথা কৈছে, কোনোবাই উচুপিছে, কোনোবাই বোন্দা লাগি বহি আছে। হাঁহি-অমাচা-বিষাদ আটাইবোৰ মিলি নতুন ৰঙীন ভাৱৰ, কল্পনাৰ বোধত হেপাহৰ ঘৰ্ষণ। বীনা বাইদেউৰ চকুৰ কোণেদি চকুলো সেই তৌত্বিয়াৰ পৰাই বাগৰি আছে—এটোপ দুটোপকৈ।

তথাপি গাঁৱৰ ছোৱালীহঁতৰ মন নুকুমলিল। ছোৱালীৰ স্বভাব-সুলভ ঈৰ্ষা—মুখত পিন্ধা এপাত থাক। কামবনবোৰো সিহঁতেই কৰিব আৰু এই দৰা আহিবৰ পৰতো লেতেৰা-পেতেৰা হৈ লোকৰ আলপৈচান ধৰিব লাগিব সিহঁতেই। এনে হ'ব নোৱাৰে। অন্ততঃ এনে হ'বলৈ দিব নোৱাৰি। হ'বলৈ দিলে সিহঁত আবৰ্জনা হ'ব। এনেয়েই লেতেৰা-পেতেৰা কাপোৰ পিন্ধি আছে। নগৰীয়া অপেক্ষৰী কেইজনীয়ে আলহী আলহী বুলিয়েই সাৰি গৈছে। উঠিবকে নোখোজে। উপায়ন্তৰ গাঁৱৰ ছোৱালী বোৰৰ শেষান্তৰত প্ৰধান অভিযোগ হ'ল—ঠিক আছে, সেইবোৰ নাই, নাই থাক; কিন্তু যি পিন্ধিছে তাকে সজাই পৰাই লবলৈ ·· ··· অন্ততঃ এখন ড্ৰেচিং টেবুলৰ খুব প্ৰয়োজন। সৰু আয়না মুঠ চাৰিখন, দুখন নতুন, দুখন পুৰণি। তাৰে এখন অলপ ডাঙৰ; সেইখন কন্যা বীনাৰ বাবে, সাজ-সজ্জা চাই থাকিবলৈ। বাকী তিনিখনো আলহী ছোৱালী কেইজনী আৰু নগৰীয়া ছোৱালীৰ দয়া পাবৰ আশাৰে সিহঁতক তোষা-মোদ কৰি থকা ছোৱালী কেইজনীয়েই বান্ধি ৰাখিছে। অৱশ্যে দময়ন্তী হঁতে 'ষ্ট্ৰাইক' কৰিলে যুক্তিবোৰ সহজে খণ্ডিত কৰিব পৰা নেযাব। ভাগ্য ভাল সিহঁতে 'ষ্ট্ৰাইক' নকৰি মীনাৰ কাণতেই 'চেলেঞ্জ' দিলে। সিহঁতক এতিয়া পাই কোনে?

গোদাম ঘৰৰ আহল বহল আয়নাত গোটেই দেহ চাই সকলো তন্ময়। শকুন্তলা হৈ নিজৰ ৰূপত নিজেই বিভোৰ—কোনোবা অচিন ৰাজ্যৰপৰা 'ৰাজকুমাৰ আহক মন' 'দুষ্যন্ত আহক মন' প্ৰণয়-আতুৰ। কষ্ট কৰাৰ ফল—এৰা, সেয়ে বহুত ভাবিবৰ ওলাইছে বল।

দময়ন্তী এইটো দলৰ নেত্ৰী। তাই আহি সকলো নিৰ্দেশ দিছে। সিহঁতৰ লগৰ বিনীতা তৌতিয়া তালৈ যোৱা নাই। তাই বোধকৰো দময়ন্তীৰ মাকৰ লগত দৰাঘৰীয়াৰ খোৱা-বোৱাৰ জা-যোগাৰ কৰি আছে।

দময়ন্তীৰ মাকে প্ৰতিটো কথাতেই বিনীতাক শলাগে। আনকি নিজৰ জীয়েকে তাইৰ কেঞা আঙুলি এটাৰো জোৰ নেপাই বুলি কটাক্ষ কৰে। আচল কাৰণাত অৱশ্যে সমুহীয়াকৈ মৰা হয়।

দময়ন্তী ঈৰ্ষাত জ্বলি উঠিল।

ইতিমধ্যে দৰা আহি পালে। মীনা তৎপৰ হৈ উঠিল। গেইটৰ কাষত নতুন ভিনীদেউক আদৰিব লাগিব। ক্ষন্তেকতে সকলো তৎপৰ হৈ উঠিল। হঠাতে যেন খিৰাঘৰলৈ এটা চিনাকি মুখৰতা আহিল।

দময়ন্তীয়ে নগৰীয়াহঁতৰ লগ লাগি চঞ্চলতাৰে ইটো সিটো চাবলৈ ধৰিলে। দুৱাৰ মুখত, খিৰিকিৰ মুখত, বয়োজ্যেষ্ঠ দুই এজনৰ গালি গালাজক নেওচি দৰাঘৰৰ পৰা অহা 'ধুনীয়া ধুনীয়া' ডেকাহঁতৰ আশেদি ওলোৱা সোমোৱা কৰিবলৈ লাগিল আৰু মীনাৰ লগত গেইটলৈ গ'ল। নতুন ভিনীহিক চোৱাৰ চলেৰে সিহঁতে চালে—কোনোবা ৰাজকুমাৰ? মুখ টিপি সিহঁতে চকুৰে হাঁহিছে। ভৰপূৰ যৌৱনৰ সংহাৰিত সিহঁত প্ৰায়-বোৰেই হালিছে, জ্বলিছেঃ প্ৰিয়তম লাগে।

বিনীতা তেতিয়াও ভিতৰত। একান্ত বাধ্য ছাত্ৰীৰ দৰে তেতিয়াও তাই ভিতৰত প্ৰয়োজনীয় ইটো সিটো কৰি আছে। মই লক্ষ্য কৰিছোঁ মোৰ বেয়া লাগিছে। আবেগত মই পাৰ ভাঙিব খুজিছোঁ। বাহিৰত মোৰ যেন মন নাই। আৰু একোৰত দময়ন্তীহঁত, নগৰীয়া ছোৱালীহঁত, ভিতৰলৈ সোমাই আহিল। বিনীতাৰ কাষত মোক দেখা পাই অথবা তাইৰ বাবেই সিহঁতে মাকৰ গালি গালাজকো মুৰেপাতি লব লগা হোৱা বাবে, কোনো প্ৰসংগ নাই, কৈছে—'আমাৰতো ইঞ্জিনীয়াৰ দৰা নাই, নিৰিচবাকৈ হৈ যাব। কাম কৰি দেখুৱাই নাম কিনিব খুজিছে আৰু', বুজা নাই।

এই খিনিতে দময়ন্তীৰ মাক আৰু বিনীতাৰ এটা পৰিচয় দিওঁ। বিয়াঘৰত আচলতে দুজনীয়েই কামিলা তিৰোতা আছে। এজনী হ'ল দময়ন্তীৰ মাক, আনজনী বিনীতা। বিনীতা গাভৰু, পাট গাভৰু। এই বছৰ মেট্ৰিক পাচ কৰিছে। ধনৰ অভাৱত পঢ়াশুনা কৰিব নোৱাৰি ঘৰতে বহি আছে। মাকে ককায়েকে দৰা বিচাৰি আছে। হওঁতে সোপোৱা নহয়।' বিনীতাই সব নাকচ কৰিছে। আন নহলেও বিনীতাৰ ৰূপ লাৱন্য আৰু প্ৰায় সব দিশতেই থকা দক্ষতাই এনে দাবীও কৰিব পাৰে যে য'ত মোৰ প্ৰতি থকা বিনীতাৰ দুৰ্ব্বলতাৰ এটা ওজন আছে। কিন্তু সিহঁতৰ দাৰিদ্ৰই সেই দৃষ্টি ঘুৰাব পৰা নাই। বিনীতায়ো সেৰেহে নীচাখিকা ভাব এটা আছে। দময়ন্তী বিনীতাতকৈ এবছৰ ডাঙৰ। পঢ়াশুনাত বেয়া।

এইটোলৈকে পাটৰ স্কুল এৰি দিলে। তাইৰে মাক গাঁওখনৰ ভিতৰতে কামিলা তিৰোতা। ফলত ঘৰখন ওভৈনদী। পথাৰৰ ধানে সিহঁতৰ কাম দেখি হাৰ মানে, লখিমীয়ে মোৰ বোলে।

এই দুজনীয়েহে আচলতে দপদপাই ফুৰিছে। কিন্তু বাকীবোৰে কাম কৰা নাই বুলি ক'লে মিছা মতা হ'ব। এই সময়ত স্বাভাৱিকতে সবেই সাজি-কাচি ওলাবৰ মন কৰে, আমি ল'ৰাবোৰেও দেখোন বিনীতাৰ নিচিনা ছোৱালীৰ সপোন দেখোঁ, আমিও দেখোঁন সাজি-কাচি ওলাওঁ— দময়ন্তীহঁতৰ পাৰ্টিটোৱে এইবাৰ মোক 'কাট' মাৰিলে। এই কি কয়? হাঁহি উৰাই দিলোঁ। কাৰণ বিনীতাৰ দুৰ্বলতাক প্ৰশ্ৰয় দিয়া কথাটো মিছা নহয়। ভাল লাগে তাইক।

এটা সময়ত বিয়াঘৰৰ জৰুৰী, গুৰুত্বপূৰ্ণ ব্যস্ততাৰ মাজতে বিনীতাই কান্দিছিল, কান্দিছিল লগৰ ছোৱালীবোৰৰ বাবে। আগেয়েই কৈছোঁ তাইৰ কাম-কাজ দেখি সকলোৱেই তালৈ লক্ষ্য কৰিছে। দুই এগৰাকী নিমন্ত্ৰিত ভদ্ৰ মহিলাই বোৱাৰী কৰাৰ কথাও হয়তো ভাবিছে। এনে সময়ত সেয়েহে আমাৰ ঘৰৰ মানুহবোৰে 'বিনুৰ নো হঠাতে কি হ'ল' বুলি ওলাওঁতে সোমাওঁতে কোৱা-কুই কৰিছে। পিচত জনা গ'ল যে তাই কান্দিছিল। লগৰ ছোৱালীবোৰৰ বাবেই। সিহঁতেই তাইৰ লগৰীয়া, সখি। সিহঁতেই যদি মাত-বোল বন্ধ কৰে তেনেহ'লে বিয়াৰ খন্তেকীয়া ফুৰ্ত্তি গলে কাৰ লগত কথা পাতিব? কাৰ লগত ফুৰিব? জানিব পাৰিলোঁ দময়ন্তীহঁতে তাইক 'কাট' মাৰিলে। বিনীতাৰ দৃষ্টিত কাৰুণ্য মোৰ ফালে হালিছে। ধৰি ললোঁ সিহঁতৰ গাত 'কচু' উঠিছে।

কথাটো ৰজন-জনাই যোৱাত কেনেবাকৈ দময়ন্তীৰ মাকৰ কাণতো পৰিলগৈ। দময়ন্তীৰ মাকৰ মুখ খুলিল; কথাত সকলোবোৰ ছোৱালী থকা থককা হ'ল। বীনা বাইদেউৰ কাষৰ পৰা সকলোবোৰ ছোৱালী উঠি আহিল। আনকি পিচফালে ৰভাৰ টুৱেনটি নাইন খেলি থকা চাহ বনোৱা ল'ৰাকেইটাও ছোৱালীবোৰৰ পিচফালে ঠেৰো-পেঠো কৰি থাকিল। দময়ন্তীক মাকে কাণ-মুচৰা এটাও দিলে। যেয়ে হলেও থাকক ছোৱালী। তাই বৈ থব পাৰেলৈ। "ছোৱালী এনে আৱন্ধ্যা হ'ব পাৰে নে? তহঁতে কাম নকৰ নকৰ, কনাজনীক নিন্দা কৰিছ কিয়? বিনীতাৰ জোৰ পাৰি

তহ'তে"—কথা কেইষাৰে কাম নকৰা, ইফাল সিফাল কৰা অথবা কেৱল সম্বন্ধ ছোৱালীসোপাকে বিন্ধিলে।

আচহুৱা পৰিবেশত কেনেবাকৈ এই সোৱাদ পাই দৰাঘৰীয়া মানুহেও গুনা-গাথা কৰিলে। বিনীতা অকস্মাতে ক'ত লুকাল জানো।

দময়ন্তীৰ মাক এটা সময়ত শান্ত হ'ল।

যথাবিহিতভাৱে বিয়াৰ কাৰ্য্যসূচী চলি গ'ল। মাজতে যি অলপ বিজুতি ঘটিছিল সেয়া ভাল হৈ উঠাত বিয়াঘৰ পুনৰ মুখৰিত। উৰুলি-বোৰে আমাৰ মনত মংগল ধ্বনি দি চকুৰ পানী বাজ কৰিছে। দৰাঘৰীয়াৰ মনত ৰঙীন আবেশ দিছে।

ভয় কৰা হৈছিল যদিও সকলো কাম সুকলমেই সমাধা হ'ল। দৰা-ঘৰীয়া মানুহক সন্তুষ্ট কৰিব পৰাটোৱেই ৰৰদেউতাৰ 'প্ৰেষ্টিজ'।

কন্যাক পঠোৱাৰ যো-জা চলিল। মীনা, বিণজু, ৰুমণি ভাইটি খিলামদাদেউ, চিনু, আইমনী, তুতি, আজা, ইতি, বিনীত, পুতুল বাইদেউ, লুলু, সৰু মামী, ডাঙৰ মামী, আইটি বাইদেউ, ভন বাইদেউ, মাজু বোপাই হৰিল, ভুবন দদাই, বিহুৰা দদাই, সৰু ৰৰদেউতা সকলোৱে উচুপিছে। আলহী ছোৱালী যি দুই এজনীয়ে দৃঢ়ভাৱে থাকিম বুলি ভাবিছিল বীনাৰ চকুপানী দেখি ৰব নোৱাৰিলে। মায়ে গৈ বীনাক বুজনি দিলে। ৰৰ আইতা কামবনতেই যেন ব্যস্ত থাকিব। ৰৰদেউতা আঁতৰি আঁতৰি ফুৰিছে ভয়ত, জানোচা দেখিলেই ৰব নোৱাৰা হ'ব। আমাৰ দেউতাৰ হলে তেনে একো হোৱা নাই। দৰাঘৰীয়া মানুহৰ লগত ইটো সিটো কথা পাতি ব্যস্ত। মই অনুভৱ কৰিছো, মই কন্দা নাই যদিও এই সময়ত কেনে এটা উকণ্ডা উকণ্ডা অনুভূতিয়ে মন প্ৰাণে কপাই যায় সি বৰ্ণনাতীত।......
বিনীতাঃ—বিনুৱে মোক এই সময়ত উদাস মনত খুব আমনি দিলে। মোৰ আবেগক মই সংযম দিলো'।

ঠিক এই সময়তে, হয়, এইছোৱা দুঃসময়তে এটা ঘটনা ঘটিল। অমংগলীয়া ঘটনা। আমি কোনেও ভাবিব নোৱাৰাকৈয়ে আহত দময়ন্তীক দেখি মৰ্মাহত হ'লো। কথাটো এনে ধৰণৰ। মাকৰ কাণ মুচুৰা খাই লাজ আৰু অপমানত তাই গৈ ঘৰ পালেগৈ। মাত্ৰ এশ গজমান বাট। তাতে মোহন, নাইটিন, সোহন, সিহঁতৰ চেতাবলোকে পাইছে দূৰৰ পাৰ্টীলগত

তাই পোহৰৰ আভাসৰ মাজেদিয়েই বিয়াঘৰলৈ আহি আছিল। এন্ধাৰৰ মাজত পাই হঠাতে কোনোবাই তাইক পিছফালৰ পৰা মুখত সোপা মাৰি ধৰিলে। তাৰ পিছত টনা-আঁজোৰা। মুখৰ পৰা হাত পিচলি পৰাত —"মৰিলো ঔ" "মৰিলোঁও" চিঞৰৰ শুনি কিছুমান মানুহ সেই দিশত দৌৰি গ'ল। টৰ্চ্চ মৰা হ'ল। থিতাতে ৰভাঘৰত গৰম অৱস্থাৰ সৃষ্টি হ'ল। তেনেতে আসন্ন দুৰ্যোগৰ পৰা হাত সাৰি বিক্ষত দময়ন্তী দৌৰি ৰভাঘৰত প্ৰৱেশ কৰিলেহি। ছোৱালীজনী ভয়ত কঁপিবলৈ ধৰিলে। উচুপনি, ফোঁপনি মছৰিত হ'ল। তাইৰ মাকে কাৰনো কি হ'ল বুলি সমুখতে যেতিয়া দময়ন্তীক তেনে অৱস্থাত দেখা পালে, তাইৰো মুখৰ মাত হৰিল; স্তব্ধ হৈ কেৱল দময়ন্তীলৈ চাই ৰ'ল। হেজাৰ হওক পেটৰ পোৱালী।

লৰাটো কোন হ'ব পাৰে তাৰে অনুসন্ধানত ডেকাকেইটামানে সক্ৰিয় ভূমিকা ললে। ডেকা মানে মোৰ লগৰ খেতি-বাতিত লগা গাঁৱৰ লৰা-কেইটাই। দৰাঘৰৰ মানুহবোৰে হাঁৰি হাঁৰি থাকে। তেওঁলোকৰ ইজনে সিজনে কোৱা-কুই কৰিলে—"ভাল আপদে পাইছে, বাটত আহোঁতে গাড়ীয়ে কৰিলে সেইখন দিগদাৰ, ইয়াত এইখন, দিন ভাল নহয় ডেকাটোও কম নহয়…হেৰৌ ইমান মৰসাহ, .. আমি আৰু দেখা নাই।" উৎকণ্ঠিত হৈ বাট চোৱা দৰাঘৰীয়া আদহীয়া দুই এজনে, ৰভা তল গৰম কৰি ৰকৰকাই অহা ডেকা কেইটাক দেখি ঘটনাৰ বুজ লবলৈ আগবাঢ়ি গ'ল— "হেৰা পালানে? কোননো সেইটো? দুচৰমান ভালকৈ দিবাচোন। এনে অসভ্যালি কৰিব পায় নে?…… দেখাত ছোৱালীজনীৰ কোনো মতলব নাই যেন লাগিল।" আমাৰ কোনোবা এটাই ক'লে—'ছোৱালী ঠিকেই আছে, লৰাৰহে গোলমাল।" (আমাৰ ল'ৰাবোৰে সন্দেহ কৰে যে দৰা-ঘৰীয়া কোনোবা মতলবী লৰাই তেনে কৰিছে, সুকোমল বক্ষৰ জুতি লৈছে!) থাপমাৰি মোৰ লগৰ যতীনে ক'লে— 'এইবোৰ লৰাক বিয়া পাতি দিব লাগে। নহ'লে অপকাৰ কৰিব।"

লৰাটো কোন নোলাল।

পৰিবেশটো সহজ হৈ উঠাত মই দৰাঘৰীয়া বন্ধু এজনৰ লগত আষফালে ৰভাতলত বহি কথা পাতিবলৈ ললোঁ। তেতিয়া কন্যাক পঠোৱাৰ যো-জা চলিছে। তেনেতে দেখিলো, আগে আগে দময়ন্তীৰ মাক

আৰু পিছে পিছে দময়ন্তী। মাতবোল নাই। বিনীতাৰ বাবেই হয়তো এই অশুভ ঘটনাৰ সূত্ৰপাত; সেয়ে মই নিজেও কিয় জানো এটা দোষী দোষী ভাব লৈছিলোঁ। ইয়াৰ পৰা কিছু উপশম পাম বুলি ভাবি মই দময়ন্তীৰ মাকক মাত লগালোঁ—"খুৰী, যায়গৈ নেকি?"

"নগৈনো আৰু কি কৰিব।" তেওঁ আঁতৰি গ'ল ঘৰৰ ফালে। স্বৰ কঠুৱা। তেওঁৰ ব্যৱহাৰে মোক শেলে বিন্ধাদি বিন্ধিলে। মই যেন অপমানিত হলোঁ। বন্ধুজনে উদাসভাৱে আনফালে লক্ষ্য কৰিবলৈ ললে। মই তেওঁক ক্ষন্তেক বাহিৰলৈ কৈ ভিতৰত দেখিলোঁ বিনুৱে তেতিয়াও আমন-জিমনকৈ ইটো সিটো কৰি আছে।

তাইক দেখাৰ লগে লগেই যেন অহেতুক অধিকাৰৰ খং এটাই মোৰ সংযম হেকৰাই পেলাব খুজিলে।

কথাটো ঠিকেই। হেজাৰ হওক দময়ন্তী পেটৰ পোৱালী অথবা বিনীতাৰ প্ৰতি থকা মোৰ দুৰ্ব্বলতা মিছা হ'ব নোৱাৰে; কাৰণ, তেনে নহলে, বিনীতাৰ বাবে মই কিয় সংযম হেকৰাই পেলাব লাগে, কেৱল দময়ন্তীৰ মাকে সংযম হেকৰাই গুচি গলেই লেঠা মৰিব লাগিছিল। ●

# বেলুনৰ শব্দ

ঠিক মটৰ চাইকেলৰ মাত নহয়, চাইকেলৰ চকাত বেলুন এটা বান্ধি চলালে যেনে এটা শব্দৰ সৃষ্টি হয়. তেনেকুৱা শব্দ এটাতহে যেন স্নিগ্ধা সাৰ পাই উঠিল। ভাত খাই উঠি তাই বিচনাত দীঘল দি পৰিছিল; চিলমিলুকৈ টোপনিও আহিব খুজিছিল। তেনেতে দূৰৰ পৰা যেন ধপ্ ধপ্ শব্দটো শুনা গ'ল। স্নিগ্ধাৰ টোপনিৰ নিছা ভাগি গ'ল; শব্দটো ক্ৰমান্বয়ে ঘৰৰ কাষ চাপি আহিবলৈ ধৰিলে। স্নিগ্ধা তৎপৰতাৰে বিচনাৰ পৰা নামিল। চশমাযোৰ টেবুলৰ ওপৰতে আছিল. দেৰি হ'ব বুলি তাই পিন্ধিবলৈ চেষ্টা নকৰিলে। বন্ধ খিৰিকীখন ঠেলি তাই ৰাস্তাৰ ফালে চালে। শব্দটো ক্ৰমান্বয়ে ব্যাগুম হ'ব লাগিছে। মটৰ চাইকেলৰ নিচিনা মাত, সাইলাথ একেই। খিৰিকীৰ কাষত থকা বাঢ়ি অহা ফুলৰ ডাল-কেইটাই তাইক বাধা দিলে। প্ৰায় দৌৰি যোৱাৰ দৰেই স্নিগ্ধা দুৱাৰ মুখ পালেগৈ। সশব্দে কিবা এটা পাৰ হৈ গ'ল, ঠিক মটৰ চাইকেলৰ পৰা যেনেকুৱা এটা মাত ওলায়, তেনেকুৱা এটা মাতেই। অথচ এইবাৰো স্নিগ্ধা বিফল হ'ল। তাই থকা ৰবদেউতাকৰ ঘৰটো পদূলিৰ পৰা নিলগত। ৰাস্তাৰ একেবাৰে কাষতেই পদূলিমুখ। বাকী দুয়োকাষে ঘন বসতি। এইবোৰ পৰিয়ালৰ পদূলিমুখ আৰু দুৱাৰমুখৰ ব্যৱধান আছে বুলি ক'লে বঢ়াই কোৱা নহ'ব। গতিকে দুয়োকাষৰ ঘৰবোৰে দিগদাৰি দিলে। অৰ্থাৎ, কথাটো এনেকুৱা হ'ল যে অদৃশ্য শব্দ এটাহে যেন স্নিগ্ধাৰ ৰবদেউতাকৰ ঘৰৰ আগেদি যোৱা নাতিবাস্ত জনপূৰ্ণ অঞ্চলৰ ৰাস্তাটোৰ ওপৰেদি চলি গ'ল।

আচলতে কথাটো এনেকুৱা হ'ল, শব্দটো প্ৰকৃততে এটা শব্দ নহয়, দূৰত ক্ষীণ হৈ ক্ৰমাৎ বাঢ়ি অহা শব্দটোৰ প্ৰকৃততে কোনো অস্তিত্বই নাছিল। শব্দটো স্নিগ্ধাৰ মনেসজা। টোপনিৰ অধা-অধাত তাই কি

শুনিছে, তাই নিজেই ক'ব নোৱাৰে। আচলতে কথাটো ইলিউশ্যন-প্ৰণোদিত। সিফালৰ কোঠাটোত মালা শুবলৈ গৈছিল। বন্ধৰ দিনৰ দুপৰীয়াৰ টোপনি। আকাশবাণী গুৱাহাটীত পুৱাদমে নাটক চলি আছে, স্নিগ্ধা লাহে লাহে মালাৰ কোঠালৈ সোমাই গ'ল। ওপৰলৈ মুখ কৰি বহলকৈ চকুদুটা মেলি তাই কিবা এটা চাই আছিল। স্নিগ্ধাই সুধিলে—"মালা, তুমি এইমাত্ৰ এখন মটৰ চাইকেল জোৰেৰে পাৰ হৈ যোৱা শুনা পাইছিলা নে?" "ওহোঁ ক'ত্তা! মোৰ টোপনিয়ে আহিছিল। এইমাত্ৰ বোধহয় তোমাৰ মেখেলাৰ খচমচনিৰ শব্দতেই মই সাৰ পালোঁ"—মালাই উত্তৰ দিলে। "তেনেহলে তুমি শুনা নাই?" —কথাকেইটা কৈ কৈ মালাৰ কোঠাত থকা ৰেডিঅ'টো স্নিগ্ধাই অফ্ কৰি দিলে। তাই আচৰিত হৈ গ'ল। এইমাত্ৰ মালাৰ মুখৰপৰা যি শুনিছে তাই ঠিকেই শুনিছেতো! নে ভ্ৰম? হঠাৎ তাইৰ অন্য এক চেতনা ফিৰিল। বন্ধ কৰি অহাৰ পিছতো যে ৰেডিঅ'টোৱে পুনৰ শব্দ কৰিছে! ই কি! ঠিক পিছ মুহূৰ্ততে স্নিগ্ধা পুনৰ মালাৰ কোঠাটোলৈ সোমাই গ'ল। মালাই সুধিলে—"কি হ'ল আক'? তোমাৰ টোপনি অহা নাই?" "নাই"—চমু উত্তৰ দিলে স্নিগ্ধাই। মালাহঁতৰ ঘৰৰ বাউন্দেৰী ওৱালৰ সিপাৰৰ ভাড়া ঘৰত থকা ডেকা বিদেশী ইঞ্জিনীয়াৰ কেইটাৰ ঘৰত ফুল ভলুমত বিবিধ ভাৰতীৰ হিন্দী চিনেমাৰ গান চলিব লাগিছে; এইবাৰ ভুল কৰাৰ কোনো কাৰণ নাই। টেবুল ফেনখনৰ স্পীড্ আৰু এখন বঢ়াই দি স্নিগ্ধাই পুনৰ বিচনাত বাগৰ দিলে।

ফেনখনৰ পৰা এটা বিশেষ শুতানুগতিক লয়ত এটা মিঠা শব্দ বাহিৰ হৈছে। আজিকালি স্নিগ্ধাই এই সৰু সৰু শব্দবোৰো শুনা পায়; আৰু যেন এনেকুৱা সৰু সৰু শব্দবোৰ শুনিবলৈ আজিকালি তাই মনোযোগো দিয়ে। শব্দবোৰ সৰু, কিন্তু ইমান শ্ৰুতি-মধুৰ! কাণে কাণে যেন কিবা এটা গুণগত উৎকৰ্ষৰ জৈবিক স্পন্দন দি যায়। সমস্ত দেহ-মনতেই যেন তাৰ প্ৰভাৱ বিস্তাৰিত হয় আৰু এটা বৰ্ণনাতীত আনন্দত যেন তাইৰ এক নিৰ্ভুল উপলব্ধি হয়ঃ একোটা দিন আছে, যুক্তিও যেতিয়া বিবেচনা অবুজ হয়। আজিকালি ফুল ভলুমত ৰেডিঅ' বজালে স্নিগ্ধাৰ খং উঠে। আজিকালি অধিক বাদ্যযন্ত্ৰ সম্বলিত হুলস্থুলীয়া গীত-মাত তাই

শুনিব নোৱাৰে। অথচ এটা দিন আছিল, যেতিয়া কাণ-তাল মৰা শব্দই আকাশ পাতাল কঁপাই ৰতাহ ফালি ফালি জনপূৰ্ণ, ব্যস্ত ৰাস্তাৰ মাজেদি বেগেৰে পাৰ হৈ গৈছিল, তেনেকুৱা শব্দৰ পিঠিত উঠিয়েই তাই কিবা এটা অনামী আমোদ পাইছিল; এক অনামী সফলতা আৰু গৌৰৱত তাইৰ হৃদয়, মন ৰোমাঞ্চিত হৈ উঠিছিল।

কোন হ'ব পাৰে? গৌতম? উঁহো। তেনেকুৱা শব্দৰতো আজি-কালি আকাল নাই। গৌতমৰ দৰে ঢেৰ ডেকা ল'ৰাই আজিকালি তেনেকুৱা শব্দক আয়ত্বলৈ আনিছে। আচলতে ঠিক মটৰ চাইকেলৰ মাতত নহয়, চাইকেলৰ চকাত বেলুন এটা বান্ধি চলালে যেনে এটা শব্দৰ সৃষ্টি হয়, তেনে এটা শব্দতহে যেন তাইৰ টোপনি ভাগিছিল। জোৰ কৰি স্নিগ্ধাই প্ৰসঙ্গটোৰ পৰা আঁতৰি আহিবলৈ চেষ্টা চলালে।

মানুহে প্ৰথমে ভাবিছিল স্নিগ্ধাকেই গৌতমে বিয়া কৰাব। কিয়নো এখানিও সংকোচ নকৰাকৈ সি তাইক হোষ্টেলৰপৰা তাৰ চাইলেন্সাৰ নোহোৱা মটৰ চাইকেলখনত তুলি নিয়ে চিনেমা চাবলৈ। তাৰ মটৰ চাইকেলৰ বিকট শব্দটো এনে আমনিদায়ক যে সকলোৱে এবাৰ হলেও ঘূৰি চায়। সহ্য কৰিব নোৱাৰাৰোৰে কটু মন্তব্য কৰে আৰু ভাবে এই ছোৱালীজনী এই ল'ৰাটোৰ প্ৰেমিকা; ককায়েক-ভনীয়েক হ'ব পাৰে। স্থানীয়ও হ'ব পাৰে। নহলে কোনোবা বেলেগ ঠাইৰ ছোৱালী, হোষ্টেলত থাকি কলেজত পঢ়ে। এতিয়া এই ল'ৰাটোৰ প্ৰেমত পৰি জীৱন-যৌৱন উপভোগ কৰিছে। সেই সময়ত জনপূৰ্ণ ব্যস্ত ৰাস্তাৰ ওপৰেদি এটা বিকট শব্দৰ পিঠিত উঠি যোৱা গৌতম আৰু স্নিগ্ধাক বহুতেই দেখিছে।

কিন্তু অৱশেষত গৌতমৰ লগত স্নিগ্ধাৰ বিয়া নহ'ল আৰু হেনো এই গৌতমৰ লগত হোৱা প্ৰেমৰ অধ্যায়টোৱেই স্নিগ্ধাক পিচত বিপদত পেলালে। তাইৰ বাবে উপযুক্ত যি দুই-এক পাত্ৰ ওলাইছিল, প্ৰত্যেকেই কেনেবাকৈ গৌতমৰ লগত থকা স্নিগ্ধাৰ নিৰ্ভয়, নিঃসংকোচ প্ৰেমৰ কথা জানিব পাৰি সু-গৃহিণীৰ অনুপযুক্তা বুলি নাকচ কৰিছিল। এবাৰ ব্যৱহৃত ছোৱালীক লৈ আটোমটোকাৰি আৰু পৰিপাটি সংসাৰ কিয়বা মানেই নিজৰ বাবে নিজেই শূল চচা।

বস্তুতঃ এম, এ, পাচ কৰি উঠাৰ পাছত বহুৰা, আপোনজনৰ

আলোচনা আৰু পৰামৰ্শমতে যথাবিহিত কৰা হ'ল আৰু মুখকত্ত্ব ৰব-দেউতাকৰ চহৰখনত থকা ছোৱালী কলেজখনত তাইৰ এটা চাকৰিৰ যোগাৰ হ'ল। ৰবদেউতাকৰ ডাঙৰ ল'ৰাটো ডাক্তৰ, ঘৰৰ বাহিৰত থাকে, বিয়াবাৰু কৰাইছে। মাজু ছোৱালী কণা, কোনোবা এজন ডাক্তৰেই বিয়া কৰাইছে, মাজু ছোৱালী কণা, তাইৰো বিয়া হৈ গৈছে। এতিয়া কোনোবা পাহাৰৰ ফালে থাকে। একেবাৰে সৰু মালা। তাইৰ ওপৰত পোনা ওৰফে অপূৰ্ব, ইঞ্জিনীয়াৰিং কলেজত পঢ়ি আছে। ৰবদেউতাক বাধিকা বৰুৱা, পি, ডব্লিউ, ডিৰ ৰিটায়াৰড্ এক্সিকিউটিভ্ ইঞ্জিনীয়াৰ। প্ৰথমে হোষ্টেলত থকাৰ কথাই ওলাইছিল, পিছত বাধিকা বৰুৱাই ক'লে তাত বৰ্ত্তমান থাকিব নালাগে, কিছুদিন ইয়াতেই থাকক। সেই সূত্ৰেই স্নিগ্ধা বৰ্ত্তমান ৰবদেউতাকৰ ঘৰত।

লগৰ ছোৱালীবোৰে কয়, স্নিগ্ধাক গৌতমে উপভোগ কৰি ঠগিলে। কথাটো মিছা নহয়। অন্ততঃ স্নিগ্ধাই মনে প্ৰাণে অস্বীকাৰ কৰিব নোৱাৰে। তাইৰ সমগ্ৰ দেহতেই গৌতমৰ প্ৰেমৰ স্পৰ্শ আছে। বিয়া কৰাম বুলি কথাও দিছিল। কিন্তু অৱশেষত এৰা দিবলৈ গৌতমে যেতিয়া এটা সহজে ধৰা পেলাব পৰা নিঃসংকোচ প্ৰক্ৰিয়াত অৱতীৰ্ণ হ'ল, তেতিয়াই স্নিগ্ধাই ক্ৰমান্বয়ে বুজি পাবলৈ ধৰিলে। প্ৰথমতে তাইক শোকে খুন্দা মাৰি ধৰিছিল। কিন্তু নিষ্ফল। তাই বুজি উঠিছিল, তাইৰ জীৱনটো গৌতমে ধ্বংস কৰিলে। যৌৱন-সুলভতাৰ মাজত, তাৰ বেপৰোৱা সম্ভাৱনাক ৰহস্যাবৃত কৰি আৰু আধুনিকতাৰ চাকচিক্য দেখুৱাই প্ৰথমে গৌতমে তাইক প্ৰলোভিত কৰিছিল ; আৰু শেষৰ ফালে তাইৰ সকলো দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰিছিল। তাৰ নিজৰ ভাষাৰে গৌতমৰ জীৱনদৰ্শনেই আছিল 'এনজয় দা লাইফ' অৰ্থাৎ জীৱনটোক উপভোগ কৰা। ভেলেণ্ডী পছুৰ দৰে ভুৱা প্ৰেমত স্নিগ্ধা বিভোল হৈছিল।

স্নিগ্ধা পুনৰ বিচনাৰ পৰা উঠিল। ফেনৰ চুইচটো অফ্ কৰি দিলে। চশমাযোৰ পিন্ধি তাইৰ মেলা চুলিখিনি আউল লগাই এটা ঢিলা খোপা বান্ধিলে। শাৰীখনো সংযত কৰি আঁচলটোৰে দুয়োটা বাহু ঢাক খোৱাই ললে আৰু লাহে লাহে তাই পদুলিমুখৰ ফালে আগবাঢ়িল। শব্দটো শুনি যোৱাৰ ফালে তাই এনেয়ে চাবলৈ চেষ্টা কৰিলে। জনশূন্য ৰাস্তা। এজন খোজ কাঢ়ি যোৱা মানুহ দেখা গ'ল। তাৰ পিছত এখন ৰিক্সা,

আৰু এখন ; তাৰ পিছত এখন গাড়ী। স্নিগ্ধা পুনৰ ঘৰৰ ভিতৰলৈ সোমাই যাব খুজিলে। ঘৰৰ চালত ক'ৰবাৰপৰা উঁহি আহি এহাল শালিকা পৰিছাহি। পাতবাহাৰ কেইজোপাত কেইটামান ঘৰচিৰিকাই চিঁৰিক-চিঁৰিক কৰিব লাগিছে। ফুলগছবোৰত সামান্য বতাহৰ বা লাগিছে। আকাশৰ অত ত'ত মেঘ জমিছে। অদূৰত কোনোবা এঘৰৰ পৰা কথোপকথন আৰু হাঁহিৰ যোল ভাঁহি আহি দুপৰীয়াৰ মায়াময় পৰিবেশটোক ক'পাই তুলিছে। ঘৰৰ ভিতৰ সোমাই তাই যেন কিবা এটা শুনিবলৈ চেষ্টা কৰিলে। পাক ঘৰৰ ফালে কাঁহি-বাতিৰ ঠুং-ঠাং শব্দ শুনা গ'ল। বোধহয় বনকৰা ছোৱালী মিনুৱে কাঁহি-বাতি পখালিছে। উদ্দেশ্যবিহীন ভাবেই তাই পাছফালৰ বাৰান্দাৰ ফালে খোজ ললে। দেখিলে, বৰ আইতাই পাছফালৰ একমাত্ৰ পাণজোপাৰ পৰা হাতত দুখিলামান বাৰীতসৰা পকা পাণ লৈ ঘৰৰ ভিতৰফালে আহি আছে। বাৰান্দাতে তাই থমকি ৰ'ল। বৰ-আইতাই সুধিলে—"মা, তই বাগৰ দিয়া নাই ?" "দিছিলোঁ, টোপনি অহা নাই। আজি কিছু গৰমো পৰিছে।" "এৰা। বৰদেউতাৰ ক'ত আছে ? শুইছে বোধহয়। হুকাৰটোৱেও পেপাৰখন দিয়া নাই। অথনিৰ পৰা বাট চাই আছিল।" হঠাৎ কিবা এটা মনত পৰি স্নিগ্ধাই সুধিলে—"ডাঙৰ দাদা যে অহাৰ কথা আছিল, কেতিয়ালৈনো ?" "আজি কালিৰ ভিতৰতে আহিব লাগে। এৰা, বাজু-বিজুলৈও বৰকৈ মনত পৰিছে—।" বাজু-বিজু ডাঙৰ পুতেক বজিতৰ ল'ৰাহাল। স্নিগ্ধাই ভাবিলে বোধহয় ঘৰখনলৈ মুখৰতা কিছু আহিব। পোনাও এই সপ্তাহত নাছিল। সি আহি থাকিলেও ভাল লাগি থাকে। অন্ততঃ সপ্তাহৰ মূৰত ছুটীৰ দিন কেইটা ভালদৰে কাটি যায়। সি থাকিলে চিনেমাও চোৱা হয়। গতানুগতিকতাৰ এটা সামান্য বিৰতি পৰে। মালাই আজি চিনেমা চোৱাৰ কথা কৈছিল ; কিন্তু হোষ্টেলৰ পৰা পোনা নাছিল। স্নিগ্ধাই লাহে লাহে বাৰান্দাৰ পৰা নামি গ'ল। ধুই দিয়া শাৰীখন আৰু ব্লাউজদুটাত ৰ'দ পৰিছিল ; তাই তৈ চুই চালে, কিছুমান ঠাইত সেমেকা ভাৱটো তেতিয়াও আছিল। কাপোৰকেইটা তাই ম'লাই ঠাই এজোখৰত মেলি দিও ঘূৰি নিব খোজোঁতেই দেখিলে সিফালৰ ভাড়া ঘৰটোৰ ডেকা বিদেশী ইঞ্জিনীয়াৰ জেনীয়ে তাইলৈ অপলক দৃষ্টিৰে চাই আছে। কোনো আন্দৰ নাই। চকুৰ দৃষ্টিত নিৰ্মোহৰ ঔজ্জ্বল্য। স্নিগ্ধাই একান্তিত

পলম নকৰিলে। নাই, আৰু প্ৰশ্ৰয় দিব নোৱাৰি। দিনশখাই চাকৰি জীৱনৰ এটা পূৰ্ণাংগ বছৰ পাৰ কৰি কিছুদিনৰপৰা জানিব পাৰিছে, মনে-প্ৰাণে অনুভৱো কৰিছে নেগীয়ে যেন কিছু ব্যতিক্ৰম মনোযোগেৰে তাইক লক্ষ্য কৰে।

ঘৰৰ ভিতৰ সোমায়েই তাই মালাৰ কোঠালৈ গ'ল। ইতিমধ্যে মালাৰ টোপনি আহিছিল। তাই মালা শোৱা বিচনাখনতে বহিল। এটা সময়ত মালাৰ ওচৰতে ওপৰলৈ মুৰ কৰি তাই শুই পৰিল আৰু এক অনুচ্চ সুৰত, অস্ফুট ভাবে যেন কৈ উঠিল—"কোন হ'ব পাৰে···?" হঠাৎ যেন আজি এটা চিনাকি শব্দই তাইক পুনশ্চ এবাৰ সচকিত কৰি তুলিছে বহুদিনৰ বিৰতিৰ মূৰত। এনেকুৱা শব্দৰ আকাল নাই। বিস্ৰাত কলেজলৈ অহা-যোৱা কৰোতে, বান্ধৱী সহকৰ্মীৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে, তাইৰ গাৰ কাষেদিয়েই তেনেকুৱা অলেখ শব্দ পাৰ হৈছে। বহুদিন তাই ইচ্ছা কৰিয়েই শব্দবোৰলৈ ভ্ৰূক্ষেপকে কৰা নাই। কিন্তু আজি হঠাতে কিয় জানো তাই থিৰেৰে থাকিব নোৱাৰিলে। তাৰ মানে, এটা স্কুল অতীতৰ প্ৰতি তাইৰ অন্তৰৰ কোনোবা এটা কোণত এক অসম্পূৰ্ণতা ৰৈ গৈছে, যাৰ বাবে তাইৰ কিছু হ'লেও অনুৰাগ সুপ্ত হৈ আছে?

তাইৰ মনত আছে, সৰুতে তাইৰ চাইকেল চলোৱাৰ এটা প্ৰবল চখ আছিল। ডাঙৰ ককায়েক স্কুললৈ যাবলৈ দেউতাকে এখন চাইকেল কিনি আনি দিছিল আৰু সেইখনকে প্ৰথমে ককায়েকৰ অনুপস্থিতিত তাই আৰু তাইৰ সমবয়সীয়া ভায়েক বিনুৱে ঠেলি লৈ ফুৰাইছিল। এইদৰে ঠেলি ঠেলি এদিন বিনুৱে হাফ্ পেডেল মাৰি তলত চাইকেল চলাব পৰা হৈছিল। আৰু এদিন তায়ো বহু চেষ্টাৰ মূৰত বিনুৰ দৰেই চাইকেলখনৰ 'হেণ্ডেলত' হাতেৰে ধৰি তলত চাইকেল চলাবলৈ সক্ষম হৈছিল। আন এদিন বিনুৱে চকাত বেলুন বান্ধি 'ভট্ভটী' চলাইছিল। তায়ো।

আজি পুনৰ সেই দৃশ্যটো তাইৰ মনত জাঁহি উঠিছিল। চুবুৰীটোৰ অবাইতং লম্বা, মিচেচ ৰমা চৌধুৰীৰ একমাত্ৰ পুতেক অপূৰ্বই ঘৰত পঢ়াবলৈ অহা মাষ্টৰজনৰ চাইকেলখনত এটা বেলুন বান্ধি সিহঁতৰ ঘৰৰ আগেদি অহা-যোৱা কৰিছিল। দৃশ্যটো তাই ঘৰৰ বাৰাণ্ডাত বহি, গেটৰ কাষলৈ আহি, স্বতঃস্ফূৰ্ত আবেগেৰে উপভোগ কৰিছিল। দৃশ্যটো খুব ভাল

লাগিছিল স্নিগ্ধাৰ। অপূৰ্ব মাতি আনি এটা চকলেট যাচিবৰ মন গৈছিল স্নিগ্ধাৰ।

আৰু তাৰে পিছৰে পৰাই কিয় জানো তাইৰ বাৰে বাৰে মনত পৰিছিল গৌতমলৈ! কি দুৰ্দান্ত ল'ৰা আছিল গৌতম! তাই ভাবিব নোৱাৰিলে। অথচ গৌতমৰ স্কুলতাখিনিৰ কথা ভাবিও, এতিয়াও কিয় জানো তাই তাক দোষী সাব্যস্ত কৰিব নোৱাৰিলে। স্নিগ্ধাই ভাবিবলৈ চেষ্টা কৰিলে এই যে চাইকেলত বেলুন বান্ধি মটৰ চাইকেল চলোৱা ঘটনাটোৰ লগত গৌতমে উঠি ফুৰা শব্দটোৰ কি সম্পৰ্ক থাকিব পাৰে? নে কথাটো আচলতে ভ্ৰম? নে আচলতে অলপ আগতে অপূৰ্বে বেলুন বান্ধি থোৱা চাইকেলখনকে লৈ তেনেকৈয়ে মাণ্টবজন ঘূৰি ফুৰিছে? স্নিগ্ধাই পুনৰ ভাবিলে—কোন হ'ব পাৰে? গৌতম? ইয়ালৈ কিয়নো আহিব? সি তো বিয়া কৰাইছে ঘৰত ঠিক কৰি দিয়া ছোৱালীজনীকে! সি বাৰু সুখীনে? সুখী যদি সি কিয় মালাহ'তৰ ঘৰৰ আগেদি সেই অভিশপ্ত শব্দৰ আখৰা কৰিব লাগে? কলেজত পঢ়ি থকা দিনত হোষ্টেলৰ আগেদি হৰ্ণ বজাই গৌতমে তাৰ পৰিচিত মটৰ চাইকেলখনেৰে দুবাৰ অহা-যোৱা কৰে; আৰু তেতিয়াই তাই বুজি পায়, সেয়া গৌতম অহাৰ সংকেত। আজি কিন্তু স্নিগ্ধাই কোনো হৰ্ণৰ শব্দ শুনা নাই। ওহোঁ, গৌতম হ'ব নোৱাৰে।

এটা সময়ত যেতিয়া তাই চকু মেলিলে, স্নিগ্ধাই যেন ততালিকে সিদ্ধান্ত লৈ পেলালে যে শব্দটো প্ৰকৃততে গৌতম উঠি ফুৰা সেই সৰ্বজন পৰিচিত বিকট শব্দৰ মটৰ চাইকেলখনৰ নহয়। শব্দটো তাই বা বিনু অথবা অপূৰ্বে বেলুন বান্ধি চলোৱা চাইকেলখনৰ পৰা অহা শব্দহে। স্নিগ্ধাৰ মন-প্ৰাণ ক্ৰমান্বয়ে যেন অপূৰ্ব, স্বৰ্গীয় দীপ্তিৰে সপ্ৰতিভ হৈ উঠিল। শব্দটোৰ পৰা যেন ক্ৰমান্বয়ে নিজৰাৰ কুলু কুলু ধ্বনি তাইৰ অন্তৰাত্মাৰ চৌপাশে ব্যাপ্ত হ'বলৈ ধৰিলে।

পিচ দিনা কলেজলৈ যাওঁতে স্নিগ্ধাই লক্ষ্য কৰিলে অঞ্চলটোৰ ভালেমান সৰু সৰু ল'ৰাই চলাই ফুৰা চাইকেলবোৰৰ পাছ চকাত একো একোটা বেলুন বন্ধা আছে। আৰু অপাৰ আনন্দত মতলীয়া হৈ সিহঁতে

যেন শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰিছে, শব্দটোৰ প্ৰাবল্য আৰু কিমান বেচি বৃদ্ধি কৰিব পৰা যায়। দৃশ্যটো দেখি স্নিগ্ধাৰ হৃদয় কিয় জানো অপাৰ আনন্দত পৰিপূৰ্ণ হৈ উঠিল। স্নিগ্ধাৰ এনে লাগিল, তায়ো যেন উঠি যোৱা বিজ্ঞাপনত এটা বেলুন বান্ধি ল'ব। যিমান দূৰলৈ পাৰে শব্দটোৰ ধ্বনিটো তাই উৎকৰ্ণ হৈ অনুধাৱন কৰি গৈ থাকিল।

# আতচ্‌বাজী

প্ৰায়েই এনেকুৱা হয়।

হঠাতে এটা শব্দ হয়। শুকান বাঁহ ভঙা আৰু ছোৱালীৰ হাঁহি মিশ্ৰিত শব্দটো আহি মোৰ কাণত লাগেহি। শব্দটোৱে কিছু অপ্ৰত্যাশিত তথা আচহুৱা ভাবেই আহি মোক জোকাৰি দিয়ে। পিছ মুহূৰ্ততে মোৰ এটা চিনাকি অনুভূতি জাগে। এন্ধাৰ নিশা ৰকেটৰ দৰে উৰা মাৰি বিস্ফোৰিত হৈ জিলিকি উঠা এবিধ আতচ্‌বাজীৰ দৰে শব্দটোৱে যেন মোৰ দুকোঠীয়া ভাড়া ঘৰটো সশব্দে পোহৰাই তোলে। চমকৰ ভমক লাগে। তাৰপিছত উৎকণ্ঠা। বাহিৰত যেন কিবা এটা বৰ্জকৰা পৰিবেশ। নে উৎসৱ মুখৰ, উৎফুল্ল পৰিবেশৰ সৃষ্টি হয়? নিতান্তই স্থূল ধেমালি ধুমুহাৰ পোহাৰ আমদানি কৰা হয়। এনেয়ে যেন হঠাতে মোৰ দুটামান বেলফৈ খাবৰ মন যায়। মই জানো, ঘৰৰ বাহিৰত নিচেই কাষতে এখন দৈনিক বজাৰ বহে। তাত বিশেষকৈ নিমখ আৰু টেঙা জাতীয় বস্তু ওলায়। বাটৰ কাষেদি পাৰ হোৱা মানুহবোৰে গতানুগতিকভাবে পশ্চচু পাউদাৰ আৰু ঘামৰ গোন্ধ পায়। মোৰ দৰে বেলফৈ খাবৰ মনযোৱা ডেকা লʼৰা কিছুমানৰ মুখত লোভৰ পানী জমা হয়। গা-মনবোৰো ৰিম্‌ঝিম্‌ কʼৰে; কাতৰ হৈ উঠে।

তাৰপিছত নঙলা চোচৰা শব্দ, দুজনীমান সৰু সৰু ছোৱালী আৰু লʼৰাৰ হাঁহি যোগ কৰিলি। ডাঙৰবোৰৰ চকুবোৰে যেন প্ৰতিপত্তিশীল ব্যৱসায়ী এজনৰ আগমণ কামনা কৰি বিশেষ ডিগ্ৰীত ঘূৰিবলৈ আৰম্ভ কৰি দিয়ে।

পদ্মাৰ ফাঁকেৰে মই সিহঁতক দেখা পাওঁ। প্ৰতিমাই এইকালে চাই চাই বেলফৈ আদি চোবায়। তেনেতে বাস্তাৰ কালে দুখন-এখন গাড়ী পাৰ হৈ যায়, কিছুমান আকাংক্ষিত আবৰ্জনা এৰি যায়। ধূলি। দুৰোকৰ

হুকটো খোলোঁতেই এটা শব্দ হয় পলেচ। শব্দটো প্ৰত্যাশিত। আজি-কালিও সিহঁতে এনে শব্দৰ বাবে অপেক্ষা কৰে। অত্যন্ত কষ্টেৰে মোৰ মুখত এটা হাঁহি বিৰিঙি উঠে। অনিমাই লাজকুৰীয়া হাঁহি এটা মাৰি সিফালে আঁতৰি যায়। নঙলাৰ ওপৰত বহি বহিয়েই প্ৰতিমাই এহাতে নিমখ লৈ ওঁঠৰ ওচৰলৈ বেলফে আদি নি সোধে—"বেলফে খাব নেকি?" অজ্ঞাত সাৰেই মই উত্তৰ দিওঁ—"খাম"। যান্ত্ৰিকভাৱে মই প্ৰতিমাৰ আবেদনৰ প্ৰতি সহাঁৰি জনাওঁ। প্ৰতিমাই ভনীয়েক অনিমাক পাছে; অনিমাই পাছে জুনুক; হাতত দুটা বেলফে লৈ জুনু আহো-নাহোঁকৈ মোৰ ফালে আহি থাকে। কোলাত কেচুৱাটো লৈ জুনুৰ মাকে তেওঁৰাও মোলৈ লক্ষ্য কৰি থাকে।

প্ৰতিমা, অনিমা, লতিকা, তৰালি, মনিমালা, জুনুহঁতে ইজনীয়ে সিজনীৰ গাত গা ঘহায়। ফুচ্-ফুচ্কৈ কিবা কোৱাকুই কৰে। তেনেতে লতিকাই জুনুৰ মাকৰ কোলাৰ পৰা কেচুৱাটো কাঢ়ি আনিবলৈ ৰাস্তাৰ সিফালে সিহঁতৰ পদুলি মুখলৈ সাউতকৈ বেগ লয়।

মই কিবা-কিবি ভাবিব লাগে বাবেই সিহঁতৰ ফালে চাই বাৰান্দাত বওঁ। খাব লাগে বাবেই গছত পকিবলৈ নিদি কুমলীয়া কাঁচি আম পাৰি আনি আচাৰ কৰা হয়। ধাৰণাটো ক্ষতিকাৰক নেকি নেভাবোঁ। কমলা খুড়ীয়েও আনকি মোক জোকায়। অনিমাই এদিন বেড্কভাৰেৰে ঢাকি থোৱা ফটা গাৰুৰ খোলটো দেখি কাপোৰ এডোখৰ আনি দিবলৈ কৈছিল। এনেকৈয়ে মোৰ টেবুল-ক্লথ, বেড্কভাৰ আদিত ফুল আৰু তৰাৰে অলেখ বুটা বচা হৈ গৈছিল। কমলা খুড়ীৰ আগতেই হেনো যমেনৰ বায়েকে কৈছিল—ল'ৰাটো বেচ চোঁখৰ। কমলা খুড়ীয়ে তেতিয়া মাথোন হাঁহিছিল। অনিমায়ো ক'ব পাৰে। কিবা এটা চখ, কিবা এটা যৌৱন, কিবা এবিধ আশা। অনিমাই কয়, মই হেনো লোহা বা লো-জাতীয় এবিধ জোটা আৰু টান পদাৰ্থ। ইয়াৰ অৰ্থ কি? কলেজত পঢ়া খাওতীয়ে কয়, প্ৰতিমাৰ [illegible]; এনা, মানুহে কয় [illegible]! [illegible] শুনিলে মন যায় [illegible]!

প্ৰতিমাহঁতে মোলৈ হাঁহি হাঁহি, ইংগিতপূৰ্ণ ভাৱে চাই [illegible] মাজৰ পৰাই কয়—"[illegible]।" [illegible]। [illegible] নেকি যে [illegible] অনিমাই মোক

নাৰিকলৰ লাড়ু, আমৰ আচাৰ, তিলৰ পিঠা আনি খাবলৈ দিয়ে ; এই বাবেই নেকি যে সিহঁত কেতিয়াবা মোৰ ঘৰলৈ আহি মোৰ ঘাৰ কাষেদি অহা-যোৱা কৰে ?

প্ৰতিমাই কিবা এটা জানিছে বুলি ধৰি লৈছে—যে মই খং নকৰোঁ। মই কৌতূহলী। মই গহীন-গম্ভীৰ ভদ্ৰলোক। কেতিয়াবাহে অজীৰ্ণ। প্ৰতিমাই ভয়তে মাতিবলৈ সাহস নকৰা মানুহ অথবা এজন চৰকাৰী বিষয়া। কিন্তু ৰহস্যময়ী। তাৰ মাজতো অৱস্থা বুজি প্ৰতিমাই সোধে—"আপুনি কি মানুহ,"—কথাষাৰ প্ৰকৃততে প্ৰশ্ন হয়নে নহয় ঠিক ধৰা টান যদিও মই প্ৰশ্নবোধক এডাল লগাই দি পাতলকৈ লৈ কওঁ—"মই মতা মানুহ।" সঠিক উত্তৰ নাই। অৰ্থাৎ সঁচাকৈ মই এবিধ লো-জাতীয় গোটা আৰু টান পদাৰ্থ। জাত-পাত জনা নেযায়, বামুণ নে, কলিতা নে আহোম। প্ৰেমৰ ৰাজ্যত তোলপাৰ লগাব পৰা এটা প্ৰতাপী শব্দৰ প্ৰতীক্ষাত থাকে প্ৰতিমা। কেইদিনমান বুকুখন দেখিছোঁ, চল কৰি প্ৰতিমাই দেখুৱাইছে বুকুৰ মাজত এটা সুৰংগ আছে। চাহকাপ খাবলৈ মাতিলে অনিমাই মনত পেলাই দিয়ে—"বাইদেউ অথনি যে কৈছিল……।" হুঁ হুঁ কৰি কঁপি থকা, দুলি থকা, প্ৰতিমাই মনত পেলাই সোধে—"আপোনাৰ তাত কিবা কিতাপ আছে নেকি ?"

বন্ধুবোৰে লিৰিকি-বিদাৰি কিতাপবোৰ ঠেলি দিয়ে। মই পুনৰ টেবুলৰ ওপৰত, ৰেকত সজাই থওঁ। মই সাহিত্যৰ ছাত্ৰ আছিলোঁ নেকি ? ৰবীন্দ্ৰনাথ মোৰ অন্যতম প্ৰিয় কবি বোধহয় ? আপুনি মাৰ্ক্সবাদ পঢ়িছিল নেকি ? আধুনিক কবিতাবোৰ আপুনি বুজি পায় নেকি ? এই যে প্ৰগতিশীল বুলি এবিধ সাহিত্য ওলাইছে, কেনেধৰণৰ নো ? টি এছ এলিয়টৰ নাম দেখোন আজিকালি মানুহে খুব লয় ? হো চি মিন এজা ? কথা প্ৰসংগত কওঁ, পাহৰি যাওঁ কাৰ আগত কৈ আছোঁ, কেৱল কৈ যাওঁ আধুনিক কবিতাক কেনেকৈ ফুল কৰি বন্ধা কবিবোৰে অপাঠ্য কৰি তোলে, মানুহৰ বুদ্ধিত সন্দেহ ঘনীভূত কৰে। এই কবিতাৰ অধ্যয়নে কেনেকৈ বুদ্ধি আৰু জ্ঞানৰ উৎকৰ্ষ সাধন কৰিব পাৰে, অতীতৰ বুৰঞ্জী, সাহিত্যিক ঐতিহ্য-জ্ঞানৰ সমৃদ্ধিও যে বঢ়ায়, আৰু কথা-সাহিত্যৰ বৌলিকা সেই প্ৰচেষ্টাক ৰূপ-কথা লিখিব জনা মানুহে বহুসময়ত নষ্ট কৰিলেও যে সেই কাংখিত প্ৰসাদৰ মাদকতা প্ৰক্ৰিয়াগত সম্ভাৱনা থাকিব পাৰে,

কৌতিয়াবাও ভৰা হৈছেনে ? স্কুল হুটীৰ পিছত পতা শোক সভাৰ পৰা হেড্মাষ্টৰে নেদেখাকৈ পলোৱা দ'ৰাৰ দৰেই কিতাপ পঢ়া মানুহবোৰ চল কৰি আঁতৰিব খোজে। তেতিয়াই মই সম্বিৎ ঘূৰাই পাওঁ।

আৰু বোধ হয় প্ৰতিমাইয়ো তেতিয়াই সম্বিৎ ঘূৰাই পায়। কিতাপৰ কথা ওলালেই সিহঁত নিৰুৎসাহ হয়। মই মজুত ৰখাবোৰ সিহঁতে পঢ়িব নোখোজে। নুবুজে। তথাপিতো সুধিবৰ মন যায়, সোধেও। কিন্তু কোনোদিন আৰু সিহঁতৰ কিতাপ পঢ়া নহয়। সেয়ে একোটা ৰাক্যকে মই পঢ়াৰ পিছত অমুকখন পঢ়ি চাবানেকি বুলি সোধাৰ কথা মনলৈ অহা নাই। বাক্যটো প্ৰতিমাই পঢ়িলে যে কি এটা কাণ্ড হ'ব! কথাবাৰ কিছু পাক লগা, অৰ্থাৎ, আচলতে তেনে স্থূল অনুভূতিক অগাহ্য কৰি আহিছোঁ। এই এক অভিভাৱক-সুলভতা। অথচ নুই কৰিব নোৱাৰি প্ৰতিমাৰ প্ৰতি এটা আকৰ্ষণ আছে। অনিবাৰ্য্য, অথবা সত্যটো চিৰন্তন।

আজিকালি বন্ধুবোৰে জোকাব খোজে—মই হেনো প্ৰতিমাৰ প্ৰেমত পৰিছোঁ। কেনে চলিছে প্ৰেম? জুনুৰ মাকেও সুধিছে অনিমাক, লতি-কাকঃ ইঞ্জিনীয়াৰ চাৰক কি বুলি মাতা? সিদিনা চুবুৰীটোৱে লগ লাগি জুৰিৰ পাৰত ভোজ-ভাত খাবলৈ জো-যা কৰি উঠি যেতিয়া কিছু সময়ৰ বাবে গাড়ী এখনৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে, ভাবিলেই. এই কাম প্ৰতিমাই কৰিব পাৰিব, অৰ্থাৎ তায়েই মোক সৈমান কৰিব পাৰিব। তাই কলেই মই অলপ সময়ৰ বাবে জীপখন দি দিম! এয়ে হ'ল কথা!

সন্ধিয়া পৰলৈ অনিমাই চাহ খাবলৈ মাতি যায়। মোৰ হাতত এলবামটো, কাষৰ ঘূৰণীয়া টেবুলখনত চাহ, মিঠাই, সন্মুখত পাঁচজনী গাভৰু ছোৱালী। প্ৰতিমা, অনিমা, লতিকা, তৰালি আৰু মণিমালা। মই এলবামৰ পাত লুটিয়াই যাওঁ। ক্ৰমাৎ কেউজনী আহি মোৰ সন্মুখত থাড়া হয়। মই প্ৰশ্ন কৰি যাওঁ। যি কোনো একালৰ পৰা উত্তৰ আহে। মই যেন বহু পৰিমাণে উত্তেজিত হৈ উঠোঁ। মই ঠিকেই দেখা পাওঁ প্ৰতিমাৰ বুকুৰ সুৰেগ আৰু এটা উম্মনা সুবাস এনে উৰি ফুৰে। খিৰিকীৰ পৰ্দা ঠেলি দৈ আহে সন্ধিয়াৰ এজাক বতাহ। কোনোবা একোৰত পুনৰ পৰ্দা কঁপে আৰু যেন মই উমান লব খোজো এটা কেঁচা মাহৰ গোন্ধ। মাজ নিশা বেয়া সপোন দেখি চক্‌খোৱা মানুহৰ দৰেই মই চক্‌খাই উঠোঁ। ঠিক সেইটো সময়ত প্ৰতিমাই সিহঁতৰ এলবামত থুজি

আনি লগাই ;খাৱা মোৰ ফটোখনলৈ আঙুলি টোঁৱাই কৰ খোজে 'খুউব ভাল লাগে' মই সপক্ষে কতৃৰৰ আঁচনি এখন লৈ পেলাও ; এটা অপ্ৰত্যাশিত প্ৰশ্ন কৰোঁ, যেনে—"তোমালোকৰ পৰীক্ষা কেতিয়ালৈ ?"

—"যা মনি পঢ়গে। তোক কোনে আহিবলৈ কৈছে।" প্ৰতিমাই তৎপৰতাৰে মোক ডিফেণ্ড কৰিবলৈ প্ৰস্তুত হয়। বহুকষ্ট কৰি মকৰা এটাই মুখৰ লেলাৰতিৰে সূতা এডাল এটা মুৰৰ পৰা আনটো মূৰত লগাই থোৱাৰ ঠিক পিচতে চিঁও দিলে তাৰ যি এটা অৱস্থাৰ সৃষ্টি হয়, ঠিক তেনে এটা অৱস্থাৰ সৃষ্টিতেই মই আগ্ৰহী নেকি ? সকলো আতৰি যায়। প্ৰতিমা ওলমুৰ কৰি ৰয়। পৰিবেশটো সেৰেকা হৈ পৰে। মনেমনে প্ৰতিমাই হিচাব কৰে, তাই কিয়, পঢ়িব নোৱাৰিলে, মেট্ৰিকটোকে কিয় পাছ কৰিব নোৱাৰিলে। আৰু হয়তো ভাবিবলৈ চেষ্টা কৰে, যাচি দিয়া সোণৰো মূল্য নাই। কথাটো মিছা নহয়। অথবা অভিমান কৰি কৰলৈ চেষ্টা চলায়—"তুমি বৰ দাম্ভিক, অহংকাৰী।"

বোধহয় সম্পূৰ্ণ আৱদ্ধ ভাবাবেগবেই কথাবোৰ ভাবি যাওঁ। যেতিয়া দেখোঁ নীলা আকাশখন ক্ৰমাৎ সেউজীয়া হ'বলৈ ওলাইছে, মোৰ কতৃত্বশীল মহলৰপৰা তেতিয়াই সাৱধান বাণী উচ্চাৰিত হৈছে: আকাশৰ বং মধে-মধে কেনেকৈ সেউজীয়া হ'ব পাৰে ? প্ৰসংগটোৰ শব্দবোৰ শ্ৰুতিকটু হয়, ভাবি চাবৰ অৱকাশ ক'ত ? মানুহৰ চিএঃৰে জানো বন্ধ কোঠাৰ দুৱাৰত গোৰ মাৰিব পাৰে ? নোৱাৰে। অথচ আৱদ্ধ মানুহ বাৰেই মই কওঁ—পাৰে। সেয়ে মধে-মধে মইও একো কথা কব নোৱাৰা হৈ পৰোঁ।

দুকোঠীয়া ভাৰাঘৰত বোহিচাপ খেলি-মেলিৰ মাজত এটা সময়ত মই যেতিয়া সংজ্ঞা ফিৰাই পাওঁ, তেতিয়া মই উঠি বাহিৰলৈ উদ্যত হওঁ। তেনেতে বাহিৰত এটা শব্দ হয়: সেই একেই শব্দ, প্ৰথমে সি ৰকেটৰ দৰে উৰা মাৰি আকাশলৈ উঠি পিচ মুহূৰ্তত্তে বিস্ফোৰিত হৈ জিলিকি উঠে, আৰু যেন সি মোৰ পৰিচয়-বিহীন বন্ধ কোঠা দুটা সপক্ষে পোহৰাই তোলে। যেতিয়াবা মই যান্ত্ৰিকভাৱে বাহিৰ ওলাই যাওঁ, আৰু কেতিয়াবা বন্ধ ঘৰৰ মাজত নিজকে আৱদ্ধ ৰাখোঁ। অথচ কোনো দিনে যেন মই এটা সুস্থ, সবল, সহজাত বাসনা অনুভৱ কৰিব পৰা নাই। ●

# অন্তৰংগ

ধৰি লোৱা যাওক, যিবোৰ মানুহৰ বাবে মই গল্পটো লিখিছোঁ, তেওঁলোক কিছুমান কম বুদ্ধিৰ, অজলা, অঁকৰা মানুহ; অৰ্থাৎ মই ফাঁকি মাৰিলেও তেওঁলোকে কেতিয়াও ধৰিব নোৱাৰিব। মই লিখা কথা-বোৰকে গল্প বুলি মোক প্ৰশংসাৰ শৰাই আগবঢ়াব।

বাহিৰৰ বিচনাখনৰ ওপৰত এই উদ্দেশ্যেৰেই মই মুখে-গায়ে কাপোৰ লৈ শোৱাৰ ভাও ধৰিলোঁ। এইটো এটা অদ্ভুত কাণ্ড। আগতে মই এনে কাম কৰা নাই। আচল কথা মই এই কাণ্ডটো কৰাৰ অন্তৰালত এটা মধুৰ মন্ত্ৰণা জড়িত হৈ আছে। ৰাস্তাইদি যোৱা মানুহবোৰে মোক এনেকৈ দেখা পালে নিশ্চয় ভাবিব 'বন্ধৰ' দিনত মই টোপনি মাৰিছোঁ। প্ৰকৃততে, মই জানো টোপনি মাৰিছোঁ? মোক চিনি পোৱা মানুহবোৰে কাণ্ডটো বৰ আচহুৱা যেন পালে। বোধহয়, ৰাস্তাৰ পৰা মোক মাতি-বলৈকো অসুবিধা হ'ল। মই উমান লৈ আছোঁ—নিশ্চয় দুই এক বন্ধু-বান্ধৱে মোৰ ফালে চাইছে, অথচ মনতে ভাবিও মোক সুধিবলৈ সাহস কৰা নাই—মই এনেকৈ কি কৰিছোঁ, প্ৰকৃততে মই শুবৰ চেষ্টা কৰিছোঁ নেকি?

নাই কৰা।

অলপ আগতে ছিগাৰেটৰ ধোঁৱাবোৰেৰে ফুঁ মাৰি বায়ুমণ্ডলত কিছু-মান "ৰিঙৰ" সৃষ্টি কৰিবলৈ গৈ মই বিফল হৈছোঁ। কেইবাবাৰো চেষ্টা কৰিও এবাৰো মই সফল হ'ব পৰা নাই। এই কামটো কৰোঁতে মই বাহিৰৰ কোঠাত থকা একমাত্ৰ আৰামী চকীখনত আৰাম কৰি বহি আছিলোঁ। ছিগাৰেট খাই শেষ হৈ অহাৰ লগে লগে হঠাতে মোৰ অন্য এক'লৈকে চেতনাই কিং মাৰিছিল—কামটোৰ পুনৰাবৃত্তি ঘটাৰ আশংকাত? অথচ তেন মই সুস্থ, সবল হৈ পৰা নাছিলোঁ: খোৱা-শোৱা, বহা আমোদ-প্ৰমোদ

কথা, ঘূৰি-ফুৰা, চাকৰিৰ ব্যস্ততা—নানান সাংসাৰিক চিন্তাৰ মাজত যেন আহৰিয়েই নাই।

একসুৰিতাৰ মাজে মাজে অনুভৱ কৰো যেন কিবা এটা কৰা নাই। কিবা নকৰা এটা কৰাৰ হাবিয়াস, দৌৰি ফুৰিছো—এই অৱসৰ ওলাব! কথাবোৰ কিবা ছিজিল নেলাগেই। সময় ক'ত—পঢ়িবলৈ, ভাবিবলৈ, লিখিবলৈ, কিবা এটা কৰবলৈ? খবৰ কাগজখন পঢ়িবলৈকে কেতিয়াবা সময় নোলায়! বন্ধু-বান্ধৱ, মিতিৰ-কুটুম্বলৈ চিঠি এখন লিখিবলৈকে কেতিয়াবা সময় নোলায়। মোৰ সময় ক'ত? দৌৰিয়েই ফুৰিছো, কিন্তু সময়, অৱসৰ ক'ত?

আৰু এইদৰে মামৰে ধৰা তৰোৱাল ক'কালত বান্ধি শুৱলৈ, শুই ভাও ধৰিবলৈ ইমান অন্তৰংগ সময়ৰ সান্নিধ্য ক'ত? কেতিয়া এনে সুবিধা পালো? এই মধুৰ স্ফুৰণৰ অৱসৰ কেতিয়া ওলাল?—উমান লৈ গম পাইছো, মানুহৰ প্ৰবল সোঁত বৈছে ৰাস্তাৰ ওপৰেদি। মানুহৰ গুণগুননি ক্ৰমাৎ বাঢ়িছে। মাজে মাজে মানুহবোৰৰ মাত কথা নাই; কেৱল পদ-ধ্বনি—জোতাৰ খোজৰ শব্দ, গুৰুগম্ভীৰ পৰিবেশ, বে-পৰোৱা উদ্যম, পণ! ধৰি ললোঁ, মানুহবোৰৰ কিবা এটা হৈছে, যেনেকৈ মোৰো আজি কিবা এটা হৈছে। আৰু সেয়ে তেওঁলোকে পদব্ৰজে স্থানীয় ভাবে এই 'ভ্ৰমণত' অংশ লৈছে। ধৰি ললোঁ হয়, কিন্তু পিচ মুহূৰ্ত্তত মই পুনশ্চ সচকিত হৈ উঠিলো—আনকালেতো এনেকুৱা নকৰে, ৰাস্তালৈ ওলাই আহিবলৈ ল'ৰাৰ পৰা বুঢ়ালৈকে, মানুহবোৰৰ আজি কি গৰজ পৰিল? ৰাস্তাৰ ওপৰেদি যোৱা মানুহ দুজনমানে কথা পতা শুনিলো—'আনকালেতো এওঁ এনেকৈ টোপনি নেমাৰে!' মই মনে মনে ক'লো—তোমালোকেওতো আন-কালে পদব্ৰজে এনেকৈ সমূহীয়া ভ্ৰমণত লিপ্ত নোহোৱা। তোমালোক ক'লৈ যোৱা? কথাবাৰ কৈ পেটে-পেটে বেচ আমোদ পালো। যাহওক তেওঁ, মোৰ ব্যক্তিগত পৰিকল্পনাটো অদ্ভুত। কিবা এটা ব্যতিক্ৰম ঘটিছে মোৰ। গতানুগতিকতাৰ মাজতো মই কিবা এটা অগতানুগতিক কৰিবলৈ সক্ষম হৈছো। মানুহবোৰৰ মনত ছাগে নানান প্ৰতিক্ৰিয়া হৈছে। খেলপটো যে মই সাজিছো—তাকে ক্ৰমান্বয়ে মানুহবোৰে কেন পাইছে আৰম্ভ কৰিছে। মোৰ মনত উৎসাহ দুগুণে বাঢ়িল। এনেৰ মাজত মোৰ সেই আহৰি

নোপোৱা মানুহটোৰ আবিৰ্ভাব ঘটিল আৰু ক'লে—'আজিয়েই সেই অজগৰ ওলাইছে অতদিনৰ মূৰত। অ'কৰা, অজলা মানুহবোৰে তোমাক ব্যতি-ব্যস্ত কৰি তুলিছিল - আজিকালি তুমি নিলিখা হলা বুলি। তুমি আকৌ কৌছিলা কেনেকৈ লিখকবোৰে লিখে তুমি ভাবিয়েই আচৰিত হোৱা। মই ভাবিলোঁ—কিজানি এই মনুহবোৰে ভবাৰ কাৰণেই মই আজি গল্প লিখাৰ অৱসৰ পালোঁ। গতিকে গল্পটো সজা শেষ হ'লে এই জাগি থকা মানুহবোৰে ভালকৈ পঢ়িবৰ বাবে গল্পটো মই আলোচনীৰ সম্পাদকলৈ পঠাই দিব লাগিব।

কি এক অদ্ভুত জড়তা! বিচনাৰ উমৰ মাজৰ পৰা উঠিবলৈ মোৰ মন যোৱা নাই। ৰাস্তাইদি মানুহৰ সোঁত বৈয়ে আছে। আজি কেইবাদিনো হ'ল। অফুৰন্ত আহাৰ। মই আগৰ দৰে দৌৰি ফুৰিব লগা হোৱা নাই। মূৰে গায়ে কাপোৰ লৈ মই বাহিৰৰ বিচনাখনত শুই আছোঁ। উমান লৈ এতিয়া গম পাইছোঁ—মানুহবোৰে মোক লৈ কোনো আলোচনা নকৰা হৈছে। মোৰ কাণ্ডটো নিশ্চয় গতানুগতিক হৈ পৰিছে আৰু মানুহ-বোৰৰ মজ্জাগত হৈছে। অ'কৰা মানুহবোৰৰ ছাগে কিবা বুদ্ধি মনত খেলাইছে।

এদিন অকস্মাতে চিঞৰ-বাখৰ শুনি মই টোপনিৰ পৰা সাঁচাকৈয়ে সাৰ পাই উঠিলোঁ। ৰাস্তাটোৰ সিমূৰৰ পৰা মানুহবোৰে ধ্বনি তুলি আগবাঢ়ি আহিছে। কাপোৰৰ তলৰ পৰা লাহে লাহে মূৰটো উলিয়াই দেখোঁ, মানুহবোৰে মোৰ নিচিনাকৈয়ে মূৰে-গায়ে কাপোৰ লৈ শুই থকা মানুহ এটাক চাঙী এখনৰ ওপৰত সজাই-পৰাই কান্ধত তুলি লৈ ফুৰিছে আৰু ধ্বনি দিবলৈ ধৰিছে। ৰাস্তাত কেৱল মানুহ আৰু মানুহ। ধ্বনি-বোৰৰ পৰা মোৰ বুজিবলৈ এখানিও বাকী নৰল যে তেওঁলোকে মোৰ দৰে ভাও ধৰি শুই থকা মানুহ এটাক মৰা মানুহ বুলি গৰিহণা দিছে, তিৰস্কাৰ কৰিছে। কথাটো মনত সোমাই যোৱাৰ লগে লগেই মই শুই থকাৰ পৰা জাপ মাৰি উঠিলোঁ—মৃত্যু এক অনিশ্চিত যাত্ৰা, বৰ ভয়াবহ। নাই, এইভাৱে শুই থকা দেখা পালে মোকো মানুহবোৰে কান্ধত তুলি ধৰি দিবলৈ যে নিনিব তাত কোনো সন্দেহ নাই। মাজৰাতি সপোন দেখি চকু খোৱা মানুহৰ দৰে অৱস্থা হ'ল মোৰ—অথচ, ঘৰৰ সকলোৱেই যেন মোক অনাদৰ কৰিবলৈ লৈছে। সকলো যেন মোৰ প্ৰতি উদাসীন।

শেষান্তত মোৰ পৰিকল্পনাটোৰ পৰিণতিটো এনেকুৱা হ'লগৈ যে যিবোৰ মানুহক মই হীন বুদ্ধিৰ অজলা, অঁকৰা বুলি উপেক্ষা কৰিবলৈ উদ্যত, প্ৰকৃততে সেই মানুহবোৰে গল্পটো ভাল পোৱা নাই। মই বুজা উচিত যে বুদ্ধিৰে এনেকৈ ছলনা কৰিলেই মানুহে মোক ভাল গল্প লিখিছে বুলি ফুলৰ মালা নিপিন্ধায়।

মোৰ মনটো ক্ৰমাৎ ভাল লাগি আহিবলৈ ধৰিলে।

আৰু এটা আকৌবিগোজ মানুহৰ দৰে মই সান্তনা লভিবলৈ ধৰিলোঁ। লগে লগে মই কৈ ফুৰিবলৈও ধৰিলোঁ—"এই যে ভাও ধৰা, টোপনি যোৱা মানুহটোক চাঙীত তুলি থৰি দিবলৈ মানুহবোৰে লৈ গৈছিল—বুদ্ধিটো আছিল ক'ৰপৰা? কমপক্ষেও মানুহবোৰ মোৰ ওচৰত কৃতজ্ঞ হোৱা উচিত। মানুহবোৰে বুজা উচিত, মই ভাও ধৰি টোপনি যাব খুজিছোঁ সঁচা; প্ৰকৃততে কিন্তু মোৰ মৃত্যু হোৱা নাই।" ●

# ড্ৰাইভাৰ

বিশেষভাবে ৰাতিপুৱা ডেকা ড্ৰাইভাৰক দেখিলে মানুহে ভয় কৰে। গুথ হুটঙা মানুহটো। তেওঁ যেতিয়া এটা অভাৰকোট পিন্ধি, দীঘল দীঘল খোজ দি, গহীন গম্ভীৰ খোজেৰে, ৰেল ষ্টেচনৰ ফালে গৈ থাকে, সন্ধিয়াৰ পিচত, ৰাতিৰ ৰেলত উঠিব'ল, (ডেকা ড্ৰাইভাৰ ৰেলত চাকৰি কৰে। বিয়া-বাক কৰাইছে। কেইবাবছৰো হ'ল। কিন্তু সন্তানহীন। এই লৈ ডেকা ড্ৰাইভাৰ আৰু পত্নী অন্তৰা দুয়োৰে মানসিক অশান্তি।) তেওঁ যেন অতি কঠোৰ এজন সৈনিক—নিৰ্দ্দয়, নিষ্ঠুৰ; আৰু অন্তৰত একুৰা অবুজ, অতৃপ্ত জুই লৈহে যেন তেওঁ আগবাঢ়ে। মানুহে তেওঁক দেখিলে এক ৰহস্যময় জীৱনৰ জটিলতা অনুভৱ কৰে। অন্তৰত একুৰা জুই লৈ ৰাতিৰ ৰেল চলে। কোনোবাই কয়, ঘচ্-ঘচ্-ঘচ্-ঘচ্! আন কোনোবাই কয়, জগবন্ধু ফটাছাতি! জগবন্ধু ফটাছাতি! জীৱনৰ একসুৰিতাৰ মাজে মাজে জীৱনৰ মায়া ধৰি ৰখাৰ অৰ্থহীন ক্ৰীড়াৰ সন্তুষ্টিৰে। অভিযোগ বিহীন অথচ আঁকোৰগোজ এই যাত্ৰা—জীৱনৰ ভয়াবহতা, জীৱনৰ নিৰৰ্থকতাৰ প্ৰান্তৰে প্ৰান্তৰে। এতিয়া আবেগ-অনুভূতিহীন এই জীৱন, ভয়ভীতহীন এই কঠোৰ জীৱন কিবা ভাল কামত উছৰ্গা কৰিব পৰা হ'লে! এতেকে, জীৱনৰ অনুপ্ৰেৰণা কি?

ডেকা ড্ৰাইভাৰে বহুত কথা বুজাব নোৱাৰে, কেৱল অনুভৱহে কৰে। স্বাৰ্থপৰ মানুহৰ দৰে বহুত কথা কেৱল নিজৰ বাবেই ৰাখিছে—সেইবোৰ কেৱল তেওঁ নিজেহে বুজে। কব নেজানে, আনক বুজাব নেজানে। জীৱন যেন কেতিয়াবা নিৰ্ব্বোধ, সৰল। এক প্ৰাণ, এক চিত্ত, স্পন্দন সেই একেই, আনবোৰ জীয়া মানুহৰ দৰেই।

এতিয়া কথাবোৰ মনত পৰিলে বৰ আচৰিত লাগে। কিমান আত্মীয় আছিল মানুহবোৰ। এতিয়া সেইসোৰীয়া নাইকিয়া চেষ্টা হে যোৱা চাহ

কাপৰ দৰে সম্পৰ্কবোৰ। মানুহৰ শৰীৰৰ উষ্ণতাত ঘন বতাহবোৰৰ মাজে মাজে ঘূৰি ফুৰি তেওঁয়া কেনেকুৱা লাগিছিল। আজি আৰু সেই অৱসৰ নাইকিয়া হ'ল। হেৰাল। হয়তো এনেকুৱাই মানুহৰ জীৱন। কিন্তু নেভাবো বুলিলেও সি খেদি ফুৰে, কেতিয়াবা প্ৰায়েই টোপনিতো। জীৱন হৈ পৰে আচহুৱা বিস্ময়। নাই বুলিলেই নাই। কিমান অসহায় মানুহৰ জীৱন!

আমাৰ জীৱন সেই বাতিৰ ৰেলৰ দৰে। আধুনিক অন্ধকাৰৰ মাজে মাজে এটা জীয়া শৰীৰে অহা-যোৱা কৰে। সেই ক্যাগ্যম, যান্ত্রিক স্পন্দনেই নাম পায় জীৱনৰ। এটা বিধবস্ত জীয়া মানুহে প্ৰশ্ন কৰে—এয়া জীৱন নেকি? তথাপি জীৱন। কেতিয়াবা বাতিৰ ৰেলৰ উকিটো। নিৰ্জন অন্ধকাৰত বুকু কঁপোৱা উকিটো! হয়তো কোবাল জীৱনৰ প্ৰতিশ্ৰুতি, অন্ধকাৰ নেওচি। অন্যথাই সময়বোৰো স্তব্ধ হৈ যোৱা কথা।

তৰুণ বৰুৱাৰ জীৱনটো হৈ পৰিছে এখন বাতিৰ ৰেলৰ দৰে। ঘচ্ ঘচ্ ঘচ্ ঘচ্ শব্দ কৰি নিশাৰ নিবিড়, গভীৰ নীৰৱতা ভংগ কৰি একাবেকা বাটেৰে চলি থাকে, একে গতিৰেই। অন্ধকাৰ ফালি কোবাল জীৱনৰ প্ৰতিশ্ৰুতি হৈ। অথবা কেতিয়াবা গভীৰ দুখত কাতৰ ৰোগীৰ শৰীৰত চলি থকা হৃদযন্ত্ৰৰ দৰে তাৰ স্পন্দন! বৰ আশংকাৰে ভৰা এই জীৱন, বৰ কৰুণ এই জীৱন, বৰ অৰ্থহীন এই জীৱন। বৰ দুৰ্ধৰ্ষ এই জীৱন, বৰ কঠোৰ এই জীৱন। দুখে টলাব নোৱাৰা বৰ জটিল এই জীৱন-প্ৰণালী।

সঁচা কথা, মানুহবোৰ এদিন তৰুণ বৰুৱাৰ বৰ আপোন আছিল। এতিয়া আৰু নাই। এৰাবাৰীৰ দৰে অযত্নপালিত, নিজান আৰু ৰহস্যময়। একে নিয়মতে এটা শ্ৰুতিগোচৰ নোহোৱা সুৰ বাজি থাকে তাত। যেন এতিয়া তাত ভূত-প্ৰেতেহে লীলা কৰে। এটা সৰ্ব্বস্বান্ত মানুহৰ দৰে ভৰা জীৱনৰ অধিকাৰী মানুহবোৰলৈ চায় তৰুণ বৰুৱাই। জীৱন কিমান সুখৰ আছিল? জীৱনৰ কিমান প্ৰাণ-প্ৰাচুৰ্য্য আছিল? মানুহৰ জগত আছিল মধুৰ হৃদ্যতা, সুলভ ভালপোৱা। এতিয়া অকলশৰীয়া এটা দ্বীপত নিৰ্ব্বাসন লোৱা যেন তেওঁ ভাবি থাকিব লাগে—তেওঁৰো আপোন বুলিবলৈ কোনোবা আছিল। মানুহে কেনেকৈ কথাবোৰ সহজে লয় আৰু বাতিৰ ৰেলত উঠি (চাকৰি কৰি) জীৱন কটায়! মানুহৰ জীৱন সঁচাই

ৰৰ ৰহস্যময় । জীৱনটো চোৱাই চোৱাই জুটি লোৱা অথচ গিলিব নোৱাৰা এটা চুইংগাম !

চিনাকি হৈ পৰা অনুভূতিটো—বৰ আচৰিত অনুভূতি এইটো ।

কেনেকৈ যে কাণ্ডবোৰ ঘটে বা ঘটোৱা হয়, আৰু আপোন মানুহ-বোৰ আঁতৰি যায় বা আঁতৰাই পঠোৱা হয় । ফলত আন কিছুমান মানুহ হৈ পৰে একেবাৰে নিঠৰুৱা । এই নিঠৰুৱা মানুহ বিলাকৰ অনুভূতি বিলাকো যে কেনেকুৱা হয়, ভাবিলে আচৰিত লাগে ।

পতি আৰু পত্নী । সংসাৰত আৰু কোনো নাই । তৰুণ বৰুৱা আৰু অন্তৰা বৰুৱা । এই দুজনেই লগ লাগি তৰিছে এখন 'আটোম-টোকাৰি' সংসাৰ । তৃতীয় প্ৰাণীজন নাই । নাহিল । আজি দহ বছৰেও । এতিয়া এইটো জৈৱিক সম্পৰ্ক নে আত্মিক সম্পৰ্ক ? তেওঁলোকক লৈ লিখা গল্পটোক জীৱনৰ অনুসন্ধানত এক স্বাভাৱিক প্ৰতিক্ৰিয়াৰ ৰূপতেই সজাব খুজিছোঁ । অপূৰ্ণ জীৱনৰ প্ৰতিদানত ক্ষান্ত থকা, হতাশগ্ৰস্ত সংবেদনশীল মনো কেতিয়াবা সমগ্ৰ জীৱনৰ মায়াৰ অনাত্মীয় হ'ব পাৰে । পতি আৰু পত্নীৰ বাবে জীৱনটো আশা ভংগৰ, বিস্ময়ৰ । এই বিচ্ছিন্ন-তাৰেই বিপৰীতে একো নাই নেকি ?

তৰুণ বৰুৱাৰ মনলৈ বিবাহ-বিচ্ছেদৰ ভাবটো আহে অকলশৰে থকাৰ ধাৰণাটোৰ পৰা, শূন্যতাবোধৰ মাৰফৎ । পত্নী হয়তো এদিন আপোন আছিল, এতিয়া নাই । বৰ ভাল দিন আছিল সেইবোৰ । এতিয়া বিচ্ছেদ হৈ যোৱাত—ধৰাহওক, বিচ্ছেদ ঘটিল—তৰুণ বৰুৱা কিন্তু অনুতপ্ত নহয় । কঠোৰ মনোভাৱ । অকলে থাকে, ফুৰে, খায়, বহে, পঢ়ে, শোৱে । অফুৰন্ত সময় পাই যদিও সময়বোৰ মনেভৰা মতে কামত খটুৱাব নোৱাৰে । কিবা এটা চিন্তাই খুলি খুলি খায় । সাহিত্য চিন্তাই আদৰাটতে থমকি ৰয় । এই খুলি খুলি খোৱা চিন্তাটোৱে আকাশৰ বিশাল শূন্যতাক খামুচি আনিব খোজে ।

অন্তৰাই বুজি দিছে, তৰুণে মানুহ দেখা পালে ক'ত ? হৃদয়ৰ সম্ভেদ পালে কাৰপৰা ? তাইৰ বিবহত পতি বিচলিত নহয় । এক হৃদয়হীন-তাই নিৰ্ম্মমভাৱে অন্তৰাক আঘাত কৰে । তেওঁ বিবাহ-বিচ্ছেদ কেতিয়াও বিচৰা নাই । অথচ নিৰ্ম্মম যান্ত্ৰিকতাৰে যেন উচ্চাৰিত হয় তালাক ! তালাক ! তালাক ! (তিন তালাক ! Divorce !) । অন্তৰাই তালাক দিব

নোখোজে। জীৱনটোক আন এখন মৰুভূমিলৈ ৰূপান্তৰিত কৰিব নোখোজে। অন্তৰাই বুজি পায় প্ৰবেশিকা পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হোৱা পৰাটোত কোনো আন্তৰিক শক্তিৰ প্ৰভাৱ নাই নাইবা ই হৃদয়ৰ দাবীতো সম্ভৱ হৈ উঠা নাই। ইয়াত নিষ্ঠা আছে, পৰিশ্ৰম আছে, মগজুৰ কথা আছে। হৃদয়ৰ মহান দাবীত কোনো সৃষ্টিশীল কথা তাত নাই। তৰুণ বৰুৱা ভাল মানুহ। কিন্তু জীৱনটো জানো এনেকুৱা কিছুমান স্বাৰ্থপৰ কেলকুলেশ্যনৰ সমষ্টি। তাইৰ হৃদয়ৰ মানুহটোক তেওঁৰ সুবিধাবাদী স্বভাৱৰ পৰা, কাপুৰুষালিৰ পৰা আৰু বোধহয় বিশ্বাসঘাতকতাৰ পৰা বচাবলৈ যে তাই নতুন ৰূপ ধাৰণ কৰিব লাগিব, ক্ৰমাৎ অন্তৰা দৃঢ় প্ৰতিজ্ঞ হ'ল। হৃদয়ৰ এই শক্তিটো যেন অন্তৰাৰ লগে লগে অশৰীৰি মানুহ এটাৰ দৰে তাইৰ লগে লগে ঘূৰি ফুৰে—সিয়েই যেন তাইৰ নিৰ্যাতিত, লাঞ্ছিত জীৱনৰ শ্ৰেষ্ঠতম সৃষ্টি। এই ৰূপ তেজস্বীনি ৰূপ, সংহাৰ সৃষ্টি কৰিব পৰা ৰূপ!

এই বিচ্ছেদৰ ভাৱটো কিয় আহে তৰুণে বুজি নেপায়। স্বভাৱতেই মানুহটো তেনেকুৱা হৈছেগৈ। বিগত অভিজ্ঞতাৰ পোহৰত জীৱনৰ ওপৰত সমালোচনাত্মক প্ৰশ্ন তুলিবলৈ লোৱা মুহূৰ্ত্তত আহি অন্তৰাই এনে এক বেসুৰা কণ্ঠৰ গীত আৰম্ভ কৰি দিয়ে যে খণ্ডতে তৰুণে নিজৰ মনৰ ভাৱসাম্য ৰাখিব নোৱৰা হয়। এইটোৱেই এতিয়া তেওঁৰ স্বভাৱ—তেওঁৰ তেজত বয়। তেওঁ নোৱাৰে। 'ৰাবে-বিংকৰা কল্পনাৰে নিজকে সজাব পৰাৰ খোজে আৰু এক আদৰ্শ পৰিবেশলৈ নিজকে টানি নিয়ে, কম্প্যু-টাৰাইজড্ পাৰফেক্‌চনেৰে—নীৰৱে, নিভাজ মাখি সকলো শুই পৰা পৰি-বেশত গৈ তেওঁ অৱতৰণ কৰে আৰু শুই শুই ভাবে, জীৱনৰ অন্ত ক'ত, জীৱনৰ ৰহস্য কি? অপ্ৰকাশৰ বেদনাই যেতিয়া মুক্তি পোৱা যেন ভাৱ হয়, সেই দুৰ্ভেদ্য প্ৰাচীৰ ভাঙি সোমাই আহে এজাক কোঁহলি প্ৰিয় মানুহ আৰু সমদলৰ সৰাতোকৈ আগত হিংস্ৰ ৰাঘিনীৰ দৰে থাড়া হয় অন্তৰা আৰু চিঞঁৰি চিঞঁৰি কয়—"ক'তা তোমাৰ সমাজতন্ত্ৰ মই মানুহ দেখা পোৱা নাই। তোমাৰ পৰাজয়ৰ গ্লানি মোৰ মুখৰ ওপৰত জাপি দিবলৈ তোমাৰ কি অধিকাৰ আছে?" তেওঁ হতভম্ব হৈ থিয় দিয়ে। তৰুণ বৰুৱাই আচলতে কথাবোৰ, সত্যবোৰ, যুক্তিবোৰ বুজো নুবুজোকৈ

বুজি পায়। তেওঁ ভাগৰি পৰে।

যান্ত্ৰিক জীৱনৰ গতানুগতিকতাৰে তেওঁৰ জীৱন চলে। যোধহয় অৰ্থহীন কল্পনাৰে তেওঁ জীৱন অনুসন্ধান কৰে। অন্তৰাৰ সংগৰ পৰা তেওঁ নিজকে আঁতৰাই নিয়ে আৰু এটা অপৰিচিত, অবাঞ্ছিত, উপেক্ষিত, তুচ্ছ মানুহৰ দৰেই জীৱন কটাই দিব খোজে। জীৱনৰ কোনো অৰ্থ বিচাৰি নেপায়। কেৱল এক আত্মীয়ক হেৰুৱাৰ বিৰহত যান্ত্ৰিক জীৱন কটাই দিব খোজে। ক্ৰমান্বয়ে এই বিৰহ-বেদনা ঘনীভূত হৈ গৈ থাকে। তেতিয়া তেওঁৰ কোনো ক্ষোভ বা আক্ষেপ নেথাকে; মনৰ অশান্তি দূৰ হয়। দুখ থাকে, সি অপ্ৰকাশৰ নহয়, বিৰহৰ নহয়, অসম্পূৰ্ণ এক জীৱনৰ মায়াৰ লগত অপ্ৰত্যাশিত, অস্বাভাৱিক সংযোগৰ দুখ। এই দুখৰ উপলব্ধিয়েই তৰুণ বৰুৱাৰ জীৱনৰ সৰ্ব্বশেষ উপলব্ধি। তাতেই তেওঁৰ জীৱনৰ মূল সমস্যাটোৰ উত্তৰ নিহিত থাকে। জীৱনৰ প্ৰতি নিঃসংগ অনুভূতিৰ প্ৰত্যেয়েৰে তেওঁ তাৰ গতি অব্যাহত ৰাখে। এই শূন্যতাবোধেই তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম উপলব্ধি, জীৱনৰ একমাত্ৰ অৱলম্বন আৰু নিৰাপত্তাৰ সোঁধ।

মানুহৰ জীৱনৰ অৰ্থ সম্পৰ্কে যেতিয়াই তৰুণ বৰুৱাৰ মন ভাৱাক্ৰান্ত হৈ উঠে, তেতিয়াই ক্ৰমান্বয়ে তেওঁৰ মনৰ অন্তৰ্দ্বন্দ্বই তেওঁক এখন শূন্যতা-বোধৰ ৰাজ্যলৈ হাত ধৰি লৈ যায়। তেওঁ গৈ বিশাল শূন্যতাৰ এক বিন্দুত থুপ খায়। মনটো তেওঁৰ শান্ত হয়। এটা অবাঞ্ছিত পাৰ, অপৰিচিত মানুহৰ দৰে এইভাবে পৰি থাকিবলৈ পালেই যেন তেওঁ ভাল এনে ভাব হয় তেওঁৰ।

সম্পূৰ্ণ দহটা বছৰ যুগ্মজীৱন অতিবাহিত কৰাৰ পিচত এদিন এক ছদ্মবেশী ভূমিকা লৈ তৰুণ বৰুৱাই অভিযোগ তুলিলে যে তেওঁৰ এটা জীৱন ধ্বংস হৈ যোৱাৰ মূলতে তেওঁৰ পত্নী অন্তৰা। প্ৰথমে তেওঁৰ মনত এনে এক সন্দেহে ঠাই পালে; ক্ৰমাৎ সেই সন্দেহ সংশয়ত ঘনীভূত হ'ল। আৰু এদিন এই সংশয়েই নাম পালে বিশ্বাসৰ। অৰ্থাৎ তৰুণ বৰুৱাই বিশ্বাস কৰিবলৈ ধৰিলে যে জীৱনৰ প্ৰতি তেওঁৰ উৎসাহ, অনুৰাগ নিঃশেষ কৰি পেলোৱাত প্ৰধান ভূমিকা লৈছিল অন্তৰাই। কিন্তু মুখামুখিকৈ এই অভিযোগ আনিবলৈ প্ৰথমে তৰুণ বৰুৱাৰ সাহস হোৱা নাছিল। এদিন অপ্ৰকৃতিস্থ অৱস্থাত তেওঁ চিঞৰি উঠিল—"তুমিয়েই মোক ধ্বংস কৰিলা! তোমাৰ আগমনৰ পিচৰেপৰা লাহে লাহে মই ধ্বংস হৈ গলোঁ।"

গিৰিয়েকৰ কথাকেইষাৰে অন্তৰাৰ মনত যেন চাবুকৰ কোব এটাহে বহুৱাই দিলে। অন্তৰৰ কোনোবা এটা গভীৰ, কোমল অংশত যেন অন্তৰাই এক অপ্ৰত্যাশিত আঘাত অনুভৱ কৰিলে। এটা সময়ত তাৰ যন্ত্ৰণা অসহ্যকৰ হৈ উঠিল। সংসাৰৰ তপত মৰুভূমিৰ মাজত যেন পানী পানী বুলি চিঞৰিৰ থকা অৱস্থাত, তাইৰ অতি আপোন, চিনাকি মানুহ এটাই এতিয়া অপ্ৰকৃতিস্থ অৱস্থাত কুকুৰৰ দৰে দাঁত-মুখ নিকটাই ভোঁ ভোঁ কৰি তাইক কামুৰি কামুৰি বগৰাই পেলাব খুজিছে। অকস্মাতে অন্তৰাৰ মনত এটা হিংস্ৰতাৰ ভাব জাগিল, মনত প্ৰবল জেদ বাঢ়িল। অনাদৰ, অৱহেলাই এনে উত্তপ্ত ভূমিকা লব বুলি তাই সপোনতো ভবা নাছিল : এই অভিযোগ নিশ্চয় ক্ষণিকৰ বিজুলি নহয়, সঞ্চিত ক্ষোভ তথা প্ৰতাৰণাৰহে প্ৰকাশ। তাইক যেন এক গুৰুতৰ অভিযোগেৰে অভিযুক্ত কৰা হ'ল। তাৰ বাবে স'চাই তাই দায়ী নে? তৰুণে যেন তাৰ নীচ স্বাৰ্থপৰতাৰ খাতিৰতেই, ইচ্ছাকৃতভাবে তাইক অপমান কৰিব খুজিছে। সেয়ে তাই বাঘিনীৰ দৰে গাঁজি উঠিল—"মই যদি তোমাক ধ্বংস কৰা বুলি ভাবিছা, তেনেহ'লে বুজি লবা তুমিও মোৰ জীৱনটো ধ্বংস কৰিলা, তোমাৰ অপূৰ্ণ জীৱনৰ গ্লানিৰে, পৰাজয়ৰ গ্লানিৰে, অৱদমনৰ অসুস্থ মানসিকতাৰে, তোমাৰ নীচ আত্মকেন্দ্ৰিকতাৰে। স্বাভাৱিক, স্বতঃস্ফূৰ্ত, সজীৱ জীৱনৰ পৰা মোৰ সংসাৰখনক বঞ্চিত কৰি তুমি মোকো ধ্বংস কৰিলা। উপায়ন্তৰ হৈ এই জীৱন মানি লোৱা মানে ধৰি নলবা যে ময়ো সুখী। তুমি দুৰ্বল, তুমি ক্ষুদ্ৰমনৰ মানুহ, তুমি দাম্ভিক, তুমি বিশ্বাসঘাতক। আন হেজাৰটা পুৰুষৰ দৰেই তুমিও স্বাৰ্থপৰ। তোমাৰ এই অপবিত্ৰ মনোবৃত্তিৰে মোৰ জীৱনটো তুমি কলুষিত নকৰিবা। মনুষ্যত্বৰ প্ৰতি তোমাৰ কোনো কৌতূহল নাই—তুমি আজি দহবছৰে মোকলৈ যিখন সমাজত কাম কৰিছা, সেইখন সমাজ আধুনিক জীৱনৰ সকলোবিলাক আৱিল দৈন্যেৰে ভৰি আছে। তুমি তাত মানুহ দেখা পাইছানে? তাত মানুহৰ হৃদয়ৰ হাহাকাৰ, আত্মাৰ বিনানি শুনিবলৈ চেষ্টা কৰিছানে কেতিয়াবা?"

এক প্ৰবল আক্ৰোশত অন্তৰাই নিজকে চম্ভালিব পৰা নাই। প্ৰবল শোকে পুনশ্চ এবাৰ তাইক খুন্দা মাৰি ধৰিলে। দুচকুৰ কোণেদি ধাৰাসাৰে চকুলো বৈ আছিল। তৰুণ বকৰাই এতিয়া আহি কি সান্ত্বনা দিব? নে তথ্য বিয়াত আহি উকলি দিব? তেওঁ আহি কলে—"মোক ক্ষমা কৰিবা অন্তৰা। মই বুজিছো, তুমি দুখ পাইছা। মোৰ কথাষাৰে তোমাৰ

অন্তৰত আঘাত দিছে। কি কৰিবা। মইো জানো হাহাকাৰ কৰা নাই ?"
অন্তৰাই মূৰ তুলিলে কৰি উচুপি থাকিল। মুখেৰে একো নেমাতিলে।
চেঁচা আবেগেৰে সিক্ত পৰিবেশৰ পৰা তৰুণে নিশব্দে, ধীৰে-ধীৰে প্ৰস্থান
কৰিলে।

ক্ষন্তেক পিচত অন্তৰাৰ অন্য এক চেতনা ফিৰিল। মানুহটো
প্ৰকৃততেই দুখী। কিন্তু তেওঁ কেনেকৈ বুজি পালে যে দোষ তাইৰ
নহয়, তাই সেয়ে আঘাত পাইছে। কেনেকৈ ? তৰুণৰ প্ৰতি কৰা তাইৰ
ব্যৱহাৰৰ বাবে অন্তৰা এধানিও অনুতপ্ত নহ'ল। এয়া যেন ব্যতিক্ৰম এক
হিংস্ৰতা। তাই তৰুণৰ কাষলৈ গ'ল। তৰুণেও তাইৰ আগমনত নীৰৱে
সহাঁৰি জনালে। দুয়ো নীৰৱে বাহিৰলৈ গ'ল। বাহিৰৰ চোতালত শৰতৰ
জোনাকৰ নিবিড় আৰু কোমল পৰশ আজি অনুপস্থিত। উপস্থিতিৰ
কোনো নিশ্চয়তাও নাই। ●

# প্ৰতিদ্বন্দ্বী

দিন আৰু ৰাতি, বগা আৰু ক'লা—এইবোৰৰ বৈষম্যই হেনো—পৰস্পৰে পৰস্পৰৰ শক্তি বৰ্দ্ধন কৰে। সেইদৰে দুখবোধ তথা আনন্দানুভূতিয়েও হেনো পৰস্পৰে পৰস্পৰৰ পৰা বল পায়। জ্যোতিৰ্ময়ৰ জীৱনতো দিন আৰু ৰাতিৰ বৈষম্য, বগা আৰু ক'লাৰ পাৰ্থক্যই তাক আজন্ম অনুসৰণ কৰি আহিছে। এই সংঘাতৰ প্ৰকৃত অভিজ্ঞতাৰ মাজতহে তাৰ জীৱনৰ আকাংক্ষাৰ এটা সম্ভাৱনা আছে: কথাটো বয়স বাঢ়ি অহাৰ লগে লগে ক্ৰমশঃ পৈণত বিচাৰে অভিজ্ঞতা কৰিবলৈ ধৰাৰ লগে লগে সি বৌচকৈ বুজিবলৈ সক্ষম হৈছে। তাৰ মনৰ বিশ্বাস যে সি বিপুল কল্পনাৰ অধিকাৰী, অথচ সুণ্টাজন বিশৃংখল। এই বিশৃংখলতাৰ মাজত সম্ভাৱনা কিমান ? আনন্দানুভূতিয়ে কৌতিয়াবা তাক জঠৰ কৰি তোলে, দুখবোধে তাক কৌতিয়াবা এনেভাৱে মূৰ্ত্ত কৰি তোলে যে এটা ব্যাগুম সম্ভাৱনাৰ মহাকাশত সি বিচৰণ কৰি ফুৰে। বাস্তৱৰ নিষ্ঠুৰ অভিজ্ঞতাই পুনৰ তাক সেই আনন্দানুভূতিৰ ৰাজ্যলৈ টানি লৈ যায়। এই যে বৈষম্য, দিনটোক লাভজনক ভাৱে কামত খটুৱাই, ৰাতিটোৰ অন্ধকাৰ সি সমূলি নিবিচৰা অৱস্থাত পুনশ্চ এটা ৰাতি নামি আহিছে, সি তাৰ পৰা হাত সাৰিব পৰা নাই। সি বুজিছে, সি অসহায়; এই ব্যৱস্থাত, এই বৈষম্যৰ পৰা হাত সৰাৰ উপায় নাই। প্ৰকৃত, স্বচ্ছন্দ আনন্দ প্ৰাপ্তি এই বিৰোধৰ মাজতহে। দুখবোধৰ সান্নিধ্য নোপোৱা হ'লে জ্যোতিৰ্ময়ৰ বাবে আনন্দৰ তাৎপৰ্য্যও নোহোৱা হৈ গ'লহেঁতেন। বগাৰ অস্তিত্ব ইয়াৰ বিপৰীতে ক'লাৰ সান্নিধ্যতহে। সেয়ে তাৰ জীৱনলৈকো সুখ, স্ফূৰ্ত্তি, আনন্দ বিচ্ছিন্নভাৱে অহাৰ আশা কম।

জ্যোতিৰ্ময়ে আৱিষ্কাৰ কৰিলে যে তাৰ মনৰ মাজত গোপনে অথচ নিৰৱছিন্নে এটা আকাংক্ষা লুকাই আছে, সেই তৌতিয়াৰে পৰা, যৌতিয়াৰ পৰাই সি বুজি উঠিছিল যে সি কিবা এটা সৃষ্টি কৰিব খোজে, কিবা

এটা প্ৰকাশ কৰিব খোজে। আকাংক্ষাটো তীব্ৰতাই মূৰ্ত্ত হৈ উঠিছিল। অপাৰ আনন্দত হৃদয়, চিত্ত মতলীয়া হৈছিল। আৰু মাজতে ৰাত্ৰিৰ শান্তিটোৱেই তাৰ বেচি আপোন হৈ পৰিছিল। এই বিপৰীত শান্তিটোৱেই ক্ৰমাৎ গা কৰি গজগজীয়া হৈ উঠিছিল। জ্যোতিৰ্ময়ৰ এনে ভাব হৈছিল যেন তাৰ এই জীৱনেই যুগমীয়া হৈ ৰব আৰু চিৰদিনে থাকি যাব। কিন্তু নেথাকিল। পুনৰ ৰাতিপুৱাল। দিন হ'ল। আকাংক্ষাৰ সেই শাশ্বত নৈশনৰ কুলু কুলু ধ্বনি প্ৰথমে শুনা গৈছিল, তাৰ পিচত তাৰ চিনাকি খলখলনিটো; কিন্তু এয়া আছিল মাথোন অলীক সপোন।

সেয়ে জ্যোতিৰ্ময়ে এতিয়া স্বতঃস্ফূৰ্তভাৱে সিদ্ধান্ত কৰিব খুজিছে, কোনোটোৰ পৰা সি বিচ্ছিন্ন নহয়। নহলেনো সি ইচ্ছা কৰিও দিনটোকো কিয় ধৰি ৰাখিব নোৱাৰিলে? আজি সেয়ে এই ধৰণৰ বিৰোধৰ শান্তিটোৱেহে তাক নিয়ন্ত্ৰণ কৰিব লাগিছে।

কথাবোৰ ভাবি জ্যোতিৰ্ময়ৰ মনলৈ অনিৰ্বচনীয় প্ৰশান্তি আহিল। প্ৰথমে নৰক দৰ্শন কৰা, তেহে স্বৰ্গপ্ৰাপ্তি হ'ব। মনলৈ হতাশা আনিছা কিয়? তাৰ চাৰিওফালে দ্ৰুত সামাজিক পৰিৱৰ্ত্তন। এই পৰিৱৰ্ত্তনৰ বা তাৰ একালৰ অন্তৰংগ বন্ধু ৰঞ্জিতৰ গাতো লাগিছিল। সিয়েই যোৱাকালি আহি তাৰ ঘৰ ওলাইছিলহি। সিয়েই তাক কৈ গৈছিল—'প্ৰথমে নৰক দৰ্শন কৰা, তেহে স্বৰ্গপ্ৰাপ্তি হ'ব।' ৰঞ্জিতৰ আগমনে জ্যোতিৰ্ময়ক পুনৰ যেন নিমন্ত্ৰণ কৰি গ'ল তাৰ পূৰ্ব্বৰ দিনবোৰলৈ। তাৰ মনৰ মাজত এতিয়া কেৱল অনিশ্চয়তা। সি সম্প্ৰতি যেন সম্পূৰ্ণ নিঃসংগ। ভৱিষ্যত নিৰাশতাহীন, অন্ধকাৰ। ইয়াৰ বিপৰীতে ৰঞ্জিতৰ মনত যেন কোনো অনিশ্চয়তা নাই। তাৰ মনটো অতি প্ৰফুল্ল। তাৰ মনত যেন কোনো হতাশাই নাই। হেজাৰ নিৰাশাজনক অৱস্থাও টলাব নোৱাৰা তাৰ স্থিতি আৰু বিশ্বাস। তাৰ মনত কোনো যেন স্বাৰ্থপৰতা নাই, নাই কোনো কলুষতা। সি স্বাধীন। আৰু?

জ্যোতিৰ্ময়ে ভাবিব নোৱাৰাকৈয়ে এদিন অকস্মাতে ৰঞ্জিত আহি তাৰ ঘৰ ওলাইছিলহি।

আজিৰ পৰা প্ৰায় চাৰি-পাঁচ বছৰ আগতে জ্যোতিৰ্ময়ে ৰঞ্জিতক লগ পাইছিল। সেই সময়ত জ্যোতিৰ্ময়ৰ মন-প্ৰাণত অফুৰন্ত উচ্ছ্বাস; যৌৱন-সুলভ অদ্ভুত সপোন, অশেষ আশা আৰু বিৰামহীন কল্পনা; সেইবোৰ

দিনত সি নিষ্পেষিত জনৰ গীত শুনিবলৈ ভাল পায়; শোষিত, দৰিদ্ৰ মানুহৰ কবিতাৰ মাজতহে নিজৰ অস্তিত্বৰ বিচাৰ অনুভৱ কৰে। এনে মানুহৰ জীৱন আৰু অভিজ্ঞতাৰ মাজতহে নিজৰ নতুন গল্প সৃষ্টিৰ অংকুৰ লুকাই থকাৰ সম্ভাৱনাক বিজ্ঞান সম্মত বুলি মানি ল'ব খোজে। বাস্তৱ জীৱনত প্ৰত্যক্ষ হৈ উঠা অসাম্য আৰু বৈষম্যই সেইবোৰ দিনত তাক বিদ্ৰোহী কৰি তুলিছিল। তাৰ এনেকুৱা লাগিছিল, ইতিহাসৰ সেই যুগে তাৰ নিচিনা মানুবোৰলৈকে যেন অপেক্ষা কৰি আছে।

তেনেবোৰ দিনতে তাৰ আকাংখ্যাৰ লগত সুৰ মিলাই অভিযাত্ৰী ৰঞ্জিতেও দৰিদ্ৰ, শোষিত আৰু লাঞ্চিত জন-সমুদ্ৰত চিৰন্তন আবেগৰ স্পন্দন শুনিবলৈ উঠিপৰি লাগিছিল। সেই সূত্ৰ লৈ প্ৰথমে দুয়োৰে মাজত ঘটিছিল সামান্য পৰিচয়! আৰু পিচলৈ সেই ঠাই অধিকাৰ কৰিছিল গভীৰ বন্ধুত্বই; মধুৰ হৃদ্যতাই।

কালক্ৰমত সেই বন্ধুত্বৰ মাজত এদিন ফাট মেলিছিল।

আৰু দুয়ো দুটা বেলেগ পথেৰে যাত্ৰা আৰম্ভ কৰিছিল।

ফলস্বৰূপে এদিন গঢ়ি উঠা বন্ধুত্ব আৰু অন্তৰংগতা আন এদিন ক্ৰমান্বয়ে নিঃশেষ হৈ আহিবলৈ ধৰিছিল।

ৰঞ্জিতৰ আগমন সেয়ে জ্যোতিৰ্ম্ময়ৰ বাবে অতিশয় অভাৱনীয়।

জ্যোতিৰ্ম্ময়ে গুৱাহাটীত চাকৰি কৰে। ঘৰ ভাড়া কৰি থাকে। এই ভাড়াঘৰ বিচাৰি বিচাৰি যোআকালি হঠাতে ৰঞ্জিত ওলোৱাহি দেখি জ্যোতিৰ্ম্ময়ে প্ৰথমে নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিল। ৰঞ্জিতৰ আগমন এটা অৰ্থত তাৰ কল্পনাৰো অগোচৰ। ৰঞ্জিতহঁতৰ নিচিনা বৈজ্ঞানিক সমাজবাদৰ আদৰ্শত আত্মোৎসৰ্গা কৰা মানুহৰ দৃষ্টিত, জ্যোতিৰ্ম্ময় হঁতৰ নিচিনা মনস্থিৰ কৰিব নোৱাৰা মানুহবোৰ এক শ্ৰেণীৰ প্ৰতিক্ৰিয়াশীল মধ্যবিত্ত। এই ৰঞ্জিতেই বা কি বিচাৰি জ্যোতিৰ্ম্ময়ৰ ওচৰলৈ আহিব? জ্যোতিৰ্ম্ময়ৰ ৰঞ্জিতৰ এই ব্যতিক্ৰমত আচৰিত হব লগাৰ যথেষ্ট থল আছিল। একালে ৰঞ্জিতে বামপন্থী ৰাজনৈতিক আদৰ্শলৈ বাস্তৱ কৰ্ম্মক্ষেত্ৰত নিজকে উৎসৰ্গা কৰিছে; সংসাৰৰ সকলো গতানুগতিক মায়া-মোহ, বিলাস আৰু স্বাৰ্থপৰতা ত্যাগ কৰি দেশৰ অগণন শোষিত, দৰিদ্ৰ জনগণৰ মুক্তিৰহকে দুখ-কষ্টৰ মাজেৰে দিন অতিবাহিত কৰিব লাগিছে। ৰঞ্জিতে এতিয়া নিজকে এটা স্বাধীন মনৰ মানুহ বুলি দাবী কৰিব পাৰে। আনকালে

জ্যোতির্ময় আদর্শ-বিচ্যুত; বিলাস-প্রিয়, গতানুগতিক মায়া-মোহৰ প্ৰতি আসক্ত। এটা অতিশয় আত্মকেন্দ্ৰিক মানুহ। নানা ভৱহৰ বৈষম্যেৰে ভৰপূৰ কাৰিক্‌ সমাজতো সি বৰ্ত্তমানে সমাজৰ চকুত ধূলি দি আছে আৰু সাংসাৰিক মায়া-মোহৰ পাশত আৱদ্ধ থাকি আত্মপ্ৰতিষ্ঠাৰ বাবে উঠি পৰি লগা সি এটা পৰাধীন মনৰ মানুহ। সি এটা প্ৰতাৰক, এটা পলায়ন মনোবৃত্তিৰ মানুহ। মুঠ কথাত সি এটা সমাজৰ প্ৰতিক্ৰিয়াশীল প্ৰতিভূ, যাৰপৰা মুক্তিকামী জনগণই একো আশা কৰিব নোৱাৰে।

এফালে ৰঞ্জিত মুক্তিকামী অগণণ জনগণৰ বন্ধু আৰু আনফালে জ্যোতিৰ্ময় সেইবোৰ মুক্তিকামী মানুহবেই একশ্ৰেণীৰ শত্ৰু। এনে দুটা বিপৰীতমুখী জীৱনযাত্ৰাৰ মাজত কেনেকৈ বন্ধুত্ব অটুট থাকিব পাৰে?

জ্যোতির্ময় আৰু ৰঞ্জিত—দুয়ো দুয়োৰে সজ্ঞানেই এদিন দুটা বেলেগ পথৰ যাত্ৰী ইতিমধ্যেই হৈ গৈছিল।

ৰঞ্জিতৰ আগমনত সেয়ে জ্যোতিৰ্ময়ে অনুভৱ কৰিছিল—ৰঞ্জিতে যদি তাৰ ওচৰলৈ বন্ধুত্ব বিচাৰি আহিছে, তেনেহলে শত্ৰুৰ শিবিৰতহে সেই দুৰূহ আশা পূৰণ কৰিবলৈ বিচাৰিছে। জ্যোতিৰ্ময়ে ভাবি উলিয়াব নোৱাৰিলে, পুৰণি বন্ধুত্বৰ মোহ এৰাব নোৱাৰি যদি ৰঞ্জিত তাৰ ওচৰলৈ আহিছে, তেনেহলে এইটো কেনেকুৱা চৰিত্ৰৰ মোহ? ৰঞ্জিতহঁতৰ আদর্শ আৰু বাস্তৱৰ বিপৰীতে সিতো প্ৰতিক্ৰিয়াশীল ভূমিকাকেই পালন কৰি আহিছে। তেনেহ'লে ৰঞ্জিতে কি বিচাৰি আহিছে? এই প্ৰশ্নৰ কোনো উত্তৰ বিচাৰি উলিয়াব নোৱাৰিলে জ্যোতিৰ্ময়ে।

ৰঞ্জিত আহি জ্যোতিৰ্ময়ৰ ঘৰ সোমোৱাৰ লগে লগে, জ্যোতিৰ্ময়ে আচৰিত হৈ সুধিলে—

"আৰে ৰঞ্জিত, তুমি? এই সন্ধিয়াপৰত ক'ৰপৰা আহি ওলালা?"

ৰঞ্জিতৰ মুখত যেন এটা চিনাকি, আত্মীয় হাঁহি, সি উত্তৰ দিলে—

"তোমাৰ ওচৰলৈকে আহিছো।"

"আহা, আহা। বহুত দিনৰ পিচত দেখিলো তোমাক।"

জ্যোতিৰ্ময়ে ৰঞ্জিতক ঘৰৰ ভিতৰত বহিবলৈ দিলে। কথাষেইটা সি কিছু ইঙ্গিতময়ী কৰি তুলি লক্ষ্য কৰিলে যে সঁচাই, ৰঞ্জিতৰ বহুত পৰিবৰ্ত্তন হৈ গৈছে। বাহিৰৰ পৰা অন্ততঃ তাৰ কোনো ভুল বিচাৰ

নহ'ব। পিন্ধনত বাঞ্জিতৰ গাত আছিল এটা বগা হাতদীঘল হাবাইন্‌ শ্বার্ট আৰু এটা পুৰণি ধোৱা বৰণীয়া লংপেণ্ট। জৰিত এযোৰ পুৰণি চামৰাৰ চেণ্ডেল। চুলিবোৰো সুসংবৃত নহয়। বগা শ্বার্টটো ধূলি-মাকতি লাগি লেতেৰা হৈছে; সেই অনুপাতে পেণ্টটোও। মুখমণ্ডল শুকান, বিবর্ণ; আগৰ সজীবতা আৰু মসৃনতা নাই। উজ্জ্বল মুখৰ বাঞ্জিতৰ আগৰ সেই মাৰ্জিত চোখীনতাখিনি ক'লে গ'ল? যি বাঞ্জিতে এদিন দামী দামী কাপোৰ-কানি সদাই সদাই পিন্ধিছিল সেই বাঞ্জিতৰ গাত এতিয়া নিতান্তই সাধাৰণ পোছাক, অপৰিচ্ছন্নতালৈকো ভ্ৰূক্ষেপ নাই, ব্যস্ত জীৱন তাৰ। জ্যোতির্ময়ৰ আগত যেন এটা নতুন বাঞ্জিত আহি থিয় হৈছেহি।

এটা নতুন বাঞ্জিত!

জ্যোতির্ময়ে নিৰৱতা ভংগ কৰি ক'লে,—

"আজি ভালেমান দিন তোমাৰ লগত দেখাদেখি নাই, কি কোৱা?"

বাঞ্জিতে উত্তৰ দিলে, দুয়ো যেন সহজ হ'ব পৰা নাই,—

"তোমাক বিচাৰি একেবাৰে চন্দ্ৰপুৰ পালোঁগৈ। তোমালোকৰ লগৰ সেই অমূল্য ফুকনক যোৰহাটত লগ পাওঁতে, তুমি তালৈ বদলি হোৱা বুলি কৈছিল?"

জ্যোতির্ময়ে ক'লে—

"নহয়। তাক বোধকৰোঁ কোনোবাই ভুলকৈ ক'লে। মই গুৱাহাটীলৈ বদলি হৈ অহা আজি প্ৰায় এবছৰেই হ'ল। পিছে ঘৰ উলিয়ালা কেনেকৈ?"

"চন্দ্ৰপুৰত নেপাই মই নিবিচৰাটোকেই ঠিক কৰিছিলোঁ। পিছে তাৰ পৰা ঘূৰি আহি গুৱাহাটী পাই, শান্তিপুৰৰ ফালে লগৰ মানুহ এজনৰ তালৈ যাবলগা হোৱাত বাটতে ল'বা এজনে মাত লগাইছিল। মই প্ৰথমে চিনি পোৱা নাছিলোঁ। ক'ৰবাত দেখা-দেখা লাগিছিল হয়, পিচত অৱশ্যে চিনি পালোঁ। তোমালোকৰ কলেজৰ ল'ৰা আছিল। সিয়েই তোমাৰ খবৰ আৰু ঘৰৰ ঠিকনা মোক দিলে। বিচাৰি বিচাৰি ওলালোঁহি আৰু!"

"কোন ল'ৰাজনো সেইটো?"

"নামটো কিবা কিমানলৈ কি কৈছিল। কিন্তু ইয়াতে বোলে কাম কৰে!"

"অ'। বুজি পাইছোঁ। তুমি নিশ্চয় বিমান হাজৰিকাক লগ পাইছিলা। ইয়াকে সি পি. ডব্লিও. ডি.ত কাম কৰে। মোৰ ইয়ালৈ মাজে-সময়ে আহে।"

ক্ষন্তেক বৈ জ্যোতিৰ্ময়ে পুনৰ সুধিলে,—

"পিচে কোৱাচোন বহুত দিনৰ মূৰত? ক'ত আছা আজিকালি?"

ৰঞ্জিতে নিশব্দে হাঁহি এটা মাৰিলে; দুখৰ বা অসন্তোষৰ হাঁহি নহয়। জেপৰ পৰা ছিগাৰেট এটা উলিয়াই, এটা জ্যোতিৰ্ময়কো যাচিলে আৰু ক'লে—

"আজিকালি অঘৰী। ঘৰবাৰী কাহানিবাই এৰিলোঁ। ঘৰৰ মানুহ-বোৰৰ লগত বাহি-জোৰা নহা হ'ল। গতিকে অহাৰ পিচৰ পৰা ঘৰলৈ পুনৰ যোৱাই হোৱা নাই। লোকৰ মুখত খা-খবৰ পাই থাকোঁ মাজে-সময়ে।"

কথাখিনি কৈ উঠি, ছিগাৰেটৰ টান এটা মাৰি, ৰঞ্জিতে পুনৰ মৃদু হাঁহিলে—যেন সি কোৱা কথাখিনি নিতান্তই সাধাৰণ কথা, য'ত ইতস্তত কৰাৰ কোনো প্ৰশ্ন নুঠে, নুঠে কোনো আক্ষেপৰ কথা।

মাজে-সময়ে লগ পোৱা ভালেমান বন্ধুৰ মুখে জ্যোতিৰ্ময়ে শুনি-ছিল যে ৰঞ্জিতে আজিকালি মাৰ্ক্সবাদী বামপন্থী ৰাজনীতিত সক্ৰিয়ভাৱে নামি পৰিছে। জৰুৰী অৱস্থাৰ দিনত প্ৰায় ডেৰ বছৰ কাল জেলতো আছিল। ঘৰবাৰীও এৰিলে।

জ্যোতিৰ্ময়ে ক'লে,

"তোমাৰ খবৰ মাজে সময়ে লওঁ। জেলৰ পৰা কেতিয়া ওলালা?"

"প্ৰায় এবছৰেই হ'ল। প্ৰথমে গুৱাহাটীৰ জেলত থৈছিল। তাৰ পৰা নগাঁৱলৈ বদলি কৰিছিল। ডেৰ বছৰৰ মূৰতহে মুকলি কৰি দিলে।"

"এতিয়া ক'ত আছা? গুৱাহাটীতেই নেকি?"

"ঠিক তেনে নহয়। গুৱাহাটীলৈ অহা আজি পাঁচদিন হ'ল। কালিলৈ ৰাতিপুৱা বাচত যোৰহাটলৈ যাম'গৈ। তাত এৰাতি থাকি পুনৰ কৰ্ম্মক্ষেত্ৰলৈ।"

জ্যোতিৰ্ময় কিছুপৰ নীৰৱে থাকিল। এই সময়ত তাৰ মনলৈ যি চিন্তা আহিছিল সি বৰ সুখকৰ নহয়। ৰঞ্জিতৰ আগমনে তাক প্ৰবলভাৱে জোকাৰি দিলে। এসময়ত তাৰ আৰু ৰঞ্জিতৰ মাজত কোনো আদৰ্শগত বিৰোধ নাছিল। ৰঞ্জিতে তাৰ আদৰ্শত একাগ্ৰতাৰেহে লাগি থাকিল।

সি আদৰ্শৰ পৰা বিচ্যুত হৈ আছিল আৰু সাধাৰণ মধ্যবিত্তৰ দৰে জীৱন যাপন কৰিবলৈ ললে। ফলস্বৰূপে ৰঞ্জিতৰ দৰে দ্বখকষ্ট ভুগিবলগীয়া হোৱা নাই। জ্যোতিৰ্ময়ৰ মনত সেয়ে প্ৰবল অপৰাধবোধৰ জন্ম হ'ল।

জ্যোতিৰ্ময়ক একো নোকোৱা দেখি নীৰৱতা ভংগ কৰিবৰ মানসেৰেই ৰঞ্জিতে ক'লে—

"তোমাৰ বিয়াৰ বাতৰি কিছুদিন আগতে পালোঁ। কেতিয়া পাতিলা বিয়া?"

কিছু ইতঃস্তত কৰি জ্যোতিৰ্ময়ে উত্তৰ দিলে,—

"যোৱা ফাগুণত। ফেব্ৰুৱাৰিৰ ২২ তাৰিখে।"

কথা কেইটা কৈয়ে পুনৰ জ্যোতিৰ্ময় নীৰৱ হ'ল। তাৰ মনত কিবা এটা ওলট-পালট লাগিল। আন সাধাৰণ বন্ধুবোৰৰ দৰে—'তুমি নেপাতা নেকি, পাতা পাতা, আৰু পলম কৰিলে ছোৱালীকে নেপাবা' বুলি ইত্যাদি নানান 'ৰসাল' কথাৰ মহুৰা মাৰিবলৈ যেন সি ভয় খালে। কিয়নো, ৰঞ্জিত সাধাৰণ ল'ৰা নহয়। সেয়ে সি কিছু গহীণ হৈ চিন্তা কৰি, জুখি কথা কব লগা হ'ল। প্ৰবল দংশনে তাক জৰ্জৰ কৰি তুলিলে। পৰিবেশটো যথেষ্ট পৰিমানে জটিল, সমস্য হৈ উঠিল। কওঁ নকওঁকৈ সি পুনৰ ক'লে,—

"ঘৰতো ৰবকৈ ধৰিলে, পিচত হৈ গ'ল আৰু কোনোৰকমে।"

কথাকেইষাৰৰ মধ্যে মধ্যে যেন কিবা এক বুজাব নোৱাৰা অপৰাধ বোধ প্ৰছন্ন হৈ বৈ গ'ল। জ্যোতিৰ্ময়ৰ মানসিক অৱস্থাটোৰ বুজ লবলৈ ৰঞ্জিতৰ বেচি সময় নেলাগিল। পৰিবেশটো সহজ কৰিবলৈ সি ক'লে—

"মোৰ বিয়াখাক খোৱা বহুদিন হোৱাই নাই। অ'ত ত'ত ঘুৰি ফুৰোতেই যায়। বিয়াৰ কথা কোনোৱাই মোক কৈছিল। সময়ত পাহৰি গলোঁ।"

জ্যোতিৰ্ময়ে কিছু সকাহ পোৱা যেন পালে, ক'লে,—

"তোমাৰ খবৰ সম্পৰ্কেও কথাটো একেই। ঠিকনাও নেজানোঁ। বিয়াটো সম্বন্ধীয়ে লগ পাই থকা আৰু ঠিকনা জনা দুই এজন বন্ধুকহে মাতিছিলোঁ।"

ৰঞ্জিতে ভোঁতা ক'লে,—

"মোক অৱশ্যে ইচ্ছা কৰা হ'লেও মাতিব নোৱাৰিলাহেঁতেন। অথবা মানুহৰ ঠিকনা বিচাৰি মিছাতে হাবাথুৰি খালাহেঁতেন। মইতো কলেজৰেই মোক কোনোবাই তোমাৰ বিয়াৰ খবৰ দিছিল, সময়ত পাহৰি গলোঁ। বাৰু এতিয়া এইবোৰ এৰা। তোমাৰ পৰিয়ালক চিনাকি কৰি দিয়া। বিয়াতো খোৱা নহলেই! প্ৰথমে মোক অন্ততঃ একাপ চাহ দিয়া, বৰ পিয়াহ লাগিছে।"

এটা চিনাকি আন্তৰিকতাত যেন জ্যোতিৰ্ময় ক্ৰমাৎ সহজ হৈ পৰি-বলৈ ধৰিলে। সি অনুভৱ কৰিলে, ৰঞ্জিতৰ পুৰণি দিনৰ বন্ধুত্বৰ উত্তাপ যেন কোঠাটোত বিকিৰীত হ'ব লাগিছে। সি ততালিকে মাত লগালে,—

"নিশ্চয়, নিশ্চয়! মই কম বুলি ভাবোঁতেই……!" সি তাৰ পত্নী ৰূপাক মাতিলে,—

"ৰূপা, অ' ৰূপা! চাওঁ এইফালে ওলাই আহাঁচোন। মোৰ এজন অন্তৰংগ বন্ধু আহিছে, চোৱাহি।"

তাৰ পিচত ৰঞ্জিতলৈ চাই সুধিলে,—

"তুমি ঘুৰিয়েই ফুৰিছা ছাগে! হাত মুখবোৰ ধুই লবা নেকি? তুমি বহুত থিনালা!"

সামান্য হা-না কৰিছিল যদিও জ্যোতিৰ্ময়ৰ প্ৰস্তাৱটো ৰঞ্জিতে বেয়া নেপালে। ৰঞ্জিতে লক্ষ্য কৰিলে যে সি আহি ঘৰ সোমোৱাৰ পিচতে জ্যোতিৰ্ময় মানুহটো যেন ভিতৰি ভিতৰি কিছু পৰিমানে অস্থিৰ হৈ পৰিছে; এটা হীনমন্যতাৰ ভাবেও যেন তাক দংশন কৰিব লাগিছে: পিছলৈ সেই অস্থিৰতাৰ উপশম হব লাগিছে তাৰ প্ৰভাৱতেই। গতিকে সি জ্যোতি-ৰ্ময়ক পুনৰ সেই অৱস্থালৈ ঘুৰাই নিনিবলৈ সজাগ হ'ল। বাস্তৱ জীৱনত দুয়ো বেলেগ পথৰ যাত্ৰী যদিও সি যে জ্যোতিৰ্ময়ক বিচাৰি আহিল— এই কথাটোৰ পৰাই সি এটা আন্তৰিক শক্তিৰ বল পালে। আনহাতে তাৰ মুখৰ বিষ হয় মাজে মাজে, ধুলি-মাকতি, চেঁচা বতাহ সোমালে অস্বস্তি বাঢ়ে। সেই তাৰ কলেজীয়া দিনৰ পৰাই এটা বিশেষ ধৰণৰ বেমাৰ আছে; এলাৰ্জী—অলপতে পানী লাগে, ধাৰাবাহিক ভাৱে একেলগে কমেও পাঁচ ছয়টা হাঁচি নামি আহে, মানুহটোক অস্থিৰ কৰি তোলে, মুখৰ বিষো হয়। সেয়ে জ্যোতিৰ্ময়ৰ প্ৰস্তাৱটো সি ভালেই পালে। মনত বিজুলিৰ

দৰে খেলাই গ'ল—তাৰ কথা, তাৰ অসুবিধাৰ কথা, জ্যোতিৰ্ময়ৰ তাৰ মনে মনত আছে।

ইতিমধ্যে জ্যোতিৰ্ময়ৰ পৰিয়াৰ ৰূপা ওলাই আহিছিল। জ্যোতিৰ্ময়ে ৰঞ্জিতৰ লগত ৰূপাক চিনাকি কৰি দি কৈছিল,—

"এওঁ ৰঞ্জিত ফুকন। একালত মোৰ বৰ অন্তৰংগ বন্ধু আছিল। পিছে বৰ্ত্তমানে আমি দুয়ো দুটা বেলেগ পথ বাচি লোৱাত ক'ৰবাৰ কোনো-বাৰ দৰে হলোঁ।"

দুয়ো প্ৰতি নমস্কাৰ জনোৱাৰ অন্তত ৰঞ্জিতে কলে,—

"বিয়া হোৱা বুলি শুনিছিলোঁ। বহুদিন এওঁক লগ পোৱা নাই। ভাবিলোঁ লগো কৰোঁ, এওঁৰ সংসাৰো চাই যাওঁ, সেই বুলিয়ে সোমালোঁ। মাজে মাজে এওঁলে বৰকৈ মনত পৰে। আহিবহে পৰা নাছিলোঁ অতদিনে।"

ৰূপাই সপ্ৰতিভভাবেই গতানুগতিক বাৰ্ত্তালাপ আৰম্ভ কৰাৰ মানসেৰেই সুধিলে,—

"আপুনি এতিয়া ক'ত থাকে?"

ৰঞ্জিতে কি কব ভাবি নেপাই জ্যোতিৰ্ময়ৰ ফালে চাই এটা সৰল হাঁহি মাৰি কিবা এটা কব খুজিলে, অথচ মুখৰ পৰা একো নোলাল।

জ্যোতিৰ্ময়ে কলে,—

"এওঁ উচ্চশিক্ষা লভিলে, অতি কৃতকাৰ্য্যতাৰে শিক্ষা সাং কৰিলে সঁচা, কিন্তু আমি কৰাৰ দৰে দৰমহা পোৱা চাকৰি নকৰিলে। তেওঁৰ চাকৰিটো হ'ল অবৈতনিক। দুখীয়া মানুহৰ সুখ-দুখৰ বাতৰি লোৱা। ক'ত থাকে বুলি সুধিলে জটিল প্ৰশ্ন হয়। কাৰণ, তেওঁ হেনো অঘৰী।"

অ'কণা মানুহ এটাৰ দৰে সৰলভাবে পুনৰ হাঁহিলে ৰঞ্জিতে আৰু কলে,—

"চাকৰি আৰু কৰা নহ'ল। মই বৰ্ত্তমান ক'ত থাকোঁ, সঠিককৈ কোৱা টান যদিও, বৰ্ত্তমান যোৰহাটে আৰু তাৰ ওচৰে-পাজৰেই থাকোঁ।

ৰূপাই তালৈকে বুজিব নোৱাৰিলে যদিও, অনুমান কৰিব পাৰিলে—জ্যোতিৰ্ময়েও মাজে-সময়ে চাকৰি নকৰোঁ বুলি কিবাবে ভ্ৰম লৈছে আৰু কিবাবে অঘৰী জীৱন যাপনৰ [illegible]হে তাৰ আদৰ্শ পালনৰ কথা তাইক

যুজাৰ খোজে, তাৰ বন্ধু ৰঞ্জিতো তেনে অথবা জাতীয় এক ৰাজনৈতিক ব্যক্তি। তেওঁলোকে মাৰ্ক্সবাদকে সমস্ত মানুহৰ জীৱন দৰ্শন বুলি কব খোজে। তেওঁলোক দুখীয়া, শোষিত মানুহৰ প্ৰতি অত্যন্ত কাতৰ, উদাৰ আৰু দৰদী। বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে ৰূপাই এনে কিছুমান ল'ৰা নিজ চকুৰে দেখিছে। ৰঞ্জিতো তেনেকুৱা জাতীয় এটা ল'ৰা। এনে জাতীয় ল'ৰাবিলাক আন সকলো সাধাৰণ ল'ৰাৰ পৰা বেলেগ। সিহঁতৰ কথাবোৰ বুজিবলৈ টান যদিও, বুজি পালে মানি নোলোৱাৰ উপাই নাই। সেয়ে আন সকলো সাধাৰণ ল'ৰাই এনেবোৰ ল'ৰাক ভাল নেপায়, পাৰিলে কুৎসা-ৰটনা কৰা তাই নিজে দেখিছে ; কিয়নো তেওঁলোকৰ আদৰ্শ মতে চলিলে বহু ত্যাগ কৰিব লাগে। এইবাবেই সাধাৰণ ল'ৰাবোৰে পাৰ্য্যমানে এই বিলাক ল'ৰাক স্থলিত কৰিব খোজে। এনে দুৰ্দ্দশা তাই সমসাময়িক প্ৰদীপ বৰদলৈ নামৰ ল'ৰা এটাৰ গাত দেখিছিল বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাতে। এই ল'ৰাটোও অসাধাৰণ ভাবে চোকা আছিল যদিও সি সকলো ত্যাগ কৰি, মাৰ্ক্সবাদ পঢ়ি, কিবা অস্থিৰ হৈ পৰিছিল। লগৰ ছোৱালী-বোৰে দুঃখ কৰি কোৱা তাই শুনিছিল—প্ৰদীপ বৰদলৈৰ জীৱন শেষ হোৱা বুলি। কিয় এনেকুৱা হয় তাই বুজি নেপাইছিল। এইটো এটা অদ্ভুত ধৰণৰ মোহ যি কেতিয়াও দুখীয়াৰ উপকাৰ নকৰেই, বৰং মোহগ্ৰস্ত-জনকহে তিল্ তিল্কৈ মৃত্যুৰ মুখলৈ ঠেলি দিয়ে—এনে এটা বদ্ধমূল ধাৰণাকেই অতদিনে প্ৰশয় দি আহিছে ৰূপাই। সেয়ে, জ্যোতিৰ্ম্ময়ে কেতিয়াবা এনেকুৱা প্ৰলাপ বকিলে তাইৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠে ; তাইৰ মগজুৱে কাম নকৰাব দৰে হয়। চাৰিওফালে যেন এক বিশৃংখল অৱস্থা এটাৰ সৃষ্টি হৈ যাব !

ৰূপাৰ মনতো সেয়ে পুনশ্চ এটা নতুন আশংকাই ঠাই পালে। ৰঞ্জিতৰ আগমন যেন তাইৰ বাবে কিঞ্চিতো বাঞ্ছিত নহয়। ৰঞ্জিতৰ ধ্যান ধাৰণাৰ যথেষ্ট ইংগিত ৰূপাই পাইছে জ্যোতিৰ্ম্ময়ৰ মাজত। কথাটোৱে প্ৰায়েই ৰূপাক দুশ্চিন্তাত পেলাইছে। সেয়ে ৰঞ্জিতৰ আগমনত ৰূপাৰ মনত কোনো বিশেষ আন্তৰিকতাৰ উদ্ৰেক নহ'ল। ঘৰলৈ আলহী আহিছে, ঘৰৰ গৃহিনী হিচাপে আলপৈচান ধৰাটো তাইৰ কৰ্ত্তব্য—সেই কথা ভাবিয়েই ৰূপা ব্যস্ত হ'ল।

হাতমুখ ধুই উঠি ৰঞ্জিতে যথেষ্ট পৰিমাণে আৰাম অনুভৱ কৰিলে।

ৰূপাই চাহ-বিস্কুত, তামোল-চালি আনি দিলে। তাই তাইৰ মনৰ ভাব ঘূণাক্ষৰেও প্ৰকাশ নকৰিলে। সম্প্ৰতিভ ভাৱে হাঁহি-মাতি তাই ভিতৰ সোমাব খুজি ৰঞ্জিতক ৰাতিৰ ভাত সাজ খাই যাবলৈকো অনুৰোধ কৰিলে। ৰঞ্জিতে অনুৰোধ ৰক্ষা কৰিব নোৱাৰে বুলি দুখ প্ৰকাশ কৰিলে, কাৰণ সি যাব লাগে, ৰাতি কাম আছে বহুত।

দুয়ো বন্ধু যেতিয়া মুকলি মূৰীয়া হৈ বহিল, প্ৰথমে ৰঞ্জিতেই আৰম্ভ কৰিলে,—

"আজিকালি তুমি লিখা-মেলা কৰিবলৈ এৰি দিলা নেকি ?"

জ্যোতিৰ্ময়ে এইবাৰ ঠিক বুজি পালে, এইবাৰহে সি ৰঞ্জিতৰ লগত আচল মেলত বহিল। সি উত্তৰ দিলে,—

"প্ৰায়ে এৰাৰ দৰে। সময়ো নাই, কেতিয়াবা সময় পালেও এলাহ লাগে।"

"এলাহনো কাৰ নেলাগে। তুমি লেখা-মেলা কৰিব পাৰা যেতিয়া, তাক এৰা উচিত নহয়। আন নহলেও তুমি প্ৰগতিশীল কথাকে দুই-এটা লিখি থাকিব পাৰা। আমাৰ বাস্তৱ জীৱনটো আজিকালি সেইবোৰ অভিজ্ঞতাৰেই সমৃদ্ধ। আনহাতে আমাৰ হিতাকাংক্ষী লিখক তেনেই তাকৰ।"

"কথাবোৰ মনলৈ প্ৰায়েই আহি থাকে। বুদ্ধিৰ প্ৰতি শ্ৰদ্ধা বোধ-কৰো চিৰকাল থাকি যাব। পিচে আমাৰ দৰে আত্মকেন্দ্ৰিক সুবিধাবাদী মধ্যবিত্ত লেখকবোৰক তোমালোকে বুৰ্জোৱাৰ কিনাগোলাম বুলি নিন্দা কৰা দেখি তেনে সাহে নহয়।"

"তোমাৰ কথাষাৰ অস্বীকাৰ নকৰো। সেই বুলি সকলো তেনে চৰিত্ৰৰ নহবও পাৰে। গোড়া প্ৰগতিবাদীক মইও সমালোচনা কৰো। নতুন সমাজৰ বুনিয়াদ শক্তিশালী কৰাৰ স্বাৰ্থতেই বুদ্ধিৰ প্ৰতি আমাৰ শ্ৰদ্ধা অতিশয় বিজ্ঞান সম্মত কথা। জনগণৰ হকে মাত মাতিবলৈ জন্মতে মাৰ্ক্সবাদী—বিপ্লৱী, এনে বুদ্ধিজীৱিৰ দল এটাতো শূণ্যৰ পৰা আৱিভাৱ হ'ব নোৱাৰে।

"সেই বুলি বুদ্ধিৰ বিচাৰ ভুল হ'লে বিপদ তোমালোকৰেই বেচি।"

"তুমি কি কব খুজিছা ?"

"মই নিশ্চয় পাণ্ডলভ নহয়, যাৰ প্ৰতি লেনিনীয় বিচাৰৰ কৌতুহল

থকা উচিত। যৌৱনসুলভতাৰ বাবে এসময়ত মই বিপ্লৱৰ পাণ্ডা আছিলোঁ আৰু বিষয় খাবলৈ পোৱা মাত্ৰকে সকলো বাদ দিলোঁ। অথচ আমাৰ জীৱনৰ বাস্তৱ অভিজ্ঞতাবোৰ বদলিছে জানো ? নাই বদলা। সেইবোৰে ক্ষয়িষ্ণু সংস্কৃতিৰ কথা কয়, অথচ সেইবোৰকে মূলধন হিচাপে লৈ আত্ম-প্ৰতিষ্ঠাৰ ব্যৱসায়ত নামিছোঁ, মোৰ ডেকাকালৰ আদৰ্শৰ বিপৰীতে। কি অধিকাৰ আছে যে মই জনতাৰ দৰদ উপলব্ধি কৰিম !"

"শ্বেক্সপীয়েৰ প্ৰসংগত এদিন তুমিয়ে মোক কোৱা মনত আছে যে ইংৰাজী সাহিত্যৰ ইতিহাসত এলিজাবেথান যুগটো স্বৰ্ণ যুগ, অথচ সাহিত্যৰ আকাশত ধ্ৰুবতৰাৰ দৰে জিলিকি উঠা এই যুগৰ সৃষ্টি, বহু পৰিমানে পূৰ্বৰ সাহিত্যিক পৰম্পৰাক আধাৰ নোলোৱাকৈয়ে গঢ় লৈ উঠিছিল। তুমি এই কথাটোত জোৰ দিছিলা যে সেইবিলাক 'almost dispensing with tradition'। কথাষাৰ মোৰ সদায়ে মনত থাকিব। বৰ ডাঙৰ কথা এষাৰৰ ইংগিত দিছিলা তুমি। কাৰণ, বেলি মাৰ যোৱা সংস্কৃতিক, কলাক, সাহিত্যক আশ্ৰয় নোলোৱাকৈয়ে এবিধ সম্পূৰ্ণ নতুন সাহিত্যৰ জন্ম যে হ'ব পাৰে ই অতিশয় বিজ্ঞান সম্মত কথা - বৰ্তমান যুগটোতেই তাৰ সম্পূৰ্ণ স্বকীয় ৰূপটো নিহিত আছে। আমি তাক পোহৰলৈহে উলিয়াই আনিব পৰা নাই। এই ডাঙৰ কথাটো আনৰ আগত কওঁতে মই তোমাৰ প্ৰায়েই প্ৰশংসা কৰোঁ।"

"কিন্তু ৰঞ্জিত তুমি বোধহয় বুজি পাবা, মোতকৈ বেছি ভালকৈ, যে মই সেই নতুন ৰূপটো মনে-প্ৰাণে অনুভৱ কৰিব নোৱাৰোঁ। উপলব্ধিৰ বাবে মোৰ সেই নতুন জীয়া অভিজ্ঞতা নাই। মই নীৰস, সাহিত্যৰ নামত কলংক। কুলু কুলু ধ্বনিৰে সাহিত্য পৰম্পৰাৰে ঐতিহ্যমণ্ডিত নিজৰা বোৱাই লৈ যোৱাৰ দায়িত্ব লোৱা আত্মকেন্দ্ৰিক স্থায়িত্বৰ প্ৰতি কোনো লিখক শিল্পীয়েই নিশ্চিত নহয়। মই নতুন সাহিত্য আৰু পৰম্পৰাগত ভাৱে চলি অহা আজিৰ ব্যাপক জটিল যুগত অৱতীৰ্ণ হোৱা উচ্ছৃংখলৰ সাহিত্যৰ মাজৰ বিৰোধটোৰ কথা কৈছোঁ। তাৰ মাজত মোৰ ভৰি দুটা—দুই নাওঁ, দুই ভৰি। বেছি সময়তেই কাচৰ দৰে ঠেং মুৰ কোঁচাই বহি আছোঁ।"

"তোমাৰ মনত মোক লৈ এটা দুশ্চিন্তাৰ সৃষ্টি হৈছে যেন পাওঁ। ৰঞ্জিত, দৰিদ্ৰ গাৱঁলীয়া মানুহবোৰৰ মাজত ঘূৰি ফুৰোঁতে নানান অভিজ্ঞতা

মোৰ নিশ্চয় হৈছে। মোৰ মনৰ মাজৰ বিৰোধো কমি আহিছে। মই সৰ্ব্বান্তকৰণে বিপ্লৱত বিশ্বাস কৰোঁ আৰু তাৰ মাজেদিহে মানব সমাজ আৰু সংস্কৃতিৰ প্ৰকৃত বিকাশ হব বুলি বিশ্বাস কৰোঁ। তেনে অৱস্থাত তোমাৰ সংগত মই বিপথগামী হোৱাৰ দুশ্চিন্তা ৰখা নাই। মধ্যবিত্ত শ্ৰেণী মাত্ৰেই সুবিধাবাদী শ্ৰেণী। এওঁলোক জনগণৰ প্ৰকৃত মিত্ৰপক্ষ নহলেও শত্ৰুপক্ষ নহয়। ইয়াত বাদেও বহু কাৰণত তোমাৰ সংগ থাকিলেও মোৰ দুৰ্দ্দশা নহ'ব। তুমি চেষ্টা কৰাচোন, যিখিনি পাৰা তাকে দিয়া।"

কিছুপৰ নিৰবে থাকি জ্যোতিৰ্ময়ে ক'লে,—

"বৰ্ত্তমানৰ অৱস্থানৰ পৰাও ময়ো মনে-প্ৰাণে মোৰ পুৰণি বিশ্বাসকেই বোধহয় ধৰি আছোঁ। কাৰণ, মোৰ অলক্ষিতেই যুক্তি তৰ্কত নামিলেই বিচাৰ-বিবেচনাই সেই ফাললৈকে ঢাল লয়। কাণ্ডটো কিন্তু সুস্থ নহয় যেন পাঁও, ই মোৰ প্ৰতিক্ৰিয়াশীল ভূমিকাহে।"

"বাস্তৱৰ জীয়া অভিজ্ঞতাৰ কঠোৰ শিকনি আহিবনে বিৰোধ মুকলি হোৱাৰ আশা কম। তোমালোক বুদ্ধিমান মানুহ, কথাবোৰ ভাললৈ বুজি পোৱা, সেই ক্ষমতা তোমালোকৰ আছে। অথচ কঠোৰতালৈ ভয় কৰিয়েই তোমালোকে একোটা বিশিষ্ট ভূমিকা পালন কৰা, এই কথাটো আমাৰ মজ্জাগত। পাৰিলে তাৰে কিছুমানক বদলি কৰিব পাৰিলে আমাৰেই কৃতিত্ব।"

"মোৰ কথা বাৰু বাদেই দিয়া। এই আশাৰ সম্ভাৱনা সন্দেহজনক। অনাগত দিনত সুচল বুজি আগবঢ়া দুৰূহ আশাৰ মুখ দেখা পাব পাৰা, তেনে সুবিধাবাদৰ চৰম গ্লানি লৈ তোমালোকক বিচাৰি যোৱাৰ সময়ত মোৰ কি ঘটিব এতিয়া কব নোৱাৰোঁ।"

"কৰ্ম্মই মানুহৰ চৰিত্ৰ নিৰ্ণয় কৰে। কাৰ কি চৰিত্ৰ, কাৰ কি ভূমিকা, ধৰাত আমাৰ আহুকাল নহয়। সেই লৈ মূৰ ঘমোৱাৰো বৰ্ত্তমান তোমাৰ দৰকাৰ নাই। সেইবোৰ সুবিধাবাদীৰ অতীতৰ কৰ্ম্মৰাজিৰ মাজত থকা বিৰোধেই জানো তাৰ অন্তিমৰ সহৃদয় চৰিত্ৰৰ ইংগিত নিদিব ?"

"বৰ্ত্তমান মোৰ অৱস্থান অতিশয় প্ৰতিক্ৰিয়াশীল বুলিয়ে ভাবোঁ। আদৰ্শত বিশ্বাস ৰাখিও আদৰ্শবাদী হব নোৱাৰিলোঁ। কিয় ? কাৰণ, মই ভূমি নহয় ৰঞ্জিত। সেই কলিজা মোৰ অন্তৰত নাই। তোমাৰ সন্মুখত মই এটা অপৰাধী, এটা ঠগ, এটা দগাবাজ। এটা কলংকিত

মানুহ। তোমালোকৰ কথা মনত পৰিলে, প্ৰতিদিনে ঘটি থকা সমাজৰ পৰিবৰ্ত্তন আৰু অৱস্থাৰ বিকাশ বুজি উঠিলেই, মই অস্থিৰ হৈ পৰোঁ। মই কি কৰিম একো ভাবি পোৱা নাই। এনে অৱস্থানৰ পৰা আন কোনোবাই লিখা-মেলা কৰি থাকিব পাৰে, মই কিন্তু পৰা নাই। মোৰ ভাষা আজি বীৰ্য্যহীন, অসহায়! মোৰ অভিজ্ঞতাৰ ৰূপ আজি তেনেই ঠুনুকা, উপেক্ষিত।"

ৰঞ্জিতে লক্ষ্য কৰিলে জ্যোতিৰ্ময়ে কথাকেইটা যিমান দৃঢ়তাৰে ক'লে, সেইদৰে তাৰ মনৰ মাজত সুপ্ত হৈ থকা আবেগো যেন দৃঢ়তাৰে নিয়ন্ত্ৰিত। তাৰমানে জ্যোতিৰ্ময় সঁচায়ে অস্থিৰ নেকি? তাৰমানে অতি কঠোৰতাৰে, নিজ ইচ্ছাৰ বিপৰীতে সি তাৰ অস্থিৰতাক নিয়ন্ত্ৰণ কৰিব লাগিছে? এনে এক দৃঢ়তাৰে উজ্জ্বল মানুহটোৱে কিয় তাৰ আলসুৱা, কষ্টহীন, বিলাসী, জীৱন যাপনক কঠোৰতাৰে দমন কৰিব পৰা নাই? ইয়াৰ বাবে কি তাৰ সমকালীন পৰিবেশেই দায়ী? এই দৃঢ়তাক কেনেধৰণৰ পৰিস্থিতিয়ে বাধ্য কৰালে? ৰঞ্জিতে যেন জ্যোতিৰ্ময়ৰ লগত এক বিশেষ আদৰণীয় সূত্ৰত গঁথা আন্তৰিক শক্তিটোৰ পুনৰ উমান পালে। সি ক'লে,—

"বুদ্ধিমান মধ্যবিত্তৰ সান্নিধ্যত আমি কিবা বিচাৰি অহামানে নিশ্চয় পৰ্ব্বতত কাচ কণী বিচৰাটো নহয়। কথাটো ইতিহাস সম্মত, লগতে বিজ্ঞান সম্মতো বহুক্ষেত্ৰত।"

"জনগণৰ সেৱাত সেই বুলি সকলো টলষ্টয় হ'বলৈ গ'লে জানো তোমালোকৰ কাম সমাধা হ'ব। মোৰ পৰা আশা কৰাৰ অন্তত মই যদি পৰিশেষত পুনৰ এটা পেন্টাৰনেকৰ জন্ম দিওঁ? তুমিতো বুৰ্জোৱা বুলি এলিয়টকো ফুঁ মাৰি উৰাই দিব নোৱাৰা। সুবিধা বুজি মই যদি তেনে সাধনাত ব্ৰতী হওঁ, জীৱনৰ জীয়া অভিজ্ঞতাৰ প্ৰকৃত ৰস আস্বাদনত যদি মই সফল হ'ব পাৰোঁ, মোৰ বিফল মতাদৰ্শেৰে তোমালোকৰ মন জয় কৰিব পাৰিমনে? নিশ্চয় তুমি পৰ্ব্বতত কাচ কণী বিচৰাৰ কথা কোৱা নাই। কিন্তু সকলো বুদ্ধিমান মধ্যবিত্তই যদি তোমাৰ মতাদৰ্শৰ প্ৰয়োজনীয় ত্যাগ আৰু কষ্ট স্বীকাৰ নকৰাকৈয়ে বিপুল কল্পনা আৰু অনুভূতিৰ তীব্ৰতাৰে, জীৱনৰ সচাঁ আৰু জীয়া অভিজ্ঞতাৰ সফল ৰূপায়ণেৰে সাহিত্যিক বিচাৰত উঠিবলৈ সক্ষম হয়, তেনেহ'লে তেওঁলোকক মেক্সিম গৰ্কী বা লু-চুনৰ জীৱন আৰু আদৰ্শ সম্পৰ্কে জ্ঞান দিয়াতকৈ এলিয়ট

শ্বেক্সপীয়েৰৰ কথা কলেহে বোঁচ উৎসাহ গোটাব পাৰিবা। সমাজৰ বিকাশেই মানুহক ইমান জটিল আৰু আত্মকেন্দ্রিক কৰি তুলিছে যে শুভ বুদ্ধিৰ মধ্যবিত্তই যদি জ্যোতিপ্রসাদৰ দৰে বুঢ়া বয়সতহে তাৰ মৰ্ম্ম উপলব্ধি কৰিবলৈ সক্ষম হয়, তাতো তোমাৰ ক'ব লগা একো নাই। মানুহ আজি অনিশ্চয়তাৰ অটল গহ্বৰত শ্বাসৰুদ্ধ। কোনেও সঠিকভাবে পথ দেখুৱাব পৰা নাই।"

"তোমাৰ কথাবোৰ অৰ্থপূৰ্ণ। সুবিধাবাদী মধ্যবিত্তৰ সাময়িক উত্তেজনা মেৰুদণ্ডহীন। সেই আন্তৰিকতাৰ কোনো স্থায়িত্ব নাই। বিষ্ণু ৰাভা বৰ চোকা মগজুৰ মানুহ আছিল। পৰীক্ষাতো সুখ্যাতিৰে পাচ কৰিছিল। কিন্তু তেওঁ বুদ্ধি, মগজু এইবোৰতকৈ হৃদয়ৰ কথাটোতহে জোৰ দিছিল। কথাবিলাক সঁচা। হৃদয়েৰে মানুহৰ সুখ-দুখৰ সমভাগী হ'ব নোৱাৰিলে, বুদ্ধি আৰু মগজুৰে তুমি তেনে বিপুল কল্পনা আৰু অনুভূতিৰ কাষ চাপিব নোৱাৰা। মাৰ্ক্সবাদত দীক্ষা লৈও তুমি তেতিয়া জনগণৰ দুখ বুজিবলৈ সক্ষম নহবা। ইয়াৰ বিপৰীতে, ভ্রান্ত মতাদৰ্শ লৈও তুমি ৰসোত্তীৰ্ণ সাহিত্যৰ জন্ম দিব নোৱাৰিবা। সুবিধা বাদীৰ স্বৰূপ কেতিয়াবা আমি ধৰা পেলাব নোৱাৰিলেও অন্তিম বিচাৰত সি জলু-জলু পটু-পটু হ'বই। সেই সম্পৰ্কে আমাৰ কোনো সংশয় নাই। সেই বাবেই তোমাৰ লগত মোৰ এই আলোচনা কেতিয়াও কাম্য নহয় বুলি মই নেভাবোঁ।"

জ্যোতিৰ্ময়ে পোনু-পতীয়াকৈ ৰঞ্জিতক খেদি পঠিয়াব খোজা নাছিল; আকাৰ ইংগিতেৰে সি ৰঞ্জিতক বুজাই দিব খুজিছিল যে সি সলনি হৈছে অথবা তাৰ মনৰ পৰিবৰ্ত্তন ঘটিল। সম্পৰ্কটো জটিল হৈ পৰিল। ইমান সহজে আশা পালি জানো কিবা লাভ হ'ব? একেদিনতে তাৰ জীৱন প্রণালী বুজি পাব? ধ্বংসোন্মুখ হ'লেও সমাজত তাৰ এটা স্থিতি আছে, এটা পৰিচিতি আছে—যিটো মধ্যবিত্তসুলভ কায়দাৰে অভ্যস্ত হৈ পৰিছে। গণদৰদীৰ প্ৰতি শিশুসুলভ মোহ লৈয়ে তাৰ এটা পৰিচিতি হওঁক, তাতোকৈ আৰু লাগে কি! এইডাল জখলাৰে উঠি কিমান দূৰলৈ যাব পাৰি? নে তাৰ ব্যতিক্রম এক উদাৰনৈতিক গণদৰদী আকাংক্ষাক দেখিয়েই ৰঞ্জিতে অলীক সপোন দেখিছে? বুদ্ধিমান মধ্যবিত্তই এই ভাবেই সিহঁতক, জনগণক ঠাঁগি ঠাঁগি খাব। কোনো বিশেষ অৰ্থত, সংগ্রামত উদ্বুদ্ধ আত্মত্যাগ, অন্বেষণ, সৃষ্টি-প্রক্রিয়াৰ নতুন এটা ৰূপ এওঁলোকৰ পৰা কেনেকৈ

আশা কৰিব পাৰি ? জীৱনৰ মূল প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি সি মাৰ্ক্সবাদৰ আশ্ৰয় লৈ এতিয়া কেনে প্ৰতিক্ৰিয়াৰ মোহত পৰিল ? নে তাৰ অজ্ঞাতেই ৰঞ্জিতে তাৰ কথা-বাৰ্ত্তাৰ মাজত সম্ভাৱনাময় ধ্যানৰ পথ উদ্ঘাটিত কৰিবলৈ পুনৰ সক্ষম হৈছে ? সি কোনো ভ্ৰম বকা নাইতো ? তাৰ জটিল আচৰণৰ মাজত তেনে অমৃত বাক্যই জন্ম পাইছে নেকি যে ৰঞ্জিতৰ জিজ্ঞাসা ইমান দূৰ আগবাঢ়িল ?

জ্যোতিৰ্ময়ে সুধিলে,—

"বুৰ্জোৱাৰ ছত্ৰছায়াত বিবোধ চিনি নোপোৱা মধ্যবিত্তক কিছু মাৰ্জিত অৱস্থাত লগ পালেই যে সি তোমাৰ কামত আহিব এয়া কেনে কথা ? কেৱল জানো বুদ্ধিৰেই কাম সিজিব ? সেইটোৰ বাহিৰে মোৰ কি আছে ?

ৰঞ্জিতে উত্তৰ দিলে,—

"তোমাৰ কথাটো ঠিক নহ'ল । বিবোধ তোমালোকে কেৱল চিনি পোৱাই নহয় ; বুজাৰ লগে লগে উপলব্ধিও কৰিছা । কাৰণ, এই সামাজিক অৱস্থাত সি বাস্তৱ অভিজ্ঞতা হ'বলৈ বাধ্য । তোমালোকে প্ৰকৃততে আপোচ কৰি আছা আৰু অবচেতন মনত বিদ্ৰোহ পুহি ৰাখিছা । এই অৰ্থত তুমি সম্প্ৰতি অবাঞ্ছিত বন্ধু নিশ্চয় নহয় ।"

"তাৰমানে, তোমাৰ দৃঢ় বিশ্বাস যে মই তোমাৰ কামত আহিব পাৰোঁ ?"

"নিশ্চয় । তৰাং মনৰ বহুতো মূৰ্খ পণ্ডিত বন্ধুতকৈ বৰ্ত্তমান সমাজৰ গতিশীল অস্থিৰতাৰ মাজত নিহিত বিবোধ চিনি পোৱা, তাতোকৈ ডাঙৰ কথা, নিজক নিজে চিনি পোৱা বৈজ্ঞানিক দৃষ্টিৰ বন্ধু তুমি মোৰ বেচি আপোন । আজিৰ এই জটিল সামাজিক অৱস্থাত মোৰ বাবে অন্ততঃ আন সাধাৰণ বন্ধুতকৈ তুমি যথেষ্ট অসাধাৰণ । তোমাৰ সান্নিধ্যত মোৰ লোকচান একো নাই ।"

"আৰু বোধহয় লাভো একো নহ'ব । বিবোধবোৰ বুজিছোঁ, বুজি তোমাক কেৱল জহালেইতো তোমাৰ লাভ নহ'ব ! আমিতো বাস্তৱ জীৱনত তোমাৰ দৰে জনতাৰ সংগঠনৰ কামত সেই বুদ্ধি খটুৱাব নোৱাৰোঁ ।"

"তোমাক জোৰকৈ কৰ্মক্ষেত্ৰলৈ টানি নিবলৈ অহা নাই জ্যোতি । জীৱনধৰ্মী ঐকান্তিক সাধনাত তুমি নিজকে বিলীন কৰি দিয়া । এলাহ ভাগৰ এৰা । দেখিবা প্ৰক্ৰিয়াগত ভাবেই এদিন ক্ৰমান্বয়ে তুমি যে নিৰপেক্ষ নোহোৱা, তুমি যে কাৰোবাৰ চিৰদিনৰ বন্ধুৰ কুটুম—এই কথাবোৰ পৰিষ্কাৰ

হৈ পৰিৰ। তুমি তেঁতিয়া আৰু এনেভাবে কথা নোকোৱা। তোমাক ব্যংগ কৰিবলৈ অথবা মোক নিজ আদৰ্শ'ত শ্ৰেষ্ঠ প্ৰতিপন্ন কৰিবলৈ আজি মই তোমাৰ ওচৰলৈ অহা নাই। তোমাৰ প্ৰতি ঘৃণা তথা অবজ্ঞা থকা হ'লে মই তোমাৰ ওচৰলৈ নাহোঁ। এতিয়াও কওঁ, আগৰ দৰেই শোষিত লাঞ্ছিত অগণন জনগণৰ মুক্তি আকাংক্ষাই তোমাৰ জীৱন দৰ্শন, তাৰ কোনো হীন—দেঢ়ি ঘটা নাই, ঘটিব নোৱাৰে। সমাজ বিকাশৰ সাময়িক পৰিণতিয়ে তোমাৰ মনত কিয়, আমাৰ মনতো কুঁৱলীৰ আবিৰ্ভাৱ ঘটায়। কুঁৱলীৰ তৰপ ফালি আমি আগবাঢ়ি গৈ থাকিব লাগিব। সমাজ বদলি অনিশ্চয়তা আহিছে সঁচা, কিন্তু অন্তিম বিজয়ী দৰিদ্ৰ নাৰায়ণৰ আদৰ্শক উৰ্দ্ধুৰ্ধ কৰিব পৰা সামাজিক অৱস্থাবোৰ জানো অন্তৰ্হিত হৈছে? তোমাৰ নিজক নিয়ন্ত্ৰণ কৰা। তোমাৰ অৰ্থনৈতিক সমস্যা, তোমাৰ সাহিত্য, সংস্কৃতি, তোমাৰ সামাজিক সম্পৰ্কৰ ওপৰত প্ৰভাৱ পেলোৱা সেই অৱস্থাবোৰ দিনক দিনে প্ৰকটহে হ'ব লাগিছে, যাৰ ফলত তোমাৰ আৰু তোমাৰ দৰে বুদ্ধি-মান মধ্যবিত্তৰ অন্তৰত নিশ্চয় পক্ষপাতমূলক বিদ্ৰোহ পুঞ্জীভূত হ'ব লাগিছে। কম বুদ্ধিৰ অচেতন অজ্ঞতাৰ তুলনাত তোমাৰ সুপ্ত অস্থিৰতাৰ মূল্য জনগণৰ বাবে নিশ্চয় সুখকৰো হৈ উঠিব পাৰে!"

ক্ষন্তেক নীৰৱে থাকি জ্যোতিৰ্ময়ে মাত লগালে,—

"বুদ্ধিমান আলোচনা কৰিয়েই জানো কিবা লাভ আছে ৰঞ্জিত? মই তোমাৰ দৰেই আদৰ্শবাদী আছিলোঁ সঁচা, কিন্তু মই কিয় মধ্যবিত্তৰ খোলাটোৰ পৰা ওলাব নুখুজিলোঁ? কিয় এই জীৱনেই স্থায়ী হ'ব বুলি বিশ্বাস ৰাখি মতলীয়া হলোঁ? ক্ৰমান্বয়ে এদিন এই খোলাটো গজ-গজীয়াকৈ প্ৰতিষ্ঠা কৰিলোঁ আৰু এতিয়া এনে ভাব হৈছে, ইচ্ছা থাকিলেও যেন মই তাৰ পৰা ওলাই যাব নোৱাৰিম। মোৰ ভৰি দুটা যেন ৰূপা অহাৰ পিছৰে পৰা এই সুসজ্জিত দুৰ্গটোৰ ভিতৰত এডাল শিকলিৰে মজবুতকৈ বন্ধা হৈ গ'ল।"

ৰঞ্জিতে অনুভৱ কৰিলে বুদ্ধিমান মানুহ বাবেই জ্যোতিৰ্ময়ৰ চৰিত্ৰ অতিশয় জটিল যদিও এক আন্তৰিক শক্তিৰ প্ৰভাৱত মানুহটো তেনেই ঠুনুকা, সহজ সৰল। মূলতঃ এটা সৎ মনোবৃত্তিক আশ্ৰয় কৰি বৈজ্ঞানিক আদৰ্শত নিজক বিচাৰি যোৱাৰ মহাদ্যান সদৃশ জিজ্ঞাসা যেন এটা পবিত্ৰ নিজৰাৰ দৰেই তাৰ অন্তৰত চিৰকাল বৰ লাগিছে। মধ্যবিত্তীয় সংকীৰ্ণতাই এই প্ৰণালীৰ মাজত সেই নিজৰাৰ কুলু কুলু ধ্বনি শ্ৰুতিগোচৰ হোৱাত

অহৰহ বাধা দি আহিছে। অথচ অনিবাৰ্য্যভাৱেই সেই ধ্বনি সি মাজে মাজে শুনা পাইছে; আৰু যেতিয়াই সি উৎকৰ্ণ হৈ সেই ধ্বনি হৃদয়ংগম কৰিবলৈ যত্নপৰ হৈছে, পাপবোধে তাক দেইপুৰি মাৰিছে। অন্তৰত সেই দগ্ধ যন্ত্ৰণা লৈও প্ৰায়েই সি তাৰ গ্লানি ঢাকিবলৈ তৎপৰ হৈছে। কৌতুহলী মুহূৰ্ত্তত তাৰ সচেতনতাই তাক আৰু জটিল কৰি তুলিছে আৰু সি কুঁৱলীৰ ভাষা উদ্ধাৰ কৰি দিব খুজিছে। চৰম মুহূৰ্ত্তত সি তাৰ বুদ্ধিক কণ্টকিট কৰি তুলিবলৈ চেষ্টা কৰোঁতেই পৰিছে তাৰ ধৰা পৰাৰ পাল।

জ্যোতিৰ্ময়ে পুনৰ ক'লে,—

"মাজে মাজে ভাব হয়, এই স্বতঃ স্ফুট' অপৰাধবোধে মোক এটা কথা সদাই শিকাই আছে যে সমাজ বিকশিত হ'বই লাগিছে আৰু এই বিৰোধৰ এটা অনিবাৰ্য্য পৰিণতি আছেই। কথাষাৰ এটা ঐতিহাসিক সত্যত পৰিণত হ'বগৈ পাৰে। নিষ্পেষিত মানুহৰ আশা-আকাংক্ষাই মুক্তি পাবগৈ পাৰে, কিন্তু মোৰ স্থিতিশীলতাই মোক বাট দেখুৱাব পাৰিবনে? তুমি বাৰু কথাটো কেতিয়াবা ভাবি চাইছানে? তুমি বাৰু বিশ্বাস কৰা নে যে মই তোমাৰ কৰ্ম্ম আৰু আদৰ্শৰ খাতিৰতেই প্ৰচলিত জীৱনবোধক স্খ-গ্লানি বুলি মানি লৈছোঁ? মোৰ নিজৰ সততা আৰু নিষ্ঠাৰ বাহিৰত, এইবোৰ প্ৰশ্নৰ উত্তৰ তুমি বোধহয় দিব নোৱাৰিবা ৰঞ্জিত! মাজে সময়ে মোৰ মনলৈ ধিক্কাৰ আহে। আজি তুমি আহি উপস্থিত হোৱাৰ পিচতো মোৰ মনলৈ হীমাম্মিকা আহিছে। কিন্তু এয়াতো তোমাৰ বুদ্ধি বন্ধুৰ মুক্তি নহয়।"

আধুনিক উচ্চাৰণৰ জটিলতা সম্পৰ্কে ৰঞ্জিত যেন সদা সচেতন। জ্যোতিৰ্ময়ৰ কথাৰ মাজতো বিৰোধ থাকিব পাৰে; তাৰ পৰাই তাৰ প্ৰকৃত বক্তব্য কি, তাক বিচাৰ কৰিব পৰা যাব। ৰঞ্জিতে জ্যোতিৰ্ময়ৰ কথা-বতৰাৰ পৰা এটাই ধাৰণা শেষান্তৰত কৰিলে যে জ্যোতিৰ্ময়ে প্ৰথমে নিজকে বন্দী সজাটোৰ পৰা মুক্ত কৰিব নোৱাৰালৈকে তাৰ লগত সি একাত্ম হৈ যোৱাটো মানি নলয়। জ্যোতিৰ্ময়ৰ মুক্তি সম্প্ৰতি সন্দেহজনক বিষয়। তাৰ ভূমিকা বাদ দিব দৰেই হৈ থকাৰ অৱকাশ বৰ্ত্তমান। অথচ এই বুদ্ধিমান মানুহটোৰ চিন্তা চৰ্চ্চাত সততে আঘাত কৰাত কোনো লোকচান নাই। জ্যোতিৰ্ময়ৰ মনত বাৰম্বাৰ আঘাত দিব পৰাটোৱেই যেন তাৰ কৃতিত্ব হ'ব। অৰ্থাৎ—

ৰঞ্জিতে ক'লে,—

"তোমাক বুজোৱাৰ বা বেছি কথা কোৱাৰ ইচ্ছা মোৰ নাই জ্যোতি। তুমি সকলো কথা অন্ততঃ নিজে বিচাৰ কৰিব পাৰা। এসময়ত মই কলেজত পঢ়ি থাকোঁতে বহু বিচাৰৰ ইংগিত তোমাৰ পৰাই পাইছিলোঁ। মোৰ বিশ্বাসত তোমাৰ স্থিতিশীলতা বস্তুটোৱেই এটা অস্থিৰ বস্তু। গতিকে সি খুন্দাবোজা খাই থকা বস্তু—তোমাৰ আদৰ্শৰ উপস্থিতিয়ে তাক আৰু একো খুন্দা মাৰি থাকিলে, তোমাৰ পাপবোধ এদিন অভিজ্ঞ আৰু পৈণত হৈ উঠাৰ আশাই বেছি। এতেকে বাট দেখুৱাব পাৰিবনে নোৱাৰে তুমি বুজি পাবাই। পৈণত জ্ঞানে নিশ্চয় তোমাৰ ৰ'মান্টীয়া উচ্ছ্বাসকেই প্ৰকাশ নকৰিব। তোমাৰ পাপী মানুহটোক আৰু পাপ বোধকো সেয়ে তাৰ আদৰ্শৰ উপস্থিতি দৰকাৰ পৰিব এই অৰ্থতেই মই তোমাৰ ওচৰলৈ অহাটোক মোৰ প্ৰতিক্ৰিয়াশীল ভূমিকা পালন হোৱা বুলি ভবা নাই। প্ৰথমে নৰক দৰ্শন কৰা, তেহে স্বৰ্গ প্ৰাপ্তি হ'ব। এতিয়া তুমি যি বুজা, বুজা।"

ৰঞ্জিতৰ এই তীক্ষ্ণ বুদ্ধিৰ উচ্চাৰণত জ্যোতিৰ্ময় স্তব্ধ হৈ গৈছিল। তাৰ মনৰ মাজত দুটা বিপৰীত শক্তিয়ে অসুৰ-দেৱতাৰ এক অখণ্ড যুঁজ-বাগৰত অৱতীৰ্ণ হ'বলৈ যেন সাজু হৈছিল।

সময়, সুবিধা কৰিব পাৰিলে পুনৰ অহাৰ প্ৰস্তাৱেৰে ৰঞ্জিতে জ্যোতিৰ্ময়ৰ পৰা বিদায় লৈছিল। ৰঞ্জিতৰ পুনৰ আগমনৰ আশংকাত নে কি জ্যোতিৰ্ময়ৰ স্থিতিশীলতাৰ মাজলৈ যেন নীৰৱে নামি আহিছিল এক প্ৰবল ভূঁইকপৰ আগজাননী।

এই সম্ভাৱনা; সম্ভাৱনাৰ এখন মহাকাশ। ভূঁইকপৰ প্ৰধান আশংকা এই শতিকাতে। উত্তৰ পূৰ্বাঞ্চলত এটা প্ৰবল ধৰণৰ ভূঁইকপৰ সূত্ৰপাত হোৱাৰ সম্ভাৱনা। জ্যোতিৰ্ময়ে এই প্ৰসংগত ট্ৰিবিউন কাকতৰ সম্পাদকলৈ এখন গুৰুত্বপূৰ্ণ চিঠি লিখিছিল। ইয়াত ভূঁইকপৰ ফলত উদ্ভৱ হ'ব পৰা পৰিস্থিতিৰ সম্মুখীন হ'বলৈ যথেষ্ট পৰিমাণৰ শিক্ষাৰ অভাৱ। অজ্ঞতাৰ বাবে সকলো শ্ৰেণীৰ নিৰীহ মানুহেই ইয়াত প্ৰাণ বিসৰ্জন দিব লগা হ'ব পাৰে। আত্মকেন্দ্ৰিক, জটিল সমস্যাৰে ভৰা সমাজত আমি বাস কৰিছোঁ। নিৰাপত্তাৰ বাবেও যুঁজ দিবলৈ ইয়াত মানুহৰ প্ৰস্তুতি কিমান? জ্যোতিৰ্ময়েও অনুভৱ কৰিছে। সকলোৱে কোৱামেলা কৰিছে, যে উত্তৰ-পূৰ্বাঞ্চলত এই শতিকাৰ শেষৰ দুটা দশকৰ ভিতৰতে এটা প্ৰবল ভূঁইকপৰ

সূত্ৰপাত হ'ব। পৰ্ব্বত-পাহাৰৰ ঠাইত ইয়াত সাগৰ হ'ব; সাগৰৰ বুকুত সাৰ পাই মূৰ দাঙি উঠিব অন্য এক গিৰিৰাজ হিমালয়ে। কোনেও সঠিককৈ একো কব নোৱাৰে, আচলতে মানৱজাতিৰ কি চৰম দুৰ্দশা ঘটিব। ভূঁইকপ প্ৰতিৰোধ কৰিব পৰা পকীঘৰ কিলাকো ভাঙি পৰিব। মানুহ কতো সোমাই সাৰিব নোৱাৰিব। সক বৰ দুই এটা ভূঁমিকম্প হবই লাগিছে। ডাঙৰ ডাঙৰ পকী ঘৰবোৰত ফাট মেলিছে, পৃথিৱীৰ বুকুত একোটাহ'ত বৃহৎ ফাট মেলিব আৰু মানুহবোৰ পৃথিৱীৰ অটল গহ্বৰৰ অন্ধকাৰলৈ সোমাই যাব। মানুহবিলাকক জীয়াই জীয়াই কবৰ দিয়া হ'ব। এক প্ৰবল আশংকাত, এক তয়াময়া দুশ্চিন্তাত জ্যোতিৰ্ময়ে চিৎকাৰ কৰি উঠে। আত্মবিশ্বাসক অদৃশ্য কিছুমান শক্তিয়ে জেৰা কৰে। তাৰ আত্মবিশ্বাস হেৰাই যাবৰ উপক্ৰম হয়। কেতিয়াবা প্ৰবল অৰ্ন্তস্বৰ বাজ কৰি যেন সি চিঞৰি উঠিব। এই দুৰ্যোগৰ পৰা হাত সৰাৰ উপায় কি? ভূঁইকপ আৰম্ভ হোৱাৰ লগে লগে পাৰ পৰা নিৰাপত্তাৰ কি ধৰণৰ শিক্ষা ইয়াত দিয়া হৈছে? জ্যোতিৰ্ময়ে হাতত কলম লৈ এক গুৰুত্বৰ অভিযোগ আনিব পাৰিব লাগিব। তৰোৱালতকৈ হাতৰ কলমৰ জোৰ বেছি। কিন্তু সকলো পণ্ড শ্ৰম কিজানি! বন্ধ কোঠাত ধুমুহা! ডন্ কুইকছটৰ নিষ্ফল প্ৰয়াস। এদিন নতুন আশা আৰু হাতত এমুঠি গোলা-পৰ পাপৰি লৈ জ্যোতিৰ্ময়ে ঘৰৰ বাহিৰ হ'ল, বহু ওপৰলৈ উঠিল, তললৈ গোলাপ ফুলৰ পাপৰিও পেলাই দিয়া হ'ল, কিন্তু তাৰ পৰা কোনো শব্দ শুনা নগ'ল; গ্ৰেণ্ড কেনিয়নত গোলাপ পাপৰি পতন-জনিত শব্দ তৰংগ শ্ৰুতি গোচৰ নোহোৱাৰ দৰে। সি ভাগৰি পৰিল, অস্থিৰ হৈ পৰিল, চিৰদিনৰ বাবে সি যেন অজীৰ্ণ এক মাংসপিণ্ডলৈ ৰূপান্তৰিত হ'ল।

আজি হঠাতে কিয় জানো ৰূপাৰ মনটোও এক আগন্তুক বিপদৰ আশংকাত কঁপি উঠিল। ৰঞ্জিত ফুকনৰ আগমন তাইৰ বাবে সম্পূৰ্ণ অভাৱনীয়। অচিন কাঠৰ খোৰা! এইবিলাক জীৱৰ কোনো সঞ্জাত নাই! তাইৰ স্বামী জ্যোতিৰ্ময়ৰ লগত সুৰ মিলাই কিয় জানো তাই মনে-প্ৰাণে মানি লব নোৱাৰিলে ৰঞ্জিত সিহঁতৰ বাবে আপোন মানুহ নহয়। জ্যোতিৰ্ময়ৰ লগত বিবাহ সূত্ৰে জীৱনে মৰণে একেলগে থকাৰ চিৰন্তন সামাজিক কাৰণতেই বোধহয় তাইৰ মনৰ জগতত সূচনা হ'ল এক মৰ্ম্মভেদী কৰুণ অধ্যায়ৰ, এই অধ্যায় হ'ল বিপদ সংকুলতাৰ, ছায়াঘন সংশয়ৰ। ৰঞ্জিতৰ বিচাৰ-বিশ্লেষণৰ মাজত সেই প্ৰত্যয় আৰু নিৰ্ম্মলতা তাই অনুভৱ কৰিব

নোৱাৰিলে, যি নির্ম্মলতা আৰু প্ৰত্যয় তাই অতদিনে গঢ়ি তোলা, অতি-শয় আলসুৱা ৰূপত জীয়াই ৰখা বিচাৰৰ মাজত অনুসন্ধান কৰিছে। অতদিনে তাই জ্যোতিৰ্ম্ময়ক যথেষ্ট প্রভাৱান্বিত কৰা বুলি ভাবিছিল। কিন্তু জ্যোতিৰ্ম্ময়ৰ প্ৰকৃত বিচাৰ কি? এটা অজীর্ণ মনৰ মানুহ, এটা ৰুগ্ন মনৰ মানুহ সি। এনে ইংগিত ভালেমান অৱসৰত সি দিছে। তাৰ দৃষ্টি অপৰিচ্ছন্ন হৈয়ে আছে। তথাপিতো যেন ৰূপা অধৈর্য্য নহ'ব। হ'লেই যেন বিপদ বেছি; ৰূপাৰ অন্তৰখনে হাহাঁকাৰ কৰি উঠিল। এটা ভুঁইকপৰ আগজাননী তায়ো যেন মনে-প্ৰাণে অনুভৱ কৰিলে। এজাক প্রবল ধুমুহা অহাৰ সংকেত নেকি? অথচ সেই অতৃপ্ত আত্মাৰ, অভিশপ্ত আত্মাৰ বিননি জ্যোতিৰ্ম্ময়ৰ কাণত ঘুণাক্ষৰেও পৰিবলৈ নিদিবলৈ তাই মনতে পণ ললে।

জ্যোতিৰ্ম্ময়ে ভাবিসে, ৰূপাই আচলতে এইবোৰ একোকে নেভাবেই, আগৰে পৰা ইমানদিনে তেনেকৈ চলি আহি ইমানজনী হ'ল; আগৰে পৰা তেনেকৈ ভাবনা-চিন্তা কৰাৰ অভ্যাস নাই। কিবা অভ্যাস আছে যদি সেই বিলাকৰ, কিতাপ মুখস্থ কৰি পৰীক্ষাত ভাল ৰিজাল্ট কৰাৰ। আনক ভালকৈ পঢ়া-শুনা কৰিবলৈ উপদেশ দিয়াৰ। নহলে আজিৰ প্রতি-যোগিতাৰ দিনত নিস্তাৰ নাই কাৰো। জীৱন দুৰ্ব্বিসহ হৈ উঠিব। হতা-শাই জীৱনলৈ নমাই আনিব ঘোৰ অশান্তি। সনাতন মূল্যবোধৰ প্রতি অবৈজ্ঞানিক আনুগত্য। অথচ তাতো প্ৰয়োজনীয় সহানুভূতিৰ অভাৱ। চকুৰে দেখি আছে, বুজিছে, তথাপিতো সমাজৰ অচল মূল্যবোধৰ প্রতি একেই ভেঁকুৰা আনুগত্য। এই বিলাকেই পৰচৰ্চ্চাত, আত্মসমালোচনাত বিচাৰৰ মাপকাঠি। নিজে প্ৰাণপণে চেষ্টা কৰিছে তাৰ পৰা এধানিও বিচলিত নহ'বলৈ। এই এক বিশেষ সুলভ চৰিত্ৰ ৰূপাৰ। সমাজত এটা প্রভাৱো বিস্তাৰ কৰিছে: যি সমাজ প্রায়েই তাৰ অভিশাপ স্বৰূপ, সেই সমাজত। কিন্তু এনে বিলাক অভ্যাসৰ কোনো স্থায়ী মূল্য নাই জ্যোতি-ৰ্ম্ময়ৰ বাবে। ৰূপাহঁতে যিবিলাক অভ্যাস গঢ়ি তুলিলে, এতিয়াও যিবিলাকক বচাই ৰাখিবলৈ সংগ্ৰাম কৰিছে, যিবিলাকক চিৰদিনৰ বুলি ভাবিছে— জ্যোতিৰ্ম্ময়ে ভাবিব নোখোজে। কেতিয়াবাই অতিক্রম কৰিলে সেই স্তৰ, তাৰ যথেষ্ট কছৰতো কৰিলে। এতিয়া কথাই কথাই তাৰ ৰূপাৰ লগত মনোমালিন্য। ইচ্ছাকৃত নিশ্চয় নহয়; এনেকুৱা ঘটনাৰোৰেই ন্যায়সংগত পৰিণতি।

সেইবোৰ বাক্-বিতণ্ডা, কাজিয়া-পেচালৰ এটা উন্নত স্তৰ কল্পনা কৰি জ্যোতিৰ্ময়ে অৱতাৰণা কৰে বিশেষ প্ৰশ্নোত্তৰ প্ৰসংগৰ। নিত্য-নৈমিত্তিক সাধাৰণ ঘৰুৱা ঘটনাক, তৰ্কাতৰ্কিক এটা সুসভ্য পৰিবেশৰ মাজলৈ টানি আনি, সকলো উন্মাদনা আৰু উত্তপ্ততাক মষিমূৰ কৰিবলৈকে এটা শান্ত, ৰুচিপূৰ্ণ পৰিবেশৰ প্ৰয়োজনবোধ কৰে জ্যোতিৰ্ময়ে। মানুহক এই ঘৰুৱা কথাবোৰ জানিবলৈ দি তাৰ অজীৰ্ণতাক কি পৰ্য্যায়লৈ নমাই নিয়া হ'ব? তাৰ নিজকে কি পৰ্য্যায়লৈ নমাই নিয়া হ'ব? এই দুশ্চিন্তাত সি উদ্ভাৱন কৰে ৰূপাৰ লগত তাৰ বিশেষ সাক্ষাৎ-প্ৰসংগৰ। সি প্ৰশ্ন কৰি যাব লাগে আৰু ৰূপাই শান্তভাৱে তাৰ উত্তৰ দি যাব লাগে আৰু পাৰ্য্যমানে আত্ম-সমালোচনাৰ পথ প্ৰশস্ত কৰি মনৰ মাজৰ পৰা এলান্ধু গুচাই যাব লাগে। সি কিয় বঞ্চিত হ'ব নোৱাৰিলে, কিয় এতিয়াও সি বঞ্চিত হ'ব নোৱাৰে বা নোখোজে—এই বিলাকে ৰূপাৰ মনত কেনধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে? ৰূপাই মাজে মাজে সঠিকভাৱে বুজি উঠে নেকি যে জ্যোতিৰ্ময়ে তাইৰ লগত বিবাহ—বিচ্ছেদ বিচাৰিছে, তাৰ মানসিক অন্তৰ্দ্বন্দ্বৰ ওৰ পেলাবলৈ? এই বাবেই নেকি ৰূপাৰ লগত তাৰ বিৰোধ?

বঞ্চিত যোৱাৰ পিছত জ্যোতিৰ্ময়ে ৰূপাক উদ্দেশি পুনৰ প্ৰলাপ বকিবলৈ আৰম্ভ কৰিলে; হাতত তাৰ হুইস্কিৰ গিলাচ। এঢোক-দুঢোককৈ সি মদ গিলিবলৈ ধৰিলে আৰু ক'লে,—

"আজি আৰু মানুহৰ মাজত আগৰ সেই সম্পৰ্ক নাই যাক এতিয়াও তুমি ৰুচিপূৰ্ণ, আন্তৰিকতাপূৰ্ণ জীৱনৰ ভেটি স্বৰূপ বুলি ভাবা। উদাহৰণ স্বৰূপে বঞ্চিত আৰু মোৰ সম্পৰ্ক। ৰূপা নামৰ উচ্চশিক্ষিত এজনী ছোৱালী আৰু তেওঁৰ উচ্চশিক্ষিত কণ্নমনৰ স্বামীৰ সম্পৰ্ক—অৰ্থাৎ তোমাৰ আৰু মোৰ মাজৰ সম্পৰ্ক! অতিশয় জটিল হৈ পৰিছে Modern life। ৰাতি অকলে অকলে আহি এজনী গাভৰু ছোৱালী ঘৰ সোমালে তাইক তোমালোকে দাংকাচি বুলি কোৱা, বজ্জাত বুলি চৰিত্ৰত কলংক সানিব খোজা। সুবিচাৰ কৰা বুলি ভাবা। কাৰণ এনেবোৰ সমাজত গৰ্হিত কাম, জাত যোৱা কাম। অথচ এবাৰো ভাবি নোচোৱা আজিকালি ডাঙৰে সৰুক পথ দেখুৱাৰ পৰিবৰ্ত্তে, সিহঁতক পৰামৰ্শ নিদিয়ে, উচটাই দিয়ে। লগে লগে এই ছোৱালীজনীৰ বিপক্ষে কটু মন্তব্য পোষণ কৰে। ঘটি থকা নানান ঘটনাই তাৰ প্ৰমাণ। ডাঙৰে আগৰ দিনত বিদৰে ভাল-

বেয়া বিচাৰ কৰিছিল, তোমালোকে তাকেই সুহোদৰ বুলি বুকুত সাৱটি বহি আছা। আজিকালি কবিৰ নেপায় বুলি কিয় ডাঙৰে সৰুবোৰক ধৰি ৰাখিব নোৱাৰে। সকলো ভাল অভ্যাসৰ বিপৰীতে কু-অভ্যাস বিলাকৰ চলন্তি দেখিও কিয় বাধা দিব পৰা নাই? কিয় মৌনতা অৱলম্বন কৰিব লগা হৈছে। বিৰোধিতা কৰিবৰ সাহস নাই কিয়? কোৱা, উত্তৰ দিয়া?"

ৰূপাই একো মতা নাই। জ্যোতির্ময়ে পুনৰ ক'লে,—

"ৰাজিতক বিমুখ কৰাৰ মানসিক প্ৰস্তুতি মোৰ মজ্জাগত। তাৰ কৰ্মময় জীৱনৰ প্ৰতি মোৰ কোনো আস্থা নজন্মিব পাৰে। পণ্ডশ্ৰম সকলো বুলি ভাবিব পাৰোঁ, এদিন মোহভংগ ঘটিব বুলি ভাবিব পাৰোঁ, যেনেকৈ যৌৱনৰ পূৰ্ণ পয়োভৰৰ দিনত মোৰো মোহভংগ ঘটিছিল প্ৰচলিত সমাজ ব্যৱস্থাৰ ক্লীবত্বৰ প্ৰতি।"

জ্যোতির্ময়ে কৈ গ'ল,—

"তুমি পঢ়িছানে নাই নেজানোঁ। মই কিন্তু পঢ়িছোঁ— Uncertainity of aims— the post-war break-down of accepted spiritual values। প্ৰথম মহাযুদ্ধৰ পিচত সকলো আধ্যাত্মিক মূল্যবোধৰ ওপৰতেই যুদ্ধৰ প্ৰচণ্ড আঘাট। সেই আঘাট মই সহ্য কৰিব পৰা নাই। ইয়াৰ বহুমুখী প্ৰতিক্ৰিয়া হ'বই। তুমি কাক বাধা দিবা? আমি চিঞৰিম, তুমি আমাক বাধা দিব পাৰিবা? বিভিন্ন প্ৰতিক্ৰিয়াৰ ফলশ্ৰুতি ৰূপত, নানান সাহিত্যিক চিন্তা—মই মোৰ সাঁচত ঢালিম—অনিশ্চয়তাক মই মোৰ মনত লগাকৈ ৰূপ দিম; মোৰ প্ৰাৰম্ভিক মোহভংগ ঘটা অৱস্থাৰ পৰিবৰ্ত্তন হ'ব—নতুনকৈ মোৰ মোহভংগ ঘটিব— তুমি কাক বাধা দিবা? তুমি যদি কব খোজা—এনে অশুভ শক্তিয়ে আমাৰ আস্থাক কিছু বিমুখ কৰিব, শুভদিনৰ নিঘণ্টক কিছু পিচুৱাই নিয়াব, অনিবাৰ্য্য ৰূপান্তৰ কিন্তু হ'বই। মই যদি কওঁ তাৰ আগেয়েই মানৱ সমাজ ধ্বংস হব? মহামতি আইনষ্টাইনে কি কৈছিল জানা? যদি কেনেবাকৈ তৃতীয় মহাযুদ্ধ হয়, তেনে হলে গোটেই পৃথিৱীয়েই ধ্বংস হ'ব, মানুহ নামৰ জীৱৰ কোনো চিন মোকামেই নেথাকিব। ধৰাহওক, ২০০১ চনত তৃতীয় মহাযুদ্ধ হ'বই, তোমাৰ এই বিশ্বাসকো অমানুষিক ভাবে হত্যা কৰা নহ'বনে? ৰাজনৈতিক দৰ্শনত নতুন মূল্যবোধৰ ভেটি কি? মহাযুদ্ধই, তাৰ আগন্তুক আশংকাই তোমাক কি শিক্ষা দিছে? বৃহৎ পুঁজিপতিৰ দেশবোৰে চলোৱা

আনৱিক, পৰমানৱিক অস্ত্ৰৰ প্ৰতিযোগিতাই তোমাক কি শিক্ষা দিছে ? সাম্প্ৰতিক গৃহযুদ্ধ আৰু মহাযুদ্ধৰ সম্ভাৱনাই, নানান বিজ্ঞতৰীয়া হিংসাৰ কাৰ্য্যকলাপে তোমাক একো শিকোৱা নাইনে ?

"নাই শিকোৱা। তোমালোকে, তোমালোকৰ সমাজখনক একো শিকোৱা নাই। তুমি যিহেতু নেভাবাই, ভবাৰ অভ্যাস যিহেতু নাই, তুমি একো নিশিকা। সেয়ে নতুন দিনৰ সপোন তোমালোকে দেখিব নোৱাৰা। কোনো তেনে অনিশ্চয়তাকো তোমালোকে হৃদয়ংগম কৰিব নোৱাৰা। তোমালোকে নিজ বিশ্বাসৰ জোৰতে ভাবা, সকলো আন্তৰিকতাপূৰ্ণ কামৰে আশানুৰূপ সুফল আছে, তাৰ নিশ্চয়তাও আছে। কত ঠেকা খাইছা, তাক অভিজ্ঞতা কৰিছা, তথাপিতো তোমালোকৰ মনত অনিশ্চয়তা নাই। কেৱল মানৱদেহৰ অৱসান—মৃত্যু তোমালোকৰ মনত অনিশ্চিত যাত্ৰা। তোমাৰ মা-দেউতাৰাই যি বিশ্বাসৰ ভেটিত সংসাৰ চলাইছিল, যি বিলাক মূল্যবোধক আশ্ৰয় কৰি এটা সৎ আৰু মাৰ্জিত জীৱন যাপন হ'ব পাৰে বুলি বুজিছিল—তুমিও ঠিক তেনেভাৱেই বুজা। আজিও, আজিৰ এই বিৰাট পৰিবৰ্ত্তনৰ পিচতো। তোমালোকৰ মা-দেউতাৰাৰ দিনত এটকাত যোল্লসেৰ চাউল পাইছিল, টকা এটা নিলে বুধবৰীয়া হাটৰ পৰা এভাৰ বস্তু-বেহানি আনিব পাৰিছিল, এতিয়া তেনেবোৰ দিনৰ কি পৰিবৰ্ত্তন ঘটিছে ? নে জীৱনবোধ, মূল্যবোধৰ বেলিকা, চিন্তা-চৰ্চ্চাৰ বেলিকা সেই তাৰতম্য ঘটা নাই ? নুবুজা, তোমালোকে নুবুজা। চিন্তাৰ অভ্যাস নাই বাবেই মোক নুবুজা। প্ৰলাপ বকা বুলি ভাবা। নিতৌ ঘটি থকা নতুন ঘটনাবিলাকত ঠিকেই উষ্মা, উদ্বেগ প্ৰকাশ কৰা, কিন্তু তাক বিশ্লেষণ কৰি চোৱাৰ কথা কেতিয়াও নেভাবা। ভবাহলে মোক বুজি পালাহেঁতেন। তোমাৰ অন্তৰেও এনেদৰে ভয়ত হাঁহাকাৰ কৰিব লগা নহ'লহেঁতেন। তোমাৰ ভয়, মই জানোচা এই ঘৰ এৰি গুচি যাওঁ ৰঞ্জিতৰ দৰে। কিন্তু মই নেযাওঁ। তাকো তুমি বুজিব নোৱাৰা। বুজিব পৰা হ'লে এইদৰে ভয় নোখোৱা। তুমি এতিয়া মনে মনে আছা। মনে মনে থাকি ৰণ জিকিব খুজিছা ? বাৰু কোৱাচোন ! নাই, নাই নেলাগে কব...... ?"

নেলাগে কব বুলি কৈছিল যদিও, কিবা এটা প্ৰবল আক্ৰোশত ৰূপাই সজোৰে প্ৰশ্ন কৰিলে,—

"তুমি ভাবিছা নেকি ৰঞ্জিত ফুকনে সঠিক পথেৰেই যাত্ৰা কৰিছে ?"

ক্ষন্তেক তভক মাৰি জ্যোতিৰ্ময়ে মাত লগালে,—

"তোমাৰ এই প্ৰশ্নটোৰ পোনপতীয়া উত্তৰ দিয়াৰ আগেয়ে, মই আন এটা কথাহে প্ৰথমে কব খোজোঁ। সমাজৰ মানুহবোৰৰ প্ৰতি গভীৰ ভাল পোৱা, স্বদেশৰ প্ৰতি প্ৰকৃত প্ৰেম থকা বাবেহে ৰঞ্জিতে সকলো তথাকথিত মোহ নেওচি দেশৰ মুক্তিৰ কামত লাগিছে। সংকীৰ্ণমনা জাতীয়তাবাদী নাইবা হিংস্ৰতাৰ প্ৰতি, প্ৰতি মুহূৰ্ত্তে আসক্ত মুণ্ডহীন ডেকাবোৰতকৈ তাৰ স্বদেশ প্ৰীতি যেনে হলেও বহু উচ্চস্তৰৰ। কোনো ক্ষণস্থায়ী পথ আৰু লক্ষ্যৰ প্ৰতিও তাৰ আগ্ৰহ নাই। তাৰ পুৰঠ জ্ঞান হৈছে, জীৱনলৈ Maturity আহিছে, সি ঠিক পথেৰেই যাত্ৰা কৰিছে বুলি মই ভাবোঁ। মই কিন্তু নিজে সেই বিশ্বাস গোটাব পৰা নাই। সেই বুলি মই ৰঞ্জিতৰ পথটোকো ভুল বুলি দৃঢ়তাৰে কব নোৱাৰোঁ। ৰঞ্জিতৰ বিপৰীতে গৰীষ্ঠ সংখ্যক মানুহৰেই চিন্তা আৰু আদৰ্শ দুয়োটাই দেউলীয়া। অথচ এওঁলোকেই আধুনিক অসমীয়াৰ প্ৰধান জাতীয় চৰিত্ৰটো প্ৰতিনিধিত্ব কৰিব ধৰিছে। এনেবোৰ মানুহেই তোমালোকৰ ভাল-বেয়া বিচাৰ কৰে। তোমালোকক জীৱনৰ লক্ষ্য আৰু মূল্যবোধৰ শিক্ষা দিয়ে। ৰঞ্জিত এপাচি-শাকত এটা জালুক। তোমালোকে অতদিনে অশুভ ৰাজ্যত বিচৰণ কৰি ৰঞ্জিতক স্বীকৃতি দিয়া কেনেকৈ? বুদ্ধিজীৱি মহলতেই এনে পুতৌ-জনক অৱস্থা, তেওঁলোকৰ তুলনাত তোমালোক কোন কুত্তা? তুমি নিশ্চয় চাব জনা নাই, এনে মুখাপিন্ধা মাতব্বৰী মানুহখিনিয়েই অসমৰ প্ৰতিটো প্ৰতিক্ৰিয়াশীল, ক্ষণস্থায়ী আন্দোলনতেই আঁৰ কাপোৰৰ তলত থাকি Inocent মানুহবোৰক উচটাই দি নিজৰ সা-সুবিধা ঠিক—ঠাক কৰি লোৱাতেই ব্যস্ত। এই ধূৰ্ত্ত মানুহবিলাকেই মাৰ্জ্জিত, গুণগত জীৱনৰ মানদণ্ড বিচাৰ কৰে। ইচ্ছা কৰা হ'লে ৰঞ্জিতেও এই দলত অন্তৰ্ভুক্ত হৈ বহু নাম-যশ গোটাব পাৰিলেহেঁতেন।"

জ্যোতিৰ্ময়ৰ লাহে লাহে নিছা লাগিছিল। এইবাৰ ৰূপাই একো উত্তৰ নিদিলে। জ্যোতিৰ্ময়ৰ দৃঢ়তাৰ আগত ৰূপা সদায়ে যেন পৰাজিত, নিষ্প্ৰভ। জ্যোতিৰ্ময়ে পুনৰ মাত লগালে,—

"যি কোনো মানুহৰ কৰ্ম্মৰাজিৰ প্ৰতি বিশ্লেষণ কৰা অভ্যাস তোমাৰেই কিয়, সৰহভাগ অসমীয়া মানুহৰেই নাই; অন্ততঃ যি সকলৰ পৰা এনে বিচাৰ আশা কৰা হয়, তেওঁলোকেই তেনে নকৰে। আজি ৰঞ্জিতৰ দিন মন্দ, তাৰ প্ৰতি তোমাৰ কোনো আগ্ৰহ নাই; কিন্তু এদিন

যেতিয়া সি তাৰ কৰ্ম্মৰ ফলাফল স্বৰূপে বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত প্ৰশংসাৰ শলাগ পাব, মানুহৰ মুখে মুখে তাৰ নাম বাগৰিব, তেতিয়া তুমি তাক তোমাৰ আপোন মানু বুলি ক'বলৈ পিচ নুহুকিবা। এয়েই চৰিত্ৰ তোমালোকৰ। তৰল চৰিত্ৰ। সমাজৰ ক্ষণস্থায়ী আবেগ যিফালেই ঢাল খাই, তোমালোকে সেইফালেই হুয়ভৰ দিয়া। এয়েই অসমীয়াৰ প্ৰকৃত চৰিত্ৰ। আচল কথা, তোমালোকৰ কোনো নিজা চৰিত্ৰ নাই। ৰঞ্জিতক বেয়া পোৱা যেতিয়া এদিন সি তাৰ আদৰ্শত শ্ৰেষ্ঠ প্ৰতিপন্ন হ'লে তুমি তাক প্ৰসংসা কৰিবা কি যুক্তিত? কিন্তু কৰিবা, দহজনে যি ভাল বোলে, সি তোমাৰো চৰিত্ৰ। কিন্তু আনফালে ৰঞ্জিত তাৰ স্বকীয় মতাদৰ্শেৰে স্বকীয় প্ৰতিভা আৰু ব্যক্তিত্বৰ বৈশিষ্ট্যৰে এক নিভাঁজ চৰিত্ৰ। ভুৱা মূল্যবোধে তাক টলাব নোৱাৰে। নিজে ভাবি-চিন্তি সি ঠিক পথেই বাচি লৈছে। মেট্ৰিক পৰীক্ষাত ষ্টাৰমাৰ্ক পাই উত্তীৰ্ণ হোৱা মেধাৱী ল'ৰা বহুবি ওলাই আছে; কিন্তু তাৰ মাজৰপৰা বিজ্ঞুৰাভা ওলাল কেইটা? নে বিজ্ঞুৰাভা বনিবলৈ ক্ষেত্ৰ প্ৰশস্ত নহয়?"

প্ৰবল আবেগত কথাখিনি শেষ কৰি জ্যোতিৰ্ময়ে হুইস্কিৰ গিলাচত শেষ ঢোকা মাৰিলে। তাৰ সৰ্বাৰ নিছাই ৰোমাঞ্চিত কৰি তুলিব লগা মনটোত গধুৰ বিষাদে বাৰে বাৰে আঘাত কৰাত যেন কিবা এটা অৱসাদে তাক সংকুচিত কৰি তুলিব ধৰিলে। আজিকালি অকণমান মদ খালেই তাৰ মন প্ৰাণলৈ এক অদ্ভুত ধৰণৰ সৰসতা আহে। কিন্তু নিতৌ যেন সেই সৰসতাক বিক্ষত কৰা হয়। তাৰ চিন্তাৰ মাজত তেতিয়া খেলি-মেলিৰ সৃষ্টি হয়। সঠিকভাৱে যেন একো কব নোৱাৰা হৈ যায় সি। সেই বাবেই বোধকৰো ৰূপাই তাক প্ৰলাপ বকা বুলি অভিযুক্ত কৰিব খোজে। আজিকালি যেন অতি সুসংযতভাৱে ৰূপাই তাক অভিযুক্ত কৰে। সি হেনো এটা ৰুগ্ন মনৰ মানুহ। আৰু হেনো তাক সুস্থ কৰিবলৈকে তাৰ জীৱনত ৰূপাৰ অতীৱ প্ৰয়োজন। কিন্তু এই ৰুগ্নতা কিহৰ বাবে? কি পাপৰ ফল ভোগ কৰিছে সি?

এক প্ৰবল অৱসাদে তাক হেঁচা মাৰি ধৰিব খুজিলে যেন। সি চকিত বহি বহিয়েই চকু দুটা মুদি দিলে। লগে লগে ৰূপা তৎপৰ হৈ উঠিল। বনকৰা ল'ৰাটোক মাতি তাই ব্যস্ত হৈ পৰিল। ৰাতিৰ ভাত-সাজ খুৱাই তাক শুৱবলৈ যা-যোগাৰ কৰি দিয়াত তাই ব্যস্ত হৈ পৰিল।

এটা সময়ত জ্যোতিৰ্ময় চকিৎপৰা উঠিল ৰূপাৰ নিৰ্দেশ ক্ৰমে। পুনৰ এবাৰ যেন তাৰ চেতনা ফিৰিল। মুখ তল কৰি, চকু দুটা মুদিয়েই জ্যোতিৰ্ময়ে কবলৈ ধৰিলে- -

"মই হ'লোঁ ৰঞ্জিতৰ অবাঞ্ছিত বন্ধু। তোমাৰ কামনা বাসনা আৰু আকাংক্ষাৰ তীৰ্থতো মই স্থান নেপাওঁ। তাৰমানে মই সকলোৰে আবাঞ্ছিত বন্ধু। আচলতে আমি সকলো অভিশপ্ত আত্মা আৰু এখন জটিল, খেলি মেলি সংসাৰত সহবাস কৰি আছোঁ। মই যদি এটা সুস্থ মানুহ নহয়, তেনে-হ'লে মই এটা ৰুগ্ন মনৰ মানুহ। আৰু এতিয়া মই মতলীয়া, মই মাতাল। অথচ, অথচ আমি একেখন পৃথিবীতে বাস কৰিম। মোৰ সোঁফালে ৰঞ্জিত আৰু বাওঁফালে তুমি; আৰু যেন আমি এয়া একেলগে, একেখন বিচনাতে শুবলৈ ওলাইছোঁ। কথাবোৰ কিবা খেলি-মেলি হৈছে নেকি ৰূপা ?"

জ্যোতিৰ্ময়ৰ চেতনা ক্ৰমান্বয়ে অৱশ হৈ পৰিল। নীৰৱে, কোনেও নজনাকৈ উচুপি উঠিল ৰূপা, ৰাতিৰ অন্ধকাৰৰ মাজে মাজে সেই নীৰৱ উচুপনিয়ে যেন সকলোকে চিৰন্তন নৈৰাশ্যৰ মহাকাশৰ মাজলৈ আহ্বান জনাই ক্ৰমাৎ আগবাঢ়ি গৈ থাকিল। ●

# দুখৰ ৰাতি

তেওঁলোকে নুবুজে মোৰ দুখ আৰু হৃদয়ৰ যন্ত্ৰণা ; ময়ো নুবুজোঁ তেওঁলোকৰ দুখ আৰু শৰীৰৰ যাতনা। এই পাৰৰ পৰা মই শুনিছোঁ, তেওঁলোকে কান্দিছে ; সিপাৰৰ পৰা হয়তো তেওঁলোকেও শুনিছে, (শুনিছেনে বাৰু ?) মই কান্দিছোঁ। অন্ধকাৰৰ মাজত তেওঁলোকে ভাবে, তেওঁলোক উত্তাপিত। অন্ধকাৰৰ মাজত ময়ো ভাবোঁ মই উত্তাপিত। ময়েই তেওঁলোকৰ গীত শুনো, গীত গাওঁ (তেওঁলোকেও গায়নে বাৰু মোৰ গীত ?) আমি সকলোৱে মিলি ভাবোঁ, আমি মিলিজুলি থাকোঁ।

(আজিকালি কথাবোৰ বৰ সোনকালে পাহৰি যাওঁ। একাৰন্ন কিলোমিটাৰ খোজ কঢ়া প্ৰতিযোগিতা– চিন্তা তেনে এটা চেষ্টাত, এটা অধ্যৱসায়ত, তেনে এটা সাধনাত ব্ৰতী হৈ অসীম ধৈৰ্য্য সহকাৰে আগবাঢ়িব পৰা নাই। অলপ দূৰ গৈয়ে, ফোঁপাই-জোপাই, সীমাহীণ ধূসৰতাৰ মাজত পৰি সি সকলো আশা বাদ দিছে। নাই, মনত নপৰে। মগজুৰ কোষবোৰ অৱশ হৈ পৰিছে। তাৰ চিকিৎসাও এতিয়া মোৰ অজ্ঞাত। কিহৰ ভাগৰ ইমান ? ইমান অক্ষমতা ? নোৱাৰে তম্ভিব প্ৰতিযোগিতা। মনটোহে আচলতে লুভীয়া। কোৱালিফাইং ৰাউণ্ডতে আচলতে তাৰ পৰাজয় ঘটিছে। পৰাভৱৰ গ্লানি তাৰ বিষাদত বিধ্বস্ত। পুনশ্চ তাক শোকে থুন্দা মাৰি ধৰে। পৰাজয় মানি লব নোখোজে। নিঃসংগ পৰিবেশলৈ পলায়ন কৰিব খোজে আৰু বিশ্লেষণ কৰিব খোজে, তাৰ বাবে জগৰীয়া কোন ? তেনেতে তুচ্ছ বাস্তৱটোৰ প্ৰতি সততে সজাগ অভিভাৱকবোৰে—পিতৃ-মাতৃ, ভাই ভনী, পত্নী, বন্ধুবোৰে যেন তাক নিন্দা কৰিব খোজে, তাক বাধা দিব খোজে আৰু কব খোজে—অনৱচ্ছিন্ন সংগপ্ৰিয়তাহে প্ৰকৃত মানুহৰ, প্ৰকৃত বাস্তৱৰ লক্ষণ। প্ৰতিহত সেই আকাংক্ষাৰ কথা, বিৰোধৰ কথা ভাবিবলৈ সময় কাৰ, গৰজ কাৰ ? আচলতে সেইটো বাস্তৱৰ বাবেওতো প্ৰয়োজন স্বতঃস্ফূৰ্ত

অন্শীলনৰ, নহলে জীৱন অচল। প্ৰাত্যহিক তুচ্ছতাওতো জীৱন। আংশিক জীৱন! তাৰ মাজত অন্সন্ধান নোহোৱা হ'ল কিয়? কিন্তু তথাপিতো নিঃসংগ হৈ চিন্তাটোক একাৱন কিলোমিটাৰ খোজ কঢ়া প্ৰতিযোগিতাত নমাব খোজোঁ, আধকৰা ছবি বিলাক জোৰা লগাব খোজোঁ—কোৱালিফাইং ৰাউণ্ডতে তাৰ পৰাজয় ঘটে।)

দোকমোকালিতে মই বিচনাৰ পৰা হাতত সাৰে, ভৰিত সাৰে, নামিবলৈ চেষ্টা কৰোঁ। কিয়নো ৰাতিপ্ৰা মগজ্টো শান্ত থাকে। ব্ৰেইনৰ ফাংচন্ ঠিক থাকে। আধাড্খৰীয়া গল্পক ব্কুৰ মাজত সোমোৱাই বিভ্ৰান্ত টনা-আঁজোৰাক ৰপ্ত কৰিবলৈ, দ্খবোধক, বিষণ্ণতাক মেৰঘৰৰ পৰা বাজ কৰিবলৈ এক সংগত অসতৰ্কতা অন্ভৱ কৰোঁ। গাটো লৰচৰ কৰিলেই বিচনাখনৰ পৰা কেৰেককৈ এটা শব্দ হয়। শ্ৰীমতীয়ে সাৰ পোৱাৰ ভয়ত, সন্তৰ্পনে আঁঠুৱাৰ তলৰ পৰা বাজ ওলাওঁ। নিৰ্ব্বানৰ আকাংক্ষা-নিঃসংগ পৰিবেশ বিচাৰি কণ্টকিত আশা আৰু নীৰৱ-বিৰক্তি ইত্যাদিৰ ৰাজ্যখনলৈ যাব খোজোঁ। ম্কলিত, ম্দ্ ফিৰফিৰিয়া বতাহত, শ্দ্ধ বায়্ সেৱন কৰিব খোজোঁ। মই যেন ব্জোঁ-ন্ব্জোঁকৈ ব্জোঁ, ৰাতিপ্ৰাৰ বিশ্দ্ধ মলয়া আৰু স্খ—মান্হৰ জীৱনত, দ্খৰ ৰাতি প্ৱাবলৈ এই যে মহিমামণ্ডিত প্ৰভাত। জীৱনলৈ আশাৰ এধানি ৰেঙনি ঘ্ৰাই অনাৰ ইংগিত ৰহস্যাব্ত হৈ উঠে। শ্ৰীমতীয়ে গম নোপোৱাকৈ মই ম্কলিলৈ ওলাই আহোঁ জানি শ্নি কেৰ্কেৰ্ কৰি থকাতকৈ, মিছাতেই ৰক্তচাপ লৈ থকাতকৈ কোহলি প্ৰিয় তুচ্ছ অভিভাৱকবোৰৰ লগত মিশাপ্ৰীতিৰে থকাৰ কথা ভাবোঁ।

মাত্ৰ এটা। মোক কেৱল মাত্ৰ এটা গল্প লিখিবলৈ দিয়া। ঠিক আছে। এইটোৱেই হ'ব মোৰ শেষ গল্প। পৰাজয়, হতাশা, দ্খ, বিষাদ-বেদনা, মোৰ সকলো অসহায়তা, সমস্ত দ্খৰ বোজা নিঃসৰণ কৰি তাক শেষ কৰিবলৈ দিয়া। আৰু টনা-আঁজোৰা কৰিবলৈ মন নাই। তেনেকৈয়ে বাচি আছে বহ্ত মান্হ। মোৰ এই অপ্ৰত্যাশিত সিদ্ধান্ত শ্নি মান্হে যদি সোধে, এতিয়া দ্খৰ কিমান ৰাতি? কি কম মই? বিসংগতি?

ৰাতিপ্ৰাতে যে বাথৰুমত প্ৰেস্ৰাৱৰ গোন্ধ ওলাইছে—যোৱাকালি ৰাতি মই বাথৰুমলৈ গৈছিলোঁ নেকি, পানী নঢলাকৈয়ে এৰি আহিলোঁনেকি? তাৰ পৰাই আৰম্ভ হ'ব। গেচৰ চিলিণ্ডাৰ আজিয়ে আনিব লাগিব। দহ বজাত আজি ভাত-পানী খাই আজৰি হ'ব লাগিব। আঠ বজাৰ

আগেয়েই আজি সকলোৰে গা ধুই শেষ কৰিব লাগিব। তাৰ আগেয়েই চাব লাগিব যাতে বাথৰুমত পানীৰ যোগাৰ হয়। লৰাটোৰ হ'ম ৱৰ্ক চাবে আঠ বজাৰ আগেয়ে শেষ হ'ব লাগিব। এইবিলাকৰ লগত সংগতি ৰাখি বজাৰ, ৰাতিপুৱা বিচাৰি অহা মানুহৰ লগত কথাপতা, অফিচৰ কামকাজৰ সমস্যাৰ কথা ভবা — মোৰ ফালৰ হ'ম ৱৰ্ক··· এক মিনিটো ইফাল সিফাল হলেই, সামান্য অলসতাই ঘটাব বিচ্যুতি — ৰাতিপুৱাৰ এইখিনি সময়য়েই আমাৰ অতিপাত ব্যস্ত সময় — এক চিনাকি হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হ'ব ··· নাই, এক মিনিটো ৰেষ্ট লব নোৱাৰি। এখন আটোমটোকাৰি, আদৰ্শ গৃহস্থীৰ ভাব লবলৈ, আজিৰ ব্যক্তিকেন্দ্ৰিক জীৱনত তিষ্ঠি থাকিবলৈ, এখন্তেকো ৰেষ্ট লব নেলাগিব। ইয়াত তুচ্ছতাৰ স্থান ক'ত? এই গতিৰ নামেইতো জীৱন, কোলাহলময় জীৱন। দাড়ি খুৰোৱাৰ সময় হ'ব, তেনেতে হকাৰটোৱে আহি পেপাৰ দুখন দি যাবহি। কিবা এটা চিন্তাই যেন তেতিয়াও মোক খুলি খুলি খায় — বেছি দূৰ খোজ কাঢ়িব নোৱাৰা সেই চিন্তাটো। ব্যস্ততাৰ মাজতো, প্ৰতিদিনৰ কোলাহলৰ মাজতো, চোফাত আউজি একান্তমনে প্ৰায়েই মতলীয়া হওঁ। হাতত খবৰৰ কাগজ। তেনেতে শ্ৰীমতীয়ে নে আন কোনোবাই চিঞৰি উঠে, বাৰীত ছাগলী সোমাল নে, লৰাটো মনে মেন কৰবালে গ'ল! কাৰোবাৰ পদধ্বনি নে কলিং বেলৰ শব্দ? নে গাড়ীৰ শব্দ নে কাঁহী-বাতিৰ শব্দ নে পটাগুটিৰ যুদ্ধ? নে বিস্কুট নাই, তেল নাই, ডাইল নাই, আলুগুটি নাই, চাবোন নাই, গাখীৰ এতিয়াও আহি পোৱা নাই — তাৰ আপত্তিৰ শব্দ? অন্তহীন, গতানুগতিক জীৱনৰ শব্দ — কোৰাছ, কিন্তু সুৰ এটাই। কামিহাড় ভাঙিব পৰা এনে উক্ততাই মগজুত যেন কাঠৰ হাতুৰীৰে কোব বহুৱাই থকা সৰকা কৰি তোলে। হয় খণ্ডটোৰ, নহয় জেদটোৰ, হয় আকাংক্ষাটোৰ, নহয় হতাশাটোৰ, সকলোৰে দুৰাৱস্থা, ধুমুহা বৰষুণত তিতি জেলেপা হোৱাৰ অৱস্থা। আন্তৰিক স্বাদ, স্বাভাৱিক মাদকতা বিচাৰি নেপাওঁ। প্ৰতিদিনৰ ইমান ভবা জীৱনৰ মাজতো কিয় মই আনমনা প্ৰতিক্ৰিয়াৰে ইফাল সিফাল কৰোঁ? আচল মানুহৰ দৰে? মই জানো দেখা পোৱা নাই, আন হেজাৰজনে এই প্ৰণালীৰ মাজতে জীৱনৰ অৰ্থ বিচাৰি পাইছে।

ৰাতিপুৱাই শ্ৰীমতীৰ কৈফিয়ৎ, ওজৰ-আপত্তি, সাংসাৰিক সচেতনতা,

বাক্যব্যয়; সুলভ ব্যস্ততা, ৰাতিপুৱাৰ পৰা গধূলিলৈকে অন্তহীন প্ৰবাহ, এক প্ৰগাঢ় মুখৰতা। নহলে হয়তো এবাৰাৰীৰ দৰে ভৌতিকতা।

ঠিক আছে। গল্পটো শেষ কৰিয়েই মই এজন সুস্থ, হুচিয়াৰ স্বামীলৈ, গৃহস্থলৈ পৰিবৰ্ত্তিত হ'ম। বাকী জীৱন শেষ কৰি দিম আন-বোৰৰ দৰে (চিন্তা শক্তিটো যেন দ্ৰুত লোপ পাব ধৰিছে।) এটা দীঘল সুৰংগৰ কিমান দূৰলৈকে বাৰু চাব পাৰি? একাৱন্ন কিলোমিটাৰ খোজ কঢ়াৰ প্ৰতিযোগিতা— প্ৰথম কোৱালিফাইং ৰাউণ্ডতে মোৰ পৰাজয় ঘটিছে। আজিকালি দেখুন ভাৱ-ভাষা, শব্দ একোতে জোৰ নেপাওঁ। শুকাই ক্ষীণাই পেণ্টটো ককালত নোৰোৱাৰ দৰে অৱস্থা— তদ্ৰূপ। সমস্ত দিনবোৰ, সুদীৰ্ঘ বছৰটো সামৰি লোৱাৰ সামৰ্থ্যও জানো মোৰ আছে? এটা পৰাজিত সৈনিক, এটা ৰুগ্ন মনৰ মানুহ, এটা আত্মকথিত মানুহ মই অৱহেলিত, অস্বীকৃত। স্বীকৃতি পোৱাৰ যোগ্যতাও হয়তো মোৰ নাই··· সিপাৰত এটা সূৰ্য্য আছে বুলিও জানো, উত্তাপ পাম বুলিও জানো··· !)

গল্পটো লিখি থকাৰ মাজে মাজে মই সিদ্ধান্ত ললোঁ, শেষবাৰৰ বাবে মই এটা চেষ্টা চলাম। হেৰাই যোৱা আঁত জোৰাবলৈ, দুখৰ ৰাতি কাতি কৰিবলৈ, সেই আধাৰ ক'ত পাম?

বোধহয় নোৱাৰিলোঁ। মোৰ গল্প শেষ হ'বৰ হ'ল। নেপালোঁ, সেই সন্ধান নেপালোঁ। শেষবাৰৰ কাৰণেও ব্যৰ্থ হলোঁ। মই যেন থাহি পৰিলোঁ। এই পাৰে মোৰ জীৱনলৈ অমিয়া নিজৰাৰ দৰে, সুখ-শান্তিৰ দিন নাহিল বৈ। থাহি পৰিলোঁ তললৈ, সংশয় আৰু অনিশ্চয়তাৰ অতল গহ্বৰলৈ। অন্ধকাৰ। তাতোকৈ উত্তম প্ৰতিদান কি হব পাৰে? ফাঁকি মাৰিও জানো মই মোৰ গল্পক বচাব পাৰিম? মই নিজেই নিজকে বচাব নোৱা-ৰিলোঁ। এবিধ অচিন ক্ষয়ৰোগ আৰম্ভ হৈছে। মোৰ আচলতে অকাল মৃত্যু ঘটাৰ প্ৰক্ৰিয়া এটাৰ আৰম্ভ হৈছে। মই এটা ভাল মানুহৰ দৰে কৈছোঁ — এনে ৰোগ সাত শতৰুৰো নহওক। মই বাকিছোঁ—জীৱন দুৰাৰোগ্য কেনচাৰৰ বিফল চিকিৎসা নহব।

এনেকুৱা অৱস্থাতে আন এদিন মই এক অপ্ৰকৃতিস্থ চেতনা লৈহে যেন ফিৰিলোঁ। মোৰ মনত পৰিল সেই গল্পটো সচাই বৰ ভাল পাইছিলোঁ গল্প। মাদ্ৰাজত নে ত্ৰিবান্দ্ৰমত, নে তাৰ মাজত কৰবাত,, মই গল্পটো পঢ়িছিলোঁ। লাইন দুটা মুখস্থ কৰিবলৈ মই চেষ্টাও কৰিছিলোঁ; পাহৰি

যাওঁ বুলি নোটবুক এটাত টুকি লৈ আহিছিলোঁ...... Thus does unfree man seek freedom in lust ; the condemned prisoner spends his last moments not on God but in phantom matings with empresses. ঘটনাটো কিয় মনত পৰিল নেভাবিলোঁ। ভাবিলোঁ, এয়েই বিধান, নিচিন্ত হৈ যোৱাৰ আগেয়ে ময়ো ভগবানৰ কথা নেভাবোঁ, কিয়নো মই বিশ্বাস নকৰোঁ, এই মৃত্যু স্বাভাৱিক মৃত্যু। এই মৃত্যু এক হত্যা কাণ্ডৰ নামান্তৰ আচলতে বুকু মই নিজে পাতি দিয়া নাই। মোক দণ্ডিত কৰা হৈছে। মোক ফাঁচী দিয়া হ'ব হত্যা কৰা হ'ব। মই শুব পৰা নাই, বহিব পৰা নাই খাব পৰা নাই·· ··· পাহৰিব নোৱাৰা এহাল বিদ্ৰোহী চকুৰ দৰে কুখ্যাত কাৰাগাৰত বন্দি কৰিবলৈ, ভিতৰতে চ'চ'কৈ প্ৰেস্রাৱ কৰিবলৈ উদ্যত হৈছোঁ। চেতনাশূন্য মই যেন ইফাল সিফাল কৰিছোঁ। মৃত্যু নামৰ আতংকই মোক যেন চাৰাক মাছৰ দৰে মুখ মেলি, টো ফালি খেদি আহিছে আৰু মই যেন তাৰ পৰা ৰক্ষা পাবলৈ শেষবাৰৰ বাবে প্ৰাণপণে চেষ্টা চলাইছোঁ।

স্বাভাৱিক কাৰণতেই চেতনা শূন্য হৈ ন'গল। তাৰ বিপৰীতে অন্য এক প্ৰক্ৰিয়াহে আৰম্ভ হ'ল।

দুখৰ ৰাতি এটা দুটাকৈ ক্ৰমান্বয়ে গল্পৰ টুকুৰাবোৰ বোলছবিৰ পদ্দাত দেখাৰ দৰে সজীৱ হৈ উঠিল। যোৱাবাৰ বিহুত ঘৰলৈ যাওঁতে লালুকী পেহীক এক নতুন ৰূপত কিয় মই বাৰে বাৰে জিলিকি উঠা দেখা পাইছিলোঁ! মই ঘৰলৈ গলেই পেহী দৌৰি আহি ওলাব। ৰাতিলৈ হাতত এটা সাঁজৰ বটল লৈ! আনকালৰ দৰেই পেহীয়ে কৈছিল অসংলগ্ন কথা। ৰিণিকি ৰিণিকি মনত পৰিল। আমাৰ গাঁৱৰ নৰিয়াৰ চৰিথন লালুকী পেহীয়েই আঁকিব নোৱাৰেনে বাৰু? পেহীৰ বৰ ডাঙৰ নৰিয়া এটা হৈ গ'ল। বাচিল কোনোৰকম। স্বাস্থ্য আগতকৈ দুগুণে পৰিল। চুলিবোৰো সৰিল, পকিল। মুখখনো আগতকৈ শেঁতা হ'ল। কপালৰ দুয়োফালে দুটা গাঁত হ'ল। তোক চালেই দেখুন মই চুবুৰীটো ঘূৰা যেন পাওঁ-- পেহীয়ে নেজানে মোৰো যে দুখৰ ৰাতি চলিছে। পেহী আহি ক'লে - অহাবাৰলৈ আৰু মোক ইয়াত ক'ত লগ পাবি ঐ বোপাই! মই সোঁ সিপুৰীলৈ যামগৈ যেন পাইছোঁ। সোঁ আহতে জোপাৰ তললৈ। মোৰ কিবা এটা খেলিমেলি লগাৰ দৰে হৈছিল। মনটো চিধাচিধি আগবঢ়াই

দিছিলো আৰু সি গৈ কেকুৰিটো ঘূৰি তিনি আলিটোৰ মূৰত বৈ পথাৰত গৰু বিচৰাৰ দৰে চাৰিওফালে পিতাঁপিতাবলৈ ধৰিছিল। ক'ত গ'ল ? তেনেতে আকাশৰ পিনৰ পৰা হেবেৰুকৈ এছাটি বিজুলিয়ে যেন মোৰ মগজুত চেবেৰুনিৰ কোব এটাহে বহুৱাই দিছিল ! যোৱাবছৰ হলিৰামৰ লগত মৰো দেখুন এইফালে দদো বুঢ়াক থৰি দিবলৈ আহিছিলো। (তৰাদৈয়ে মূঢ়া এটাত বহি চিলাই কাম কৰি কৰি - চুইট ড্ৰীম নাইবা ফৰগেট্ মি নট্ জাতীয়, গাৰুৰ গিলিপ—পেহীক কিবা এটা সুধিছিল।) বিড়িটোত থৰি-ডালৰ পকা আঙঠা ফুৱাই ফুৱাই লগাই দিব খুজি পেহীয়ে কথাটোৰ পৰা ফালৰি কাটিব খুজিছিল। অহাবাৰলৈ মই আকৌ আহিমে, আহিলে কি পাম ? তৰাদৈৰ চুইট ড্ৰীম অথবা ফৰগেট মিনট ? শীতল শেতেলীত চিৰনিদ্ৰাৰ কোলাত শুই শুই লালুকী পেহীয়ে তৰাদৈৰ ৰঙীন সপোন দেখিব ?

হোৰ আগতনো কি লুকুৱাম বোপাই—পেহীয়ে এইবাৰ অনৰ্গল কৈ গ'ল—কাৰো আগত নকবি, কেতিয়াবা লঘোনেও থাকো। ঘৰখন তেনেই উছন হ'ল। সবৰেই অৱস্থা একেই হ'ল। ৰসাতলে গৈছে। চেৰাপু, সেইসোপা চুলাই মদ বিকি বিকি আৰু কিমান দিন চলিব ! গোটেই-খনতে কাজিয়া। যোৱাকালি তই শুনা নাই ? কেলেই, ভুতুকে চিতাৰামে ? ভালকৈ লাগিছে এখন। তহঁতে নোৱাৰ থাকিব। নামঘৰ লৈ। কেইটা হ'ল জান ? পাঁচটা। বোপাই ঐ কি কৰি ! গাঁও গুচি বাহিৰ তল হ'ল। ক'তো এনেকুৱা দেখা নাই, শুনা নাই। তই একো নেজান, আতৰত থাক। দেউতাৰকো নহয় সিদিনা ! চেৰাপ খাই হলিৰামে মাৰিবলৈকে খেদি আহিছিল। কি বিশ্বাস ইহঁতৰ ! লাজ নাই ঐ বোপাই ! ইয়াতে পেট পেলাই পৰি থাকোঁহি। বুজিকে নেপাওঁ কি হৈছে মানুহখনৰ। কিবা পগলাই হ'ল নে চগলাই হ'ল ! কনকৰ কথা কৈছেনে নাই বোৱাৰে ? সিও নহয় ! চেৰাপ খাই গোটেইটো তং ! আমি বোলো, ঘৰলৈ বাগৈ আৰু ! শুই থাকগৈ। কি কৰি আৰু, বোপাই ঐ ! ককায়ে-ভায়েই দৰৰা-দৰৰে লাগিছে। বাকীখনলৈ থাকিল কি ! আজি দেখিবি নহয় ! বহেৰেকীয়া বিহুটোত কাজিয়া-পেচাল কৰিব পায় জানো ? ল'ৰা এমখাই, বেঁচিজাগেই বোপাই ঐ ! এই বিহু গাবলৈ নিদিয়ে। আন্দোলনত মানুহ মৰিছে, পুলিচ, চি আৰ পিয়ে গৰু পিটা দিছে, ফাটেকত দিছে, তহঁতে ফুৰ্ত্তি

কৰিবলৈ আহিছ । আই কংগ্ৰেছৰ মুৰ ভাঙিম বুলি কৈছে । বিহু গালেই আজি কিৰণৰ ডিঙি চিঙিব হেৰৌ ! কোন কিৰণ অ' পেহী ? কেনেই, বৰোৰ পুতেক আকৌ ! অথনি আমাৰ ঘৰত কিৰণে তোক মাত লগাই-ছিল দেখুন ! কি কৰিব আৰু ! বিহু গাবলৈ তহঁতৰ ঘৰলৈকো অহাৰ কথা । তয়ো অহা দেখিছে নহয় । মইনাহঁতৰ দাঁতিৰ ভাগ হ'ল নে বাৰু ? কত ভাগ হ'ব । ডাক্তৰৰ দেৱাই খায়ো মানুহ বচা নাই ! পইচা পায় ক'ত । গাঁও জুৰলি এইভাগেই এদিন শেষ হ'ব বোপাই ঐ ! চেৰাপৰ কোৰ জানো কমিছে ! এপাক মাৰিলেই সব গম পাবি নহয় !......যোৱাৰ আগতে আমাৰ ফালে এপাক মাৰিবি । হেৰি নহয়, বোপাই ! তই হৰপায় কথাটো পাহৰিলি ? তহঁতৰ থনৰ নিচিনা হলেই হ'ব, সোঁথন, এপুৰামান ধৰা হ'লেই হ'ব । এইবাৰ পুজোত আহিলে নেপাহৰিবি । তাত সস্তাতে পায় কাৰণেহে কৈছোঁ । ইয়াত জুই-ছাই দাম । ঘৰতো ভাল পাব, মোৰ অৱস্থাটোও চাবি ঐ বোপাই—বুলি পেহী উঠিলেই । গুৱাহাটীৰ পৰা দেউতিও আহিছে হবলা ! জানো ! মাকে আহিব বুলি কৈছিল ! মই যাওঁ, য'তে ত'তে সাঁজ খাই নুফুৰিবি । পেহী গৈছিল গৈ ।

সকলো মনত পৰি গৈছিল ।

মনত সাঁচ বহুৱাইছিল সেই যে নগাৰুৰ মিঞা দুটাই । কাছাৰীৰ বাস্ত চোহদৰ পৰা আমি হঠাতে নিৰাপদ ঠাই বিচাৰি দৌৰ মাৰিছিলোঁ । এনে আকৰ্ষণীয় কৌশলেৰে, কায়দাৰে কথা কেইটা কৰলৈ ধৰিছিল ; মই মন্ত্ৰৰ প্ৰভাৱত পৰাৰ দৰে কৌতুহল অনুভৱ কৰিছিলোঁ । এটাই চিঞৰিবলৈ আৰম্ভ কৰিছিল......ওলাল, ওলাল, সেই জাপানীভকত গাৰিত ওলোৱাটোৱেই ওলাল । ওলাল, বাইজ ওলাল । সেইডালেই এইডাল ! এইডালেই সেইডাল (কৌতুহল বশতঃ মানুহবোৰে মানুহদুটাক চাৰিওকালৰপৰা আগুৰি ধৰিলে ) । সিহঁতে চিঞৰিয়েই থাকিল—বেছি দিনৰ কথা নহয় । অলপ দিনৰ আগতে বাইজ, আপোনালোকে নিশ্চয় শুনিছে, খবৰ কাগজত পঢ়ি-বলৈ পাইছে জাপানীভকতগাৰিত তিনিটা মানুহ খাই সিপুৰীলৈ পঠাইছে । কোনেও ধৰিব পৰা নাই কিহে খাইছে । ভয়ত মানুহ পেপুৱা লাগিছে, বাহিৰলৈ ওলাবলৈ ভয় কৰিছে । বাচ্চা লৰা-ছোৱালীক মাক-বাপেকে বাহিৰলৈ ওলাবলৈ মানা কৰিছে । 'মেন ইটাৰ', মানুহ খোৱা বাঘক ইংৰাজীত কয় 'মেন ইটাৰ' ! ই কিন্তু 'মেন ইটাৰ' নহয় বাইজ ! কিন্তু

মানুহ খায়। মানুহ খালে, মানুহ নেবাচে। কিন্তু ই মানুহ খোৱা বাঘ নহয়। ই মানুহ খোৱা বাঘ নহয় যদি কি? কোনেও তাক দেখা নাই। আমি খবৰ পায়েই, বাইজ, জাগীভকতগাঁও গৈ ওলালোঁ। এডোখৰ বাহুত, এডোখৰ খোজকাঢ়ি। কিন্তু বেটা যাব ক'ত? এইডালেই সেইডাল বাইজ। ইয়েই তিনিটা মানুহ খালে। দেখিছেনে কেনে কিচ্‌কিচিয়া ক'লা? কেনে বিষাক্ত তাৰ দাঁত! এতিয়া নাই বাহিৰ কৰি পেলাইছোঁ বাইজ! এই চাওক, ভয় কৰিছে? ভয় নকৰিব, ভয় কৰিলে কেনেকৈ ধৰিব? চাওক, চাওক, ভয় নকৰিব! ধৰক, ধ-ৰ-ক-না! কামুৰিব? না-কা-মো-ৰে! আমি আছোঁ (সাপটোৰে ফোঁচ ফোঁচাই উঠিল) আপোনালোকে বাইজ, ইয়াক ভয় কৰে। ই কিন্তু আমাক ভয় কৰে এইডালেই সেইডাল বাইজ, ভয় কৰিবলৈ কোনো কথা নাই, ভয় কৰিলেই বিপদ……!

দাৰিদ্ৰ, দুশ্চিন্তা, হতাশা আৰু সংশয়েৰে জুৰুলা এজাক মানুহে (হয়তো চহৰত কাম লৈ অহা গঞা মানুহো!) নে আন্দোলনকাৰীয়ে সিহঁত দুটাক বেৰি ধৰিলে। অকৃত্ৰিম কৌতূহল! সিহঁত দুটাই কিবা যাদুৰ খেল দেখুৱাব নেকি? ক্ষন্তেকলৈ পাহৰি গ'ল সকলোৱে জ্বালা-যন্ত্ৰণা, দুখ, কষ্ট, ভাগৰ। একান্তমনে ব্যস্ত হৈ পৰিল সিহঁত দুটাক লৈ।

কোন সিহঁত? ক'ৰ পৰা আহিছে? কি লাগে সিহঁতক? সিহঁতে হেনো যাদু-মন্ত্ৰ জানে। মায়ঙৰ মন্ত্ৰ জানে, যাদু জানে। সৰ্পদংশনেও সিহঁতক একো কৰিব নোৱাৰে (অলপ আগতে সিহঁতৰ এটাক সাপটোৱে খুটিছে)। সাপৰ লগত খেলাই সিহঁতৰ ব্যৱসায়। সিহঁতে কব খোজে মানুহৰ পেটৰ ভিতৰতো বিষাক্ত সৰীসৃপে পিলো পিলো কৰিছে, সৰ্প-দংশনতকৈয়ো সাংঘাতিক। সাপক গাখীৰ খুৱাই ৰখা যি কথা, পেটৰ পেলুক ভয় কৰাও একে কথা (এবিধ পেলুৰ দৰবৰ কেনভাচাৰ। এইখন যেন জনতা ঔষধালয়! আৰু নাই কি! কেঁচুমুৰীয়া, গৰুৰ কাণছিগা, গাত ঘা হোৱা মানুহৰ ভৰিৰ তলুৱাত পোকে খোৱাৰ দৰে ফুট্‌ ফুট্‌ হোৱা…নিৰবচ্ছিন্নে চিঞৰি গ'ল সিহঁত দুটাই) পেলুৰে হেনো যাদুমন্ত্ৰ একো নেজানে। মাত্ৰ এটকা। এবটলত এটকা। এজাক হাত মানুহ দুটাৰ ফালে আগবাঢ়িল। বটল একোটাকৈ কিনিবলৈ সিহঁতে হেতা-ওপৰা লগালে। জীয়া মানুহক সিহঁতে বাৰু আজিও চাহপাত বনাই চাহ খাব পাৰেনে? সিহঁতেতো মায়ঙৰ মন্ত্ৰ জানে! পিছে দাৰিদ্ৰইহে হেনো একো যাদুমন্ত্ৰ

নেজানে, । নহ'লে পুলিচ চি-আৰ পি মথাক সিহঁতে এনেকৈ পিত-পিতাই ফুৰিবলৈ নিদিলেহেঁতেন । এটা প্ৰকাণ্ড দৈত্যৰ ৰূপ ধাৰণ কৰিলেহেঁতেন……পুলিচ, চি-আৰ-পি, অত্যাচাৰ, কাৰ্ফিউ, উৎপীড়ণ গ্ৰেপ্তাৰ সকলোকে মোহাৰি পেলালেহেঁতেন । এতিয়া বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰে !

হঠাতে পুনৰ কৰবাত গণ্ডগোল আৰম্ভ হ'ল । মানুহবোৰৰ মনত প্ৰথমে সন্দেহজনক গুঞ্জন ! সচেতন দৃষ্টিৰে চাৰিওফালে চাবলৈ ধৰিলে তেওঁলোকে । তাৰপিছত ঢপ্-ঢপ্ ঢাপ্ ঢাপ্ হুলস্থূলীয়া খোজৰ বেসুৰা শব্দ, চিঞৰ-বাখৰ । মানুহবোৰ যেনি-তেনি ছিটিকি পলাইছে । ঘূৰি ঘূৰি চাইছে, আৰু পলাইছে । মুখেৰে কোনোবাই কিবা চিঞঁৰি কৈছে, হাতেৰে কিবা ইংগিত কৰিছে । চাবলৈ সময় কাৰ ? ভিৰাই-পকাই কেৱল লৰৰ ধৰিছে । জাগীভকত গাঁৱৰ মানুহখোৱা বাঘ নাইবা ক'লা কিচ্‌কিচিয়া সেইডাল—সব পলাই ফাট মাৰিলে । ময়ো । এয়া যেন আমাৰ দৈনন্দিন জীৱনযাত্ৰাৰ উপকৰণ । যেন নিৰাপদ ঠাইলৈ পলোৱাটোৱেই জীয়া মানুহৰ লক্ষণ । মানুহে মানি ললনে এই বিধান ? পৰিস্থিতি আয়ত্তাধীন ? সাময়িক বিৰতি । মানুহ বৰ লেকেটা জীৱ । কালিলৈ আকৌ বাটলৈ ওলাব - জনতা ঔষধাভয়ত আহি কৌতূহলে ভিৰ ঠেলিব !

সকলো কথাই মোৰ মনত পৰি যায় ।

আৰু এক অপৰাধবোধে মোক খুলি খুলি খায় ।

অশান্ত মন । মোৰ দিন-ৰাতি যেন একাকাৰ । বুজাব নোৱাৰা মন । টলা লগাই বন্ধ কৰিয়ো মই ৰক্ষা নেপাওঁ । এসময়ত টকাৰ অভাৱত হাতৰ একমাত্ৰ সোণৰ আঙঠিটোও বেচি দিয়াৰ কথা ভাবিছিলোঁ ( আজিকালি এইবোৰ হেনো সাধাৰণ ঘটনা । মোৰ বাবে এতিয়াও কিন্তু আচহুৱা । আজিও কিন্তু দুখৰ ৰাতিবোৰ আগৰ দৰেই ক'লা অমংগলীয়া ) । তেতিয়া নিবনুৱা আছিলোঁ । কলেজত পঢ়ি থকা দিনতে এক সাংঘাতিক দাৰিদ্ৰ্যৰ সন্মুখীন হৈছিলোঁ ।

পুনশ্চ, এদিন যেন সেই দৃশ্যৰ পুনৰাবৃত্তি ঘটিছিল । মোৰ সেই দুচকুত দেখিছিলোঁ তীব্ৰ ঘৃণা আৰু ক্ষোভ । নিলাম হৈ যাব খুজিছে কিবা এক বহুমূল্য বস্তু—তাৰ আদৰ্শ । গল্প লিখিবলৈ মই চেষ্টা কৰা নাছিলোঁ । ভয়ত মই পলাইছিলোঁ—বিমান পাবোঁ দূৰলৈ । কিন্তু নিস্তাৰ

পোৱা নাছিলো।……তাক টকা লাগে, বহুত টকা লাগে। মাক-বাপেক—ৰোগগ্ৰস্ত পিতৃ, ভাই এটাই, এতিয়াও সি চাকৰি এটাৰ যোগাৰ কৰিব পৰা নাই, ভনী—দুয়োজনী গাভৰু হ'ল, দুয়োজনীয়েই গ্ৰেজুৱেট হ'ল, চাকৰি নাই, পাত্ৰ নাই। চহৰত থাকে, ঘৰৰ অৱস্থা পূৰ্বৰ্বৎ নহয়, অৱসৰ পোৱা পিতৃ। এতিয়া ক্ৰমাশ্বয়ে ৰূপটো বাহিৰ ওলাব ধৰিছে—এদিন হঠাতে অকল্পনীয় বাস্তৱৰ দুশ্চিন্তা আৰু আশংকাত সি লক্ষ্য কৰিলে প্ৰত্যাহিক তুচ্ছ ঘৰুৱা কথাবোৰে সৃষ্টি কৰিব পৰা দুৰাৰোগ্য বেমেজালিবোৰলৈ, অভাৱ:বোৰলৈ। সামান্য অসামান্য নহয়! প্ৰথম কাম হ'ব দুবেলা দুমুঠিৰ যোগাৰ—বজাৰ, খোৱাবস্তু, তাৰ পিচত বাকীবোৰ, ঔষধ-পাতি, কাপোৰ-কানি, আলহী-দুলহী, সকাম-নিকাম, পূজা-পাৰ্ব্বন (কুসংস্কাৰ!) বিয়া-বাৰু খোৱা, চিনেমা-থিয়েটাৰ চোৱা, চিটিবাছৰ খৰছ, গাখীৰৰ খৰছ, বাতৰি কাগজৰ খৰছ ইলেকট্ৰিক লাইটৰ খৰছ, ঘৰৰ চোঁপাশে জেউৰা বটাৰ খৰছ, উস গুঠাৰ খৰছ, দুটামান ফুলৰ টাব, চিলাই কাপোৰৰ খৰছ, তামোল-পানৰ খৰছ, বেকাৰ ভাইটোৰ পকেট খৰছ…অন্ত নাই খৰছৰ। বেলেগৰ স্বচ্ছলতাৰ আলোচনাই বুজাই দিয়ে আৰু কি লাগে মানুহক। প্ৰয়োজনীয়খিনিয়েই হাঁহাকাৰ কৰিছে—আদৰ্শ তাৰ অসাৰ হৈ পৰিল। মন শূণ্য কৰি দিলে—চেতনাশূণ্য হৈ পৰিল। আদৰ্শ যেন নিলাম নে কিনা গোলাম হৈ পৰিল ধৰিব নোৱাৰিলে। অৱশেষত কোনো এদিনৰ ঠিকাদাৰ বন্ধুৱে ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দিলে। তাৰ দিন ভালৰ পিনে আহিব—তেনেকুৱাই লাগিল তাৰ। টকা ঘটাৰ কায়দা সি শিকিবলৈ ধৰিলে। এটা দুটাকৈ সি কায়দাবোৰ আয়ত্ত কৰিব পাৰিব লাগিব, সি তামাম কষ্টও স্বীকাৰ কৰিব পাৰিব লাগিব। এয়াও এক দুৰ্দ্ধৰ্ষ জীৱন। এটা দুটাকৈ তাৰ মনত পৰে কায়দাবোৰ…জীৱনত প্ৰথম অভিনয় কৰিছে। চেতনাশূণ্য হৈ…মদৰ বটল তিনটা টেবুলৰ ওপৰত থৈ (চুচুক-চামাৰকৈ সি ভিতৰ সোমায় ইচাবা পাই আৰু একো নোকোৱাকৈ মেহেঙা হাঁহি এটা মাৰি সি গুচি আহিছিল) দুৱাৰ মুখৰ পৰা কৌতুহল বশতঃ সি ঘূৰি চালে—মনটোলৈ যেন সুস্থিৰতা এখানি, আশা একনমান ঘূৰি আহিবলৈ লৈছে। তাৰ ছ'ৱামৰাকৈ মনত পৰিল, পুৰণি সম্ভ্ৰান্ত অথচ ইংৰাজৰ পলতলোহী নেটিভ চাহ খেতিয়কৰ কথা কৰবাত কিতাপত পঢ়িছিল। কেনেদলৈ আহি চাহক কাপটোত সি সোহা মাৰিলে, খিলালত তাৰ নাকটো কোঁচ

থাই আছিল। তথাপিতো চাহকাপ গলাধঃকৰণ কৰাটো তাৰ প্ৰয়োজন। যাৰ দয়াৰ আজি তাৰ প্ৰয়োজন সেই ভাগ্যবান মানুহবোৰে হেনো গিলাছত বাকি এপেগ দুপেগকৈ বিলাতী মদ খায়। এপেগ বাকি গিলাচত মুখ দিয়ে। এঢোক গিলি সৰহীয়াকৈ পানী ঢালি দিয়ে। চকুদুটা কিবা বিস্বাদত নে স্বাদৰ তীক্ষ্ণতাত নে অপৰিসীম এক তৃপ্তিত, সুখৰ কল্পনাত মুদি দিয়ে তেওঁলোকে! এই বিলাক তাৰ বাবে অৰ্থশূন্য বিলাস। অথচ এতিয়া এধাৰো মতাৰ সাহস তাৰ নোহোৱা হ'ল। তাৰ বিনিময়ত সি পাব দয়া, মায়া, জীৱনৰ অৰ্থ। ক্ষমাহীন অপৰাধ অথচ আত্মাভিমানী বিলাস, জীৱনৰ মূল্যৰ হিচাপ আৰু আচল মাদকতাৰ তৃপ্তি; ক্ষয়িষ্ণু স্বাৰ্থপৰতা, তললৈ চাবলৈ অৱকাশ নাই, তাতেই সন্তুষ্টিৰে ভৰা প্ৰতিযোগিতা, পৰিশ্ৰমৰ এখন যেন নকল সমাজৰ ছবিয়ে, কল্পনাই তাক শ্বাসৰুদ্ধ কৰি তুলিব খোজে। কিন্তু এইখন কলুষিত সমাজতে মৰি মৰি বাচি থাকিবলৈ তাৰ প্ৰতি সময়ৰ নিষ্ঠুৰ অভিশাপ।

স্বাভাৱিক কাৰণতেই তাৰো চেতনা শূন্য হৈ নগ'ল। তাৰ বিপৰীত অন্য এক প্ৰক্ৰিয়াহে আৰম্ভ হ'ল।

চেতনা মোৰো শূন্য হৈ নেযায়। মনেসজা এই বন্দীত্বই চেতনা শূন্য কৰিব নোৱাৰে। আৰু মোক যেন মনে সজা কাৰাগাৰত বন্দী হৈ থকা দেখি মোৰ ভিতৰৰ বিদ্ৰোহী মানুহটোৱে বিদ্ৰূপ কৰে, তাচ্ছিল্য কৰে। মই তেতিয়া পলাব খোজোঁ লাজত, ভয়ত। তেনেতে লগ পাওঁ মোৰ অভিশপ্ত জীৱনৰ বাজ আলিৰ মূৰত সেই লনি মুখৰ, এপাহ নিষ্পাপ ফুলৰ দৰে, বাতিপুৱা এটাৰ দৰে পবিত্ৰ কৃষ্ণাংগী এজনী ষোড়শী গাভৰু। পাহাৰৰ ওপৰৰ পৰা বৈ অহা জুৰিৰ স্বচ্ছ জলৰাশি-বাঁহৰ পানীকল সাজি লৈছে বনুৱাবোৰে, তাতেই বাতিপুৱাই শুনা যায় জীৱনৰ দুশ্চিন্তা শূন্য প্ৰাণৰ স্পন্দন। সিহঁতৰ সিমান ভাৱনা-চিন্তা নথকা সুখী মানুহ পৃথিৱীত নাই। মই এই দৃশ্য অন্তঃকৰণে মানি লওঁ। মই নিৰ্ভয়ে চলাফুৰা কৰিব পৰা হওঁ। ইয়াতেই প্ৰতি বাতিপুৱা ছোৱালীজনীয়ে মাটিৰ কলহত পানী ভৰায়। দৃশ্যটো আন সময়তো মোৰ প্ৰায়েই মনত পৰে। মনটোত এটা পুলক অনুভৱ কৰোঁ। ইয়াতেই তাই নিঃশ্বকাৰ ভাবে পথালি পথালি গা ধোৱে। যৌৱনৰ সকলো লাজ, ভয়, দুশ্চিন্তা একেৱাৰেই তাইক যেন চুলাব নোৱাৰে; বাটৰ মানুহ—কালৈকো তাইৰ ভ্ৰূক্ষেপ নাই। বাতি সিহঁতৰ

কেম্পৰ পৰা এটা বাঁহীৰ সুৰ ভাঁহি আহে। কোনে বজায়? কোনোবা তাইৰ শ্ৰীকৃষ্ণই নে তাইৰ ভায়েকটোৱে? মই জনাৰ উপাই নাই। বৰ সুৰলা বাঁহী বজায় কোনোবাই। বাঁহীৰ সুৰটোৱে মোৰ দুখৰ ৰাতিবোৰ আৰু গভীৰ কৰি তোলে। মই তেতিয়া আৰু পলাব নোৱাৰোঁ, কাণ দুখন বন্ধ কৰিবও নোৱাৰোঁ। মাকোঁ এটাৰ দৰে অহৰহ তাঁত বাতি কৰিবলৈ আৰম্ভ কৰে ছোৱালীজনীৰ চকু দুটাই আৰু বাঁহীৰ সুৰটোৱে।

যুগৰ পৰিবৰ্ত্তন ঘটিছে। সকলো দুখ-যন্ত্ৰণা মানুহে মুৰ পাতি লৈছে। অদ্ভুত যান্ত্ৰিকতাৰে হতাশাই নিতেই ৰূপ সলাইছে। মানুহ বৰ অসহায়। বাস্তৱ বৰ নিষ্ঠুৰ। তাৰ মানে জীৱন কচুপাতৰ পানী! জীৱন অসাৰ্থক জন্মৰ বেদনা! এই প্ৰক্ৰিয়াত এই ফলাফলেই অৱধাৰিত সত্য।

আমি কোনেও নুবুজোঁ কাৰো দুখ। আমি কোনেও নেজানোঁ আমি কিয় কান্দিছোঁ। আমাক সকলোকে উত্তাপৰ প্ৰয়োজন। আমি কোনেও কাৰো গীতৰ ভাষা নুবুজোঁ। তাৰপৰা বিদায়ো মাগিব নোৱাৰোঁ। দুৰৰ সূৰ্য্যটোক বিদায়ো দিব নোৱাৰোঁ। আমাৰ দুখ, কান্দোন, নিঃসংগতা আৰু আমাৰ খেলি-মেলি গীতৰ মাজে মাজে অহোৰাত্ৰি, আমাৰ পূবে-পশ্চিমে-পাৰে তাৰ অনন্ত গতি ঘাত আৰু প্ৰতিঘাত।

মোৰ ভিতৰৰ অশান্ত মানুহটোৱে মোক সদায় গালি-গালাজ কৰে; নিন্দা কৰে, কটোক্তি কৰে। সীমাহীণ আবজ্ঞা। সময়ত চৰম দুৰ্ব্যৱহাৰ মাহীমাকৰ দৰে। মোৰ অন্তৰৰ সেই জোৰ নাই—তাৰ প্ৰতি বিৰূপ প্ৰতি-ক্ৰিয়া দেখুৱাবলৈকো মোৰ ভয়। এই নিষ্ঠুৰতা, অভিশপ্ত এই বিধান মই নীৰৱে মানি লওঁ। এদিন হয়তো মই সচাঁকৈয়ে হেৰাই যাম। মোক হেৰাই যাবলৈ সি দিব নে? মই ভাবিলোঁ, সি মোক এৰিও দিব পৰা নাই, কিবা আশাত? মই সুখৰ মুখ দেখিম বুলি? ভাবি আচৰিত হওঁ, এই অহি-নকুল সম্পৰ্ক ৰক্ষা কৰি সহবাস কৰাটোৱেই আমাৰ ধৰ্ম নেকি? এই সম্পৰ্কৰ পৰিণতি কি? আজিকালি মই ইয়াৰ এটা উত্তৰ বিচাৰি উলিয়াইছোঁ: মানুহে এনেকৈয়ে আৱিষ্কাৰ কৰে নতুন কিবা-কিবি, জীৱনৰ নতুন সংজ্ঞা, দুখৰ ৰাতি পুৱাবলৈ।

মই মায়াকভস্কিৰ নিচিনাকৈ টোপনিৰ পৰা সাৰ পাই উঠোঁ। সাৰ পাই উঠি লিপিবদ্ধ কৰিবৰ খোজোঁ মোৰ শেষ গল্পটো। জপিয়াই জপিয়াই মোৰ অন্যান্য টুকুৰা-টুকুৰি গল্পবোৰেও যেন মোক খেদি ফুৰে। নিস্তাৰ

নাই। সকলো উবুৰিয়াই ধুই, নিকা কৰি নিদিয়া পৰ্য্যন্ত নিস্তাৰ নাই। আৰু তেতিয়া মোৰ এটা অচিনাকি উপলব্ধি হয়—মই যেন হেৰাই যোৱা নাই, হেৰাই যাব পৰা নাই। পুৰাব মলয়াই বোকোচা বৈ অনা এটা অচিনাকি কণ্ঠই আহি যেন মোক কাণে কাণে কয়—প্ৰতিটো দুখৰ ৰাতিয়েই আচল খাটি বস্তু, তাৰ মূল্য নেহেৰায়, সোণৰ মূল্য হেৰাব পাৰে! মই যেন বুজো-নুবুজোকৈ বুজো—মানুহক লাগে কৃত্ৰিমতা বিহীণ প্ৰাণ প্ৰাচুৰ্য্য। নিৰ্ভেজাল এক জীৱন-প্ৰণালী, সততাৰে ভৰা জীৱনৰ এক স্বতঃ স্ফূৰ্ট প্ৰত্যয় আৰু প্ৰস্তুতি। বাকী সকলো পণ্ডুশ্ৰম!

সেয়ে মই গল্পটো এনেকৈয়ে আৰম্ভ কৰাৰ কথা ভাবোঁ কেৰাহীখনৰ দৰেই ক'লা ৰাতিবোৰ, লালুকী পেহীৰ শেতা মুখমণ্ডলৰ দৰেই বিবৰ্ণ দুখবোৰ; সেই জাগীভকত গাঁৱত ওলোৱা ক'লা কিচ্‌কিচিয়া বস্তুটোৰ দৰেই দীঘলীয়া কালৰাত্ৰি, পুলিচ, চি-আৰ-পিৰ ভয়ত নিৰাপদ ঠাই বিচাৰি, দৌৰি পলোৱা ভয়াৰ্ত মানুহবোৰৰ জীৱনৰ দৰেই অসহায় দুখবোৰ; দিনতে এন্ধাৰ দেখা, সেই বিভ্ৰান্ত যুৱকৰ ক্ষোভ আৰু ঘৃণাত জ্বলি উঠা চকু-হালৰ দৰেই ক'লা ৰাতিবোৰ, বিষময় সুৰাৰ নিছাৰ দৰেই চকলেট ৰঙৰ সেইবোৰ বিষাক্ত দুখ; অন্তৰত সাঁচ বহুৱা মৰম লগা সেই নিৰ্বিকাৰ বনুৱা গাভৰু জনীৰ গাৰ ৰঙৰ দৰেই দুখীয়া মানুহৰ ক'লা ৰাতিবোৰ, লেবাৰ কেম্পত ৰাতি বজোৱা বাঁহীৰ সুৰে উতলোৱা মোৰ দুখবোৰ—প্ৰতিটো দুখৰ ৰাতিয়েই আহি মোৰ কাষত কৈফিয়ৎ বিচাৰে, টোপনিতো সিহঁতে মোক খেদি ফুৰে। আৰু শ্ৰীমতীৰ আটোম-টোকাৰি এখন সংসাৰলৈ প্ৰত্যাগমণ বিচাৰোঁতে হোৱা টনা-আজোঁৰাত, মোৰ মনৰ ভিতৰত খণ্ডাল, অশান্ত মানুহটোৰ নিন্দা, নিৰ্দয় দুৰ্ব্যৱহাৰত, প্ৰহাৰত থকা সৰকা মানুহটো তেতিয়াও বাচি থাকে যেনেকৈ বাচি থাকে জীৱন যুদ্ধত হাৰি হাৰি অসহায় অসংখ্য মানুহ, নিঃস্ব মানুহ, আচল জীৱন অথবা নিভাজ হৃদয়ৰ দাবীত হাত আৰু ভৰিৰ সঞ্চালনত সৃষ্টি হোৱা শব্দ শুনি শুনি! ●

বিশেষ অনুৰোধ ঃ

১। বন্ধুৱাৰ চশমা কেমেৰাৰ পোৰ্ট্ৰেট লেন্‌চ্ (সাপ্তাহিক নীলাচল, নিয়মীয়া সংখ্যা, ১৯৭০) ২। বেঙুৰ খুড়া আৰু আবিস্কাৰৰ স্বভাৱ (সাপ্তাহিক নীলাচল, পূজাসংখ্যা, ১৯৭০) ৩। গতি শেষ নোহোৱালৈ (সাপ্তাহিক নীলাচল, নিয়মীয়া সংখ্যা, ১৯৭১) ৪। কৈফিয়ৎ (সাপ্তাহিক নীলাচল, বিহুসংখ্যা, ১৯৭১) ৫। আবেলি (সাপ্তাহিক জনমভূমি, পূজাসংখ্যা, ১৯৭১) ৬। মই, মোৰ আই আৰু এখানি ভণ্টিৰ পেন্‌পেননি (নতুন প্ৰবাহ, ১৯৭২) ৭। ক্ৰিকেটৰ মজা (সাপ্তাহিক জনমভূমি, পূজাসংখ্যা, ১৯৭২) ৮। ডাই-টিৰ চেলেউ (সাপ্তাহিক জনমভূমি, বিহুসংখ্যা, ১৯৭২) ● এই প্ৰকাশিত গল্প সমূহৰ নকল বৰ্ত্তমান লিখকৰ হাতত নাই, সম্ভাব্য চন-তাৰিখ আৰু আলোচনীৰ নাম দিয়া হৈছে। সহৃদয় পাঠক-পাঠিকাই কাৰবাত পালে এই ঠিকনাত যোগাযোগ কৰিবলৈ অনুৰোধ জনালোঁ— শ্ৰীকুমুদ বৰুৱা মাৰফৎ 'নিবেদিতা', পোঃ অঃ জাগীৰোড, নগাওঁ, অসম। অথবা শ্ৰীমতী বাজু বৰুৱা, অসমীয়া বিভাগ, কপিলী আঞ্চলিক মহাবিদ্যালয়, পোঃ অঃ — জাগীৰোড, নগাওঁ, অসম।

ক্ষমা প্ৰাৰ্থনা ঃ ছপাৰ দুই এটা [illegible] প্ৰাৰ্থনা কৰিছো।